কালজয়ী সাহিত্য

# বাস্কাৰভিল পৰিয়ালৰ চিকাৰী কুকুৰটো

(মূল ঃ আৰ্থাৰ কনান ডয়লৰ 'দা হাউণ্ড অব দা বাস্কাৰভিল')

অনুবাদ ঃ

ভুবন চন্দ্ৰ বৰা



শৰাইঘাট প্ৰকাশন

গুৱাহাটী ৭৮১০২১

*Baskervill Pariyalor Chikari Kukurto* : Assamese translation of Sir Arthur Kanan Doyal's 'The Hound of the Baskervilles' by Bhuban Chandra Bora and published by the Saraighat Prakasan, Guwahati 781021, in June 2009.

**Price Rs. 60.00**

প্ৰথম প্ৰকাশ : জুন ২০০৯

সম্পাদক : ড. দীনেশ চন্দ্ৰ গোস্বামী

বেটুপাত আৰু ভিতৰৰ ছবি :
ত্ৰিবাজ ঠাকুৰীয়া

**দাম : ৬০.০০ টকা**

প্ৰকাশক



শৰাইঘাট প্ৰকাশন
গুৱাহাটী ৭৮১০২১

পৰিবেশক
আৰ. জি. পাব্লিকেচনচ
মাৰ্কেট কম্ফৰ্ট, যশোৱন্ত ৰোড
পানবজাৰ, গুৱাহাটী ৭৮১০০১

মুদ্ৰক
শৰাইঘাট ফটো টাইপচ্ প্ৰাইভেট লিমিটেড
উদ্যোগ পথ, বামুণীমৈদাম
গুৱাহাটী ৭৮১০২১

# সম্পাদকৰ এ[illegible]

পৃথিৱীৰ বিখ্যাত বিখ্যাত সাহিত্যকৰ্মৰ সোৱাদ আমাৰ পঢ়ুৱৈসকলকো দিয়াৰ উদ্দেশ্যে অনূদিত সাহিত্যৰ এই ছিৰিজটো প্ৰকাশ কৰিবলৈ লোৱা হৈছে। আমাৰ পাঠকসকলে দেখিব যে ইয়াৰ চৰিত্ৰবোৰ বেলেগ; কাহিনী, সমাজ আৰু পৰিৱেশো বৰ বেলেগ; কিন্তু তাৰ মাজতে তেখেত[illegible] চিনাকি লগা বহু কথা, বহু ঘটনা তেখেতসকলে বিচাৰি পাব। সেইবাবে এই চৰিত্ৰবোৰৰ সুখত তেখেতসকল সুখী হ'ব, দুখত দুখী হ'ব।

বয়স্ক শিশু আৰু কিশোৰসকলৰ কথা মনত ৰাখি এইলানি পুথি যুগুতোৱা হৈছে যদিও, ডাঙৰসকলেও এই পুথিবোৰ পঢ়ি আমোদ পাব বুলি আমি আশা কৰোঁ। এই পুথিসমূহৰ কিছুমান অন্য ৰূপত অসমীয়াত আগতেও প্ৰকাশিত হৈছে। আমি ইয়াত পুথিবোৰৰ ভাঙনি সামান্য সংক্ষেপিত ৰূপতহে আগ বঢ়াইছোঁ, অৱশ্যে সংক্ষিপ্ত কৰোঁতে যাতে ৰস গোৱাত বাধা নপৰে, তাৰ প্ৰতি লক্ষ্য ৰখা হৈছে।

অসমৰ বিশিষ্ট সাহিত্যিকসকলে এইলানি পুথি অনুবাদ কৰিছে। অসমৰ এগৰাকী আগশাৰীৰ প্ৰকাশক শ্ৰীযোগেশ শৰ্মাদেৱে এই ছিৰিজ প্ৰকাশ কৰি অসমীয়া সাহিত্যৰ জগতখনলৈ উল্লেখনীয় অৰিহণা আগ বঢ়ালে। আমি আশা ৰাখিছোঁ যে আমাৰ ভাষাৰ সকলো শ্ৰেণীৰ পঢ়ুৱৈয়ে এইলানি পুথি আদৰি ল'ব। ইতি—

যোৰহাট
২০ জানুৱাৰি ২০০১

দীনেশ চন্দ্ৰ গোস্বামী

# বাস্কাৰভিল পৰিয়ালৰ চিকাৰী কুকুৰটো

## মূল ঃ 'The Hound of the Baskervilles'

## ছাৰ আৰ্থাৰ কনান ডয়ল (১৮৫৯-১৯৩০)

[আগকথা ঃ সুপ্ৰসিদ্ধ কথা-সাহিত্যিক ছাৰ আৰ্থাৰ কনান ডয়লে ১৮৮৭ চনত প্ৰকাশ কৰা 'গাঢ় ৰঙা ৰঙৰ অধ্যয়ন' (A Study in Scarlet) নামৰ ৰহস্যোপন্যাসৰ জৰিয়তে আলোড়ন সৃষ্টিকাৰী ডিটেক্টিভ চৰিত্ৰ শ্বাৰলক হ'ম্‌ছৰ জন্ম দিলে। এই কালজয়ী চৰিত্ৰেৰে ৰচনা কৰা 'বাস্কাৰভিল পৰিয়ালৰ চিকাৰী কুকুৰটো' (The Hound of the Baskervilles) তেওঁৰ তৃতীয় উপন্যাস। এই উপন্যাসখন 'ষ্ট্ৰেণ্ড' মেগেজিন'ত ১৯০১ চনৰ আগষ্ট মাহৰপৰা ১৯০২ চনৰ এপ্ৰিল মাহলৈকে ক্ৰমশঃ প্ৰকাশ পাইছিল। দ্বিতীয়খন উপন্যাস 'চাৰিৰ চহী' (The Sign of Four) ১৮৯০ চনতে প্ৰকাশ পোৱাৰ পাছত এইখন প্ৰকাশ হোৱালৈকে মাজৰ কালছোৱা শ্বাৰলক হ'ম্‌ছৰ চৰিত্ৰকে অৱলম্বন কৰি ডয়লে 'শ্বাৰলক হ'ম্‌ছৰ অভিযান' (The Adventures of Sherlock Holmes, 1891-1892) শিৰোনামাত বাৰটা আৰু 'শ্বাৰলক হ'ম্‌ছৰ জীৱন সোঁৱৰণ' (The Memoirs of Sherlock Holmes, 1892-1893) শিৰোনামাত ১২ টা, মুঠতে ২৪ টা ৰহস্য গল্প ক্ৰমশঃ 'ষ্ট্ৰেণ্ড মেগেজিন'তে প্ৰকাশ কৰে। ডয়লৰ এই গল্পবোৰ অতিশয় জনপ্ৰিয় হয় আৰু তেতিয়াৰপৰাই পাঠক-সমাজৰ একাংশৰ মানসপটত শ্বাৰলক হ'ম্‌ছ তেজ-মাংসৰ এক জীৱন্ত সত্তালৈ ৰূপান্তৰিত হয়।

'বাস্কাৰভিল পৰিয়ালৰ চিকাৰী কুকুৰটো' উপন্যাসখনৰ আৰম্ভণিতে ডয়লে কিতাপখন তেওঁৰ বন্ধু মিষ্টাৰ ফ্লেছাৰ ৰবিনছনলৈ তলত দিয়া কথাখিনিৰে উছৰ্গা কৰিছে।

**DEDICATION**

**THE HOUND OF THE BASKERVILLES**

**MY DEAR ROBINSON :** It was your account of a west country legend which first suggested the idea of this little tale to my mind. For this, and for the help which you gave me in its evolution, all thanks.

Yours most truly

A. CONAN DOYLE

# ছাৰ আৰ্থাৰ কনান ডয়ল
# (Sir Arthur Conan Doyle, 1859–1930)

শ্বাৰলক হ'ম্‌ছ নামৰ অমৰ চৰিত্ৰৰ সৃষ্টিকাৰী ছাৰ আৰ্থাৰ কনান ডয়লৰ জন্ম হৈছিল ১৮৫৯ চনত স্কটলেণ্ডৰ এডিনবৰাত। এডিনবৰা বিশ্ববিদ্যালয়ত চিকিৎসাবিজ্ঞান অধ্যয়ন কৰাৰ পাছত তেওঁ লণ্ডনত বসবাস কৰিবলৈ লয়। কিন্তু ব্যৱসায় সিমান ভাল নোহোৱা কাৰণে তেওঁৰ হাতত যথেষ্ট আজৰি সময় থাকি গৈছিল। সেই সময়ৰে সদ্ব্যবহাৰ কৰি তেওঁ শ্বাৰলক হ'ম্‌ছৰ সেই বিখ্যাত গল্পবোৰ লেখিবলৈ লয়। ১৮৮৭ চনত '[illegible]' আলোচনীত প্ৰকাশ পোৱা তেওঁৰ গল্প 'এ ষ্টাডি ইন স্কাৰলেটে' তেওঁলে প্ৰথম সাফল্য কঢ়িয়াই আনে। ইয়াৰ কিছুদিন পাছতে ডাক্তৰী এৰি তেওঁ লেখিবলৈয়ে আৰম্ভ কৰি দিয়ে। অন্য বহুতো ৰহস্য গল্প আৰু বুৰঞ্জীমূলক ৰোমান্স তেওঁ লেখিছিল যদিও শ্বাৰলক হ'ম্‌ছৰ চৰিত্ৰ থকা তেওঁৰ ডিটেক্টিভ কাহিনীবোৰেহে তেওঁক জনপ্ৰিয় কৰি তোলে। এই জনপ্ৰিয়তা এনে অৱস্থালৈ যায় যে এবাৰ ডয়লে লেখি লেখি আমনি লগা বাবে শ্বাৰলক হ'ম্‌ছক ১৮৯৩ চনত তেওঁৰ 'হিজ লাষ্ট বাউ'ত মাৰি পেলোৱাৰ পাছত পাঠকৰ হেঁচাতে তেওঁক বৰ বুধিৰে জীয়াই তুলিব লগা হৈছিল।

আৰ্থাৰ কনান ডয়লৰ জীবন বৈচিত্ৰ্যেৰে ভৰা আছিল। তেওঁ একাধাৰে এজন বুৰঞ্জীবিদ, ঘঁৰিয়াল-চিকাৰী, খেলুৱৈ, যুদ্ধৰ সংবাদদাতা আৰু আধ্যাত্মিকতাবাদীও আছিল। নিজৰ ডিটেক্টিভ বিদ্যা প্ৰয়োগ কৰি তেওঁ বিনাদোষতে দোষী সাব্যস্ত হোৱা দুজন লোকৰ নিৰ্দোষিতা প্ৰমাণ কৰি দেখুৱাইছিল। ব'ৱাৰৰ যুদ্ধৰ সময়ত দক্ষিণ আফ্ৰিকাৰ হস্পিটেলত আগ বঢ়োৱা সেৱাৰ বাবে ১৯০২ চনত ডয়লক নাইট উপাধি প্ৰদান কৰা হয়। ১৯৩০ চনত তেওঁৰ মৃত্যু হয়।

---

অনুবাদক ভুবন চন্দ্ৰ বৰাই কাকতে-পত্ৰই নানা প্ৰবন্ধ, অনূদিত গল্প আদি প্ৰকাশ কৰি অহাৰ উপৰিও ইতিমধ্যে এখন ভ্ৰমণ কাহিনী আৰু এখন অনুবাদ গ্ৰন্থ প্ৰকাশ পাইছে। স্কুলীয়া জীৱনতে সাহিত্য চৰ্চাৰ প্ৰতি বাপ দেখুওৱা বৰাৰ এই পুথিৰ কাহিনী 'আজিৰ অসম'ত ধাৰাবাহিকভাৱে প্ৰকাশ পাইছিল। লখিমী গাঁওলীয়া বেংকৰ চেয়াৰমেন, ইউনাইটেড বেংক অব ইণ্ডিয়াৰ আঞ্চলিক পৰিচালক আৰু নেড়ফিৰ বিশেষ কৰ্তব্যৰত বিষয়া আদি বিভিন্ন দায়িত্বপূৰ্ণ পদবীৰপৰা অৱসৰ গ্ৰহণ কৰে। তেজপুৰত জন্মগ্ৰহণ কৰা বৰা বৰ্তমান গুৱাহাটীৰ বাসিন্দা।

অধ্যায় ১

# মিষ্টাৰ শ্বাৰলক হ'মৃছ

গোটেই [illegible]াগৰে থাকিব লগা পৰিস্থিতিৰ বাহিৰে (যিটো অৱশ্যে ঘনাই ঘটে) আনদিনা [illegible] শ্বাৰলক হ'মৃছে [illegible]তে বেলিলৈকে শুই থাকে। এতিয়া তেওঁ প্ৰাতৰাশৰ [illegible]ণে বহিছে। মই জুহালৰ কাষৰ [illegible] কালি নিশা আমাৰ অতিথিয়ে এৰি থৈ যোৱা [illegible] দাণ্ডি চালোঁ। লাঠীডাল কাঠৰ, ধুনীয়া, ডবহা, গুৰিৰ ফালে গোল, সচৰাচৰ জনাজাত পেনেংলয়েৰ নামৰ লাঠী যেনেই লাগে এইডাল। লাঠীডালৰ গুৰিৰ ঠিক তলতে এক ইঞ্চিমান ব্যাসৰ এডাল ৰূপৰ বান্ধনি আছে। বান্ধনিডালত এইদৰে খোদিত 'ছি. ছি. এইচ.ৰ বন্ধুসকলৰদ্বাৰা জেমছ মৰ্টিমাৰ, এম.আৰ.ছি.এছ.লৈ।' তলতে তাৰিখ হিচাবে দিয়া আছে, '১৮৮৪'।

এনে লাঠী নিৰ্ভাজ, সম্ভ্ৰান্ত আৰু বিশ্বাসযোগ্য। পুৰণিকলীয়া পৰিয়াল-চিকিৎসকসকলে প্ৰায়েই এইবোৰ লাঠীয়েই লৈ ফুৰে।

"বাৰু, ৱাটছন, লাঠীডালৰ বিষয়ে তুমি কি ভাবা?"

হ'মৃছে মোৰ ফালে পিঠি দি বহি আছিল। ময়োতো তেওঁক এতিয়া কি কৰি আছোঁ জনোৱা নাই।

"মই এতিয়া কি কৰি আছোঁ তুমি কেনেকৈ জানিলা? তোমাৰ মূৰৰ পিছফালেও চকু আছে যেন পাইছোঁ।"

তেওঁ ক'লে, "মোৰ সম্মুখত অন্ততঃ ভালকৈ ঘঁহি নিমজ কৰা, ৰূপৰ পানী চৰোৱা এটা কফি-পট আছে। তুমি এতিয়া মোক কোৱাচোন অতিথিজনৰ লাঠীডালৰপৰা তুমি কি কি ধাৰণা কৰিব পাৰা? আমাৰেই দুৰ্ভাগ্য, আমি তেওঁক লগ নাপালোঁ আৰু সেয়েহে তেওঁনো ইয়ালৈ কিয় আহিছিল একোকে গম নাপালোঁ। পাছে ঘটনাক্ৰমে এৰি থৈ যোৱা এই স্মৃতিচিহ্নটোহে এতিয়া আমাৰ কাৰণে গুৰুত্বপূৰ্ণ। লাঠীডাল পৰীক্ষা কৰি এতিয়া মানুহজনৰ বিষয়ে কোৱা।"

যিমান পাৰোঁ মোৰ সংগীৰ পদ্ধতি অৱলম্বন কৰি মই ক'লোঁ, "মই ভাবোঁ ডাঃ

মৰ্টিমাৰ এজন সফল, বয়সস্থ চিকিৎসক। শলাগৰ চিনস্বৰূপে এই উপহাৰটো দিয়ালৈ চাই এইটো ক'ব পাৰি যে তেওঁক সকলোৱে যথেষ্ট শ্ৰদ্ধা কৰে।"

হ'মছে ক'লে, "ভাল হৈছে। অতিশয় উত্তম।"

"মোৰ ধাৰণা তেওঁ এজন গ্ৰাম্য এলেকাৰ ডাক্তৰ আৰু সেয়েহে বেছি ভাগ সময় খোজ কাঢ়ি ৰোগী চাবলৈ যাব লাগে।"

"তোমাৰ এনে ধাৰণা কিয় হ'ল?"

"কাৰণ এই লাঠীডাল। আদিতে এইডাল বৰ ধুনীয়াই আছিল, কিন্তু খুন্দা-খুন্দলি খাই তাৰ এতিয়া যি অৱস্থা, সেই অৱস্থাত কোনো নগৰীয়া ডাক্তৰে ইয়াক লৈ ফুৰোৱাটো কল্পনা কৰিব নোৱাৰি। লোহাৰ ডাঠ বেটুটো তেনেই ক্ষ[illegible]। সেয়েহে এইটো স্পষ্ট যে লাঠীডাল লৈ প্ৰচুৰ [illegible] হৈছে।"

হ'মছে ক'লে, "সম্পূ[illegible]!"

"আকৌ লাঠীডালত খোদিত হৈছে ছি.ছি.এইচ.ৰ বন্ধুসকলৰদ্বাৰা [illegible]। মোৰ অনুমান ছি.ছি.এইচ. কোনোবা স্থানীয় 'হাণ্ট' চিকাৰ অভিযানকাৰী দল হয় আৰু বোধকৰোঁ কোনো শল্য-চিকিৎসাত সাহায্য পোৱাৰ কাৰণে ইয়াৰ সভ্যসকলে কৃতজ্ঞ হৈ ডাঃ মৰ্টিমাৰক এই উপহাৰটো দিছে।"

হ'মছে তেওঁৰ বহি থকা চকীখন পিছলৈ ঠেলি দি ছিগাৰেট এটা জ্বলাই ক'লে, "সঁচাকৈয়ে, ৱাটছন, তুমি প্ৰভূত উন্নতি কৰিছা। মই এইটো ক'বই লাগিব যে তুমি মোৰ কৃতিত্বৰ প্ৰশংসা কৰিবলৈ গৈ নিজৰ ক্ষমতাক সদায় হেয়জ্ঞান কৰি আহিছা। তুমি নিজে জ্যোতিষ্মান নহ'লেও পোহৰ বিলাই আছা। প্ৰতিভাৰ অধিকাৰী নোহোৱাকৈও কিছুমান মানুহে লক্ষণীয়ভাৱে প্ৰতিভাৰ উদ্দীপন ঘটাবলৈ সক্ষম। মই স্বীকাৰ কৰোঁ, বন্ধু, মই তোমাৰ ওচৰত ঋণী।"

তেওঁ কেতিয়াও মোক ইমান প্ৰশংসা কৰা নাছিল। তেওঁৰ কৰ্মকুশলতাৰ মই কৰা প্ৰশংসা আৰু প্ৰচাৰৰ প্ৰতিও তেওঁ প্ৰায়েই উদাস আছিল। সেয়েহে স্বাভাৱিকতে এতিয়া তেওঁ মোক প্ৰশংসা কৰাত মই অতিশয় আনন্দিত। মই যে তেওঁৰ কাৰ্য্যপদ্ধতি আয়ত্ত কৰি তেওঁৰেই অনুমোদন লাভ কৰিবলৈ সমৰ্থ হৈছোঁ, এই কথাটো ভাবি মই গৰ্বিত অনুভৱ কৰিলোঁ। তেওঁ এতিয়া মোৰপৰা লাঠীডাল ল'লে আৰু খালী চকুৰেই কেইমিনিটমান পৰীক্ষা কৰিলে। তাৰ পাছত কামটোত অধিক মনোনিৱেশ কৰিবলৈ তেওঁ ছিগাৰেটটো আঁতৰাই থ'লে আৰু খিৰিকিৰ কাষলৈ লাঠীডাল লৈ আহি এখন উত্তল লেন্সেৰে লাঠীডাল আকৌ চালে।

দীঘলীয়া আঁউজা চকীখনৰ নিজৰ পছন্দৰ চুকটোলৈ ঘূৰি আহোঁতে তেওঁ ক'লে,

"বিষয়টো কৌতূহল উদ্দীপক, যদিও জটিল নহয়। লাঠীডালত দুই-এটা আভাস নিশ্চয় আছে। তাৰপৰা আমি কেইবাটাও সিদ্ধান্তত উপনীত হ'ব পাৰিম।"

অলপ হ'লেও গপত ওফন্দি থকা মই সুধিলোঁ, "মোৰ সিদ্ধান্তত কিবা বাদ পৰি গ'ল নেকি? মই নিশ্চয় কোনো মূল্যবান তথ্য উপেক্ষা কৰা নাই?"

"মৰমৰ বন্ধু বাটছন, তোমাৰ প্ৰায়বোৰ সিদ্ধান্তই সঠিক নহয়। প্ৰতিভাৰ উদ্দীপন, ঘটাবলৈ সমৰ্থ হোৱা বুলি কৈ প্ৰকৃততে মই বুজাব খুজিছিলোঁ যে বিসংগতিবোৰ বিশ্লেষণ কৰিলেই মই সত্যত উপনীত হ'ব পাৰিম। অবশ্যে বৰ্তমানৰ আলোচ্য বিষয়ত তোমাৰ সিদ্ধান্ত সকলোবোৰেই ভুল হোৱা নাই। প্ৰকৃততে মানুহজন এজন গ্ৰাম্যচিকিৎসক। তেওঁ খুব খোজ কাঢ়ি ফুৰাটোও সত্য।"

"তেনেহ'লে মোৰ সিদ্ধান্ত শুদ্ধ।"

"কিছু পৰিমাণে।"

"তুমি যিখিনি ক'লা সেয়াইতো আটাইখিনিকে সামৰে।"

"নহয়, নহয়, বন্ধু বাটছন। কেতিয়াও নহয়। সকলোবোৰ নহয়। মোৰ ধাৰণা এজন চিকিৎসকলৈ আগ বঢ়োৱা উপহাৰ এটা চিকাৰ অভিযানকাৰী দলতকৈ এখন হস্পিটেলৰপৰা দিয়াৰহে অধিক সম্ভাৱনা। সেয়েহে H আখৰটোৱে Hunt অৰ সলনি Hospital বুজাব আৰু প্ৰথমে থকা ছি. ছি. আখৰ দুটাই 'Charing Cross' বোলা ঠাইখনকে স্বাভাৱিকতে বুজাইছে।"

"তুমি বোধকৰোঁ ঠিকেই কৈছা।"

"আমাৰ সিদ্ধান্তৰ সম্ভাৱনা এই ধৰণে আওবালে আমি ইয়াকে এটা প্ৰাৰম্ভিক ধাৰণা বুলি ল'ব পাৰোঁ আৰু ইয়াতে ভেঁজা দি অজানা অতিথিজন সম্বন্ধে নতুনকৈ সিদ্ধান্ত কৰিব পাৰোঁ।"

"ঠিক আছে। যদি আমি ভাবোঁ যে ছি. ছি. এইচে চেৰিং ক্ৰছ হস্পিটেলকে বুজাইছে, আমি আৰু কি কি সিদ্ধান্ত ল'ব পাৰোঁ?"

"সিদ্ধান্তসমূহ জানো স্ব-প্ৰকাশিত হৈ নপৰে? মোৰ পদ্ধতিৰ বিষয়ে জানাই। সেইবোৰেই প্ৰয়োগ কৰা।"

"স্পষ্টভাৱে মই এইটো সিদ্ধান্তত উপনীত হৈছোঁ যে মানুহজনে গাঁৱলৈ যোৱাৰ আগতে নগৰত চিকিৎসক হিচাপে নিয়োজিত আছিল।"

"মই ভাবোঁ এইটো বিবাং কৰিবলৈ আমি অলপ বেলেগ ধৰণে চাব পাৰোঁ। এইদৰে ভাবাচোন। এনে এটা উপহাৰ তেওঁক দিয়াৰ আটাইতকৈ বেছি সম্ভাৱনা থাক কেতিয়া? কেতিয়া তেওঁৰ বন্ধুসকলে লগ হৈ তেওঁলোকৰ শুভেচ্ছা মানুহজনৰ প্ৰতি

জনোৱাটো সম্ভৱ? দেখদেখকৈয়ে তেতিয়া, যেতিয়া ডাঃ মৰ্টিমাৰে হস্পিটেলৰ চিকিৎসাসেৱাৰপৰা অব্যাহতি লৈ নিজাকৈ চিকিৎসাসেৱাৰ বৃত্তি আৰম্ভ কৰিবলৈ মনস্থ কৰিলে। এতিয়া আমি ডাঃ মৰ্টিমাৰৰ বিষয়ে দুটা তথ্য জানিলোঁ। এটা হ'ল তেওঁক এটা উপহাৰ দিয়া হৈছিল। আনটো, আমাৰ বিশ্বাস যে তেওঁ নগৰৰ হস্পিটেলৰপৰা অব্যাহতি লৈ গাঁৱত চিকিৎসাসেৱাৰ বৃত্তিত নিজকে নিয়োজিত কৰিলে। আমি যদি এতিয়া সিদ্ধান্ত কৰোঁ যে তেওঁৰ এই স্থান পৰিৱৰ্তনৰ সময়তে লাঠীডাল উপহাৰ স্বৰূপে দিছিল, তেনেহ'লে এইটো নিশ্চয় কষ্টকল্পিত সিদ্ধান্ত নহ'ব।"

"এইটো নিশ্চয় সম্ভৱপৰ।"

"বাৰু, তুমি এইটো নিশ্চয় নাভাবা যে এজন লণ্ডনৰ হস্পিটেলত প্ৰতিষ্ঠিত চিকিৎসকে লণ্ডন এৰি গাঁৱত চিকিৎসাসেৱা আগ বঢ়াবলৈ যাব। তেনেহ'লে তেওঁ কি আছিল? হস্পিটেলত থাকিও ডাক্তৰজন প্ৰতিষ্ঠিত চিকিৎসক যদি নহয়, তেনেহ'লে তেওঁ এজন 'হাউছ-ছাৰ্জন' অথবা 'হাউছ-ফিজিছিয়ান' হ'ব, যাৰ স্থান জ্যেষ্ঠ ছাত্ৰসকলতকৈ মাথোঁ অলপ ওপৰত। লাঠীডালত থকা তাৰিখটোৰপৰা আমি জানো যে তেওঁ মাত্ৰ পাঁচ বছৰ আগেয়ে সেই হস্পিটেলখনৰপৰা বিদায় লৈছিল। গতিকে, ৱাটছন, তোমাৰ সফল, বয়সস্থ চিকিৎসকজনৰ ঠাইত আমি পালোঁ এজন ত্ৰিছ বছৰতকৈও কম বয়সৰ অমায়িক, অনুচ্চাকাংক্ষী, আনমনা ডেকা, যিজনৰ আছে এটা প্ৰিয় কুকুৰ। মোৰ মতে কুকুৰটো 'টেৰিয়াৰ'তকৈ সৰু।"

শ্বাৰলক হ'মছে ছিগাৰেটত হোপা মাৰি ধোঁৱাৰ কম্পমান ৰিং ছিলিঙলৈ এৰি দিলে। তেওঁৰ কথাবোৰ সম্পূৰ্ণকৈ বিশ্বাস কৰিব নোৱাৰি মই হাঁহি দিলোঁ।

মই ক'লোঁ, "তোমাৰ বৰ্ণনাৰ পাছৰখিনিৰ সত্যাসত্য থিৰাং কৰাৰ উপায় নাই। কিন্তু তেওঁৰ বয়স আৰু বৃত্তিগত অৰ্হতা আদি কেইটামান তথ্য জনাটো কঠিন কাম নহ'ব।" চিকিৎসাশাস্ত্ৰৰ কিতাপৰ মোৰ সৰু শ্বেল্ফৰপৰা মই 'মেডিকেল ডাইৰেক্টৰি'খন উলিয়াই ডাক্তৰজনৰ নামটো বিচাৰিলোঁ। মৰ্টিমাৰ কেইবাজনো আছে যদিও আমাৰ অতিথিজন হোৱাৰ সম্ভাৱনা থকা নাম এটা পাই মই ডাঙৰকৈ পঢ়িলোঁ ঃ

> ডেভনৰ ডাৰ্টমুৰৰ গ্ৰিমপেনৰ অধিবাসী জেমছ মৰ্টিমাৰ, এম.আৰ.ছি.এছ.। চেৰিং ক্ৰছ হস্পিটেলত ১৮৮২ চনৰপৰা ১৮৮৪ চনলৈ হাউছ-ছাৰ্জন। *'Is Disease a Reversion'* শীৰ্ষক প্ৰবন্ধৰ কাৰণে তুলনামূলক ৰোগবিজ্ঞানত জেকছন বঁটা বিজয়ী। 'The Swedish Pathological Society'ৰ Corresponding সভ্য। 'Some Freaks of Atavism' (Lancet, 1882), 'Do we Progress?' (Journal of

Psychology, March, 1883)অৰ লিখক। গ্রিমপেন, থৰ্ছলি আৰু হাইবেৰো অঞ্চলৰ চিকিৎসাবিষয়া।"

হ'ম্‌ছে এটা কৌতুকপূর্ণ মিচিকিয়া হাঁহি মাৰি ক'লে, "সেই স্থানীয় চিকাৰ-অভিযানকাৰী দলৰ কথা কিন্তু উল্লেখ নকৰিলে, ৱাটছন। অৱশ্যে তোমাৰ বিচক্ষণ ধাৰণা সত্য এটা কথাত। তেওঁ এজন গ্রামাঞ্চলৰ চিকিৎসক। মোৰ সিদ্ধান্তবোৰ পাছে ঠিক হৈছে যেন পাওঁ। মানুহজনৰ বিষয়ে ক'বলৈ গৈ মই তিনিটা বিশেষণ ব্যৱহাৰ কৰিছিলোঁ, অমায়িক, অনুচ্চাকাংক্ষী আৰু আনমনা। মোৰ অভিজ্ঞতাৰ ওপৰত নির্ভৰ কৰি মই ক'ব পাৰোঁ যে এজন অমায়িক লোকেহে প্ৰশংসা-পত্ৰ পায়, এজন অনুচ্চাকাংক্ষী মানুহৰদ্বাৰাহে লণ্ডনৰ কাম নেওচা দি নিজকে গাঁৱত চিকিৎসাসেৱাত নিয়োজিত কৰাটো সম্ভৱ আৰু এজন আনমনা ব্যক্তিয়েহে দর্শনার্থী হৈ আহি এঘণ্টা তোমাৰ কোঠাটোত কটাই লগ নোপোৱাৰ পাছত ভিজিটিং কাৰ্ড এখনো নোথোৱাকৈ লাঠীডাল মাথোঁ পাহৰি এৰি থৈ যাব পাৰে।"

'কুকুৰটোৰ কথা কেনেকৈ জানিলা?"

"কুকুৰ এটাই এই লাঠীডাল দাঁতেৰে কামুৰি গৰাকীৰ পিছে পিছে যোৱা অভ্যাস। লাঠীডাল গধুৰ, সেয়েহে কুকুৰটোৱে লাঠীডালৰ মাজতে দাঁতেৰে জোৰেৰে চেপি ধৰিব লাগে। কুকুৰটোৰ দাঁতৰ দাগ লাঠীডালত স্পষ্ট হৈ আছে। দাগবোৰৰ দুশাৰীৰ মাজৰ ব্যৱধান চায়েই ক'ব পাৰি কুকুৰটোৰ হনু মোৰ মতে 'টেৰিয়াৰ' কুকুৰতকৈ ডাঙৰ আৰু 'মাষ্টিফ'তকৈ সৰু। গতিকে কুকুৰটো নিশ্চয় এটা কেঁকোৰা নোম থকা স্পেনিয়েল।"

কথা কৈ থাকোঁতেই তেওঁ চকীৰপৰা উঠি কোঠাটোত খোজ কাঢ়িবলৈ ধৰিলে। তেওঁৰ কথাত এনে এক বদ্ধমূল বিশ্বাসৰ সুৰ আছিল যে মই বিস্ময়ত তেওঁৰ মুখলৈ চাবলৈ বাধ্য হ'লোঁ।

মই সুধিলোঁ, "মৰমৰ বন্ধু, কুকুৰটো সম্বন্ধে তুমি ইমান নিশ্চিত হ'ব কেনেকৈ পাৰিছা?"

"কাৰণ কুকুৰটো এতিয়া আমাৰ দুৱাৰমুখত—তাৰ গৰাকীয়ে সেয়া ঘণ্টা বজালেই। মোৰ অনুৰোধ, ৱাটছন, তুমি আঁতৰি নাযাবা। বৃত্তি অনুসৰি তেওঁ এজন তোমাৰ ভ্ৰাতৃ। তোমাৰ উপস্থিতি মোৰ সহায়ক হ'ব। নিয়তিৰ নাটকীয় ক্ষণত আমি এতিয়া আহি উপস্থিত হৈছোঁ, ৱাটছন। ছিৰিৰ ওপৰেৰে আমাৰ জীৱনৰ মাজলৈ তেওঁ আগ বাঢ়ি অহা পদক্ষেপ শুনিবলৈ পাইছোঁ। ক'ব নোৱাৰোঁ এয়া ভাললৈ নে বেয়ালৈ। বৈজ্ঞানিক বৃত্তিৰ চৰ্চা কৰা ডা° জেমছ মৰ্টিমাৰ নামৰ ব্যক্তিগৰাকীয়ে অপৰাধ বিশেষজ্ঞ শ্বাৰ্লক হ'ম্‌ছৰপৰানো কি বিচাৰিব পাৰে? ভিতৰলৈ সোমাই আহক।"



মানুহজনৰ গঢ়-পিট সাধাৰণতে অনুমান কৰা গাঁৱৰ চিকিৎসকসকলতকৈ বেলেগ।

মানুহজনৰ গঢ়-পিট সাধাৰণতে অনুমান কৰা গাঁৱৰ চিকিৎসকসকলতকৈ বেলেগ। তেওঁৰ চেহেৰা ওখ-পাখ, খীণ, চৰাইৰ ঠোঁটৰ দৰে দীঘল জোঙা নাক আৰু মুগা বৰণীয়া অতি উজ্জ্বল চকু দুটাৰ ওপৰত এযোৰ সোণালী চছমা। পিন্ধন-উৰণত কিন্তু মানুহজন যেনেই জলাহ। তেওঁৰ ফ্ৰক-কোটটো লেতেৰা আৰু লংপেণ্টটো অ'ত-ত'ত ফিচিকিছে। ডেকা বয়সৰ হ'লেও তেওঁ ইতিমধ্যে অলপ কুঁজা হৈছে আৰু আগলৈ হাউলি খোজ কাঢ়ে। খোজত মূৰটো আগলৈ ঠেলি ঠেলি তেওঁ এক সমদৰ্শীৰ সহজ উদাৰতা প্ৰকাশ কৰে। সোমায়েই তেওঁৰ দৃষ্টি হ'ম্ছে হাতত লৈ থকা লাঠীডালত পৰিল আৰু উৎফুল্লিত হৈ লাঠীডালৰ ফালে দৌৰি আহিল। তেওঁ ক'লে, "মোৰ যে ইমান ভাল লাগিছে। লাঠীডাল ইয়াতে এৰিলোঁনে জাহাজ পৰিবহণ দপ্তৰত এৰিলোঁ মই একো থিৰাং কৰিব পৰা নাছিলোঁ। মোৰ কাৰণে লাঠীডাল মহা মূল্যবান।"

হ'ম্ছে ক'লে, "এৰা, আপুনি লাঠীডাল উপহাৰ স্বৰূপে পাইছিল, নহয়নে?"

"হয়, মহাশয়।"

"চেৰিং ক্ৰছ হস্পিটেলৰপৰা?"

"মোৰ বিয়াৰ সময়ত হস্পিটেলৰ দুই-এজন বন্ধুৱে দিছিল।"

হ'ম্ছে মূৰ জোকাৰি জোকাৰি ক'লে, "কথাটো ঠিক নহ'ল নহয়?"

অলপ আচৰিত হৈ ডাঃ মৰ্টিমাৰে চছমাৰ ভিতৰতে চকু টিপিয়াই সুধিলে, "কিয় ঠিক নহ'ল?"

"নাই, একো হোৱা নাই, কেৱল আমি কৰা ধাৰণা এটা আপোনাৰ কথাই লৰচৰ কৰি পেলালে। আপুনি কৈছে বিয়াৰ সময়ত উপহাৰটো দিছিল, নহয়নে?"

"হয়, মহাশয়। বিয়া কৰাওঁতেই মই এজন পৰামৰ্শদাতা চিকিৎসক হোৱাৰ অভিপ্ৰায়েৰে হস্পিটেলখনৰপৰা বিদায় লওঁ। নিজেই নিজৰ ঘৰখন থানথিত লগোৱাটো তেতিয়া প্ৰয়োজন হৈছিল।"

হ'ম্ছে ক'লে, "এৰা, আমাৰ ধাৰণাসমূহ এতিয়ালৈকে ভুল হোৱা নাই। বাৰু, ডাঃ জেমছ মৰ্টিমাৰ—।"

"ডাক্তৰ নহয়, মাত্ৰ মিষ্টাৰ বুলি কওক, মই এজন সাধাৰণ এম.আৰ.ছি. এছ.।"

"দেখদেখকৈয়ে আপুনি এজন সূক্ষ্ম আৰু নিৰ্ভুল মনৰ মানুহ।"

"বিজ্ঞানৰ এজন পল্লৱগ্ৰাহী লোক, এই অজানা বিশাল মহাসাগৰৰ তীৰত মই মাথোঁ শামুকৰ খোলা বুটলি আছোঁ। মই বোধকৰোঁ মিষ্টাৰ শাৰ্লক হ'ম্ছৰ লগতে কথা পাতি আছোঁ, নে আন কোনোবা—"

"আন কোনোবাৰ লগত নহয়। আৰু এয়া মোৰ বন্ধু ডাঃ ৱাটছন।"

"মহাশয়, আপোনাক লগ পাই আনন্দিত হ'লোঁ। আপোনাৰ বন্ধুৰ সম্বন্ধে হোৱা আলোচনাত মই আপোনাৰ নামটোও উচ্চাৰিত হোৱা শুনিছোঁ। মিঃ হ'মৃছ, আপোনাৰ কথা-কামে মোক খুব আকৰ্ষিত কৰে। আপোনাৰ শাৰীৰিক গঠনটোও দীৰ্ঘকায়। পথালিয়ে জুখিলে আপোনাৰ জঁকাটো দৈৰ্ঘ্যৰ শতকৰা আঠসত্তৰ ভাগতকৈও কমহে হ'ব। আপোনাৰ শৰীৰত এবাৰ আঙুলি বুলাই পৰীক্ষা কৰিলে বেয়া পাব নেকি? আচল জঁকাটো নোপোৱালৈকে ইয়াৰ প্ৰতিকৃতি ৰাখিলেও যিকোনো নৃতাত্ত্বিক যাদুঘৰৰ জেউতি চৰিব। আপুনি মোৰ কথা-বতৰা বিৰক্তিকৰ বুলি ভাবিলেও মই নকৈ নোৱাৰোঁ যে আপোনাৰ জঁকাটো পৰীক্ষা কৰাটোও মোৰ এটা হেঁপাহ।"

শ্বাৰলক হ'মৃছে এই অনাভুৱা অতিথিজনক চকী এখনত বহিবলৈ [illegible]বে অনুৰোধ জনালে। তেওঁ ক'লে, "মই [illegible]পুনি আপোনাৰ চিন্তাত [illegible], মোৰ ক্ষেত্ৰতো একেই কথা। [illegible] আঙুলিটো দেখি মই ধৰিব পাৰিছোঁ যে আপুনি নিজৰ ছিগাৰেট নিজেই তৈয়াৰ কৰি লয়। [illegible] এতিয়া ছিগাৰেট এটা জ্বলাব পাৰোঁ।"

মানুহজনে কাগজ আৰু ধঁপাত উলিয়াই ল'লে আৰু অতি দক্ষতাৰে ধঁপাতখিনি কাগজেৰে মেৰিয়াই ছিগাৰেট তৈয়াৰ কৰিলে। পোকৰ শুঙৰ দৰে ক্ষিপ্ৰ আৰু অস্থিৰ তেওঁৰ হাতৰ আঙুলিবোৰ।

দেখাত হ'মৃছ নিৰবে আছে, কিন্তু ঘনাই দৃষ্টি সঞ্চালন কৰালে চাই মোৰ কৌতূহলী বন্ধুৰ মনত মানুহজনৰ প্ৰতি আগ্ৰহৰ উদ্ৰেক হৈছে বুলি গম পালোঁ।

অৱশেষত তেওঁ ক'লে, "বোধকৰোঁ আপুনি মোৰ জঁকাটো পৰীক্ষা কৰিবলৈকেই কালি নিশা আৰু আজি এতিয়া আকৌ অহা নাই?"

"এৰা, এই কাৰণে অহা নাই, যদিও মই তেনে এটা সুযোগ পালে আনন্দিত হ'ম। মই ইয়ালৈ অহাৰ কাৰণ হ'ল যে হঠাতে মই এটা অতিকৈ কঠিন আৰু অস্বাভাৱিক সমস্যাৰ সন্মুখীন হৈছোঁ, যিটোৰ সমাধান মোৰ দৰে ব্যাৱহাৰিক জ্ঞান-ৰহিত ব্যক্তিৰ কাৰণে সম্ভৱ নহয়। ইউৰোপৰ ভিতৰতে আপুনি দ্বিতীয়জন বিশেষজ্ঞ বুলি জনাৰ পাছত...।"

হ'মৃছে অলপ কৰ্কশভাৱেই সুধিলে, "বাৰু মহাশয়, প্ৰথমজননো কোন আপুনি জনাবনে?"

"বৈজ্ঞানিক চিন্তাধাৰাৰে একান্তভাৱে মননশীল এজন ব্যক্তি হিচাবে মচিঅ' বাৰ্টিলোঁৰ নামটো মোৰ মনলৈ প্ৰথমে আহে।"

"তেনেহ'লে আপুনি তেওঁৰে পৰামৰ্শ বিচৰাটো উচিত নহ'বনে?"

"মহাশয়, মই দেখোন কৈছোঁৱেই যে 'বৈজ্ঞানিক চিন্তাধাৰাৰ একান্তভাৱে মননশীল ব্যক্তি হিচাবে' বুলি। কিন্তু জাগতিক চিন্তাধাৰাৰ ঘটনা বিন্যাসৰ ক্ষেত্ৰত একক বাস্তৱ গুণসম্পন্ন ব্যক্তি হিচাবে আপোনাকহে গণ্য কৰা হয়। মই ভাবোঁ, মহাশয়, অনিচ্ছাকৃতভাৱে...।"

শ্বাৰলক হ'ম্‌ছে ক'লে, "ডাঃ মৰ্টিমাৰ, আপুনি বেছিকৈ হৈ-চৈ নকৰি অনুগ্ৰহ কৰি মোক ক'বনে কেনে ধৰণৰ সমস্যাৰ কাৰণে প্ৰকৃততে মোৰ সহায় বিচাৰি আহিব লগা হ'ল?"

## অধ্যায় ২

# বাস্কাৰভিলৰ অভিশাপ

ডাঃ জেমছ মৰ্টিমাৰে ক'লে, "মোৰ জেপত এখন পাণ্ডুলিপি আছে।"

হ'ম্‌ছে ক'লে, "আপুনি কোঠাটোত সোমাওঁতেই মই লক্ষ্য কৰিছোঁ।"

"এইখন এখন পুৰণা পাণ্ডুলিপি।"

"জাল কৰা নাই যদি পাণ্ডুলিপিখন অষ্টাদশ শতিকাৰ প্ৰাৰম্ভিক কালৰ।"

"মহাশয়, সেইটো কেনেকৈ কৈছে?"

"আপুনি কথা কৈ থাকোঁতেই আপোনাৰ বুকু-জেপত থকা পাণ্ডুলিপিখনৰ এক-দুই ইঞ্চিমান পৰীক্ষা কৰাৰ সুবিধা ল'লোঁ। এজন কৃতী বিশেষজ্ঞই নথি এখন পৰীক্ষা কৰি অন্ততঃ সেইখন কোন দশকত বা তাৰ আশে-পাশে কোন সময়ত সৃষ্টি কৰা হৈছিল ক'ব পাৰিব লাগে। মই এই বিষয়ে লিখা প্ৰবন্ধ আপুনি বোধকৰোঁ পঢ়িছে। আপোনাৰ এই পাণ্ডুলিপিখন মই এতিয়া ১৭৩০ চনৰ বুলি ঠাৱৰ কৰিছোঁ।"

তেওঁৰ বুকু-জেপৰপৰা পাণ্ডুলিপিখন উলিয়াই ডাঃ মৰ্টিমাৰে ক'লে, "আচল

সময়টো হ'ল ১৭৪২। তেওঁলোকৰ পৰিয়ালৰ এই নথিখনৰ দায়িত্ব ছাৰ চার্লছ বাস্কাৰভিলে মোকে সপে। তিনিমাহমান আগতে হঠাতে হোৱা তেওঁৰ করুণ মৃত্যুৱে ডেভনশ্বিয়াৰত খুব উত্তেজনাৰ সৃষ্টি কৰিছিল। এইটো কৈ থোৱা ভাল যে মই তেওঁৰ ব্যক্তিগত বন্ধু আৰু চিকিৎসক আছিলোঁ। মহাশয়, তেওঁ এজন দৃঢ়মনা ব্যক্তি আছিল। তদুপৰি বিচক্ষণ, ব্যাৱহাৰিক জ্ঞানসম্পন্ন আৰু মোৰ দৰেই কল্পনাৰহিত লোক। তেওঁ এই নথিখন অত্যন্ত গুৰুত্বসহকাৰে লৈছিল আৰু ভৱিষ্যতৰ দুৰ্যোগৰ কাৰণে নিজকে প্রস্তুত কৰি ৰাখিছিল। শেষত অঘটনটো ঘটিলেই।"

হ'মৃছে পাণ্ডুলিপিখন হাতত বহলাই মেলিলে। তাৰ পাছত আঁঠুৰ ওপৰত থৈ হাতেৰে হেঁচি হেঁচি সেইখন ভাঁজ-ভুঁজ নথকাকৈ সমান কৰিলে।

"ৱাটছন, S আখৰটোৰ দীৰ্ঘ আৰু হ্রস্ব [illegible] কৰা বিকল্প প্রয়োগ তুমি পাণ্ডুলিপিখনত লক্ষ্য কৰা। এইটো আন [illegible] লক্ষণ লক্ষ্য কৰি মই নথি[illegible] সময় নির্ধাৰণ কৰিলোঁ।"

তেওঁৰ কান্ধৰ ওপৰেদি দৃষ্টি পেলাই মই হালধীয়া কাগজখনৰ বিবর্ণ আখৰবোৰত চকু ফুৰালোঁ। কাগজখনৰ ওপৰত লিখা আছে 'বাস্কাৰভিল হল' আৰু তাৰ তলতে ডাঙৰকৈ অপৰিপাটিকৈ লিখি থোৱা সংখ্যাকেইটা হ'ল '১৭৪২'।

এইখন কিবা বিবৃতি যেন লাগে।"

"এৰা, বাস্কাৰভিল পৰিয়ালত প্রচলিত এক বিশেষ উপাখ্যানৰ এয়া বর্ণনা।"

"কিন্তু আপুনি কোৱা মতে কিবা আধুনিক বাস্তৱ সমস্যা লৈ মোৰ পৰামর্শ বিচাৰি আহিছে?"

"একেবাৰে আধুনিক। কথাবোৰ অতিশয় বাস্তৱ, জৰুৰী বিষয়, যিটোৰ সমাধান চৌবিছ ঘণ্টাৰ ভিতৰতেই হ'ব লাগে। পাণ্ডুলিপিখন অকণো দীঘল নহয়, কিন্তু ঘটনাটোৰ লগত এইখন ঘনিষ্ঠভাৱে জড়িত। আপোনাৰ অনুমতি সাপেক্ষে মই এইখন পঢ়ি দিওঁ।"

আঙুলিবোৰ মুঠি মাৰি, চকু জপাই এক আত্মসমর্পণৰ ভংগীত হ'মৃছে চকীখনত আঁউজি দিলে। ডা০ মৰ্টিমাৰে পাণ্ডুলিপিখন পোহৰৰ কাষলৈ আনি কর্কশ ৰঁটা মাতেৰে ডাঙৰকৈ পুৰণি পৃথিৱীৰ এই কৌতূহলপূৰ্ণ বৃত্তান্ত পঢ়াত লাগিল।

"বাস্কাৰভিল পৰিয়ালৰ চিকাৰী কুকুৰৰ উৎস সম্বন্ধে বহুতো উক্তি আছে। কিন্তু মই হিউগো বাস্কাৰভিলৰ প্রত্যক্ষ বংশজাত আৰু এই কাহিনী মোৰ পিতৃৰপৰা শুনিছোঁ। মোৰ পিতৃয়েও তেওঁৰ দেউতাকৰপৰাই কাহিনীটো শুনিছে। সেয়েহে মই পূর্ণ বিশ্বাস সহকাৰে এই কাহিনী বিবৃত কৰিছোঁ। মোৰ

পুত্ৰসকল, সদায়েই বিশ্বাস কৰিবা। যে ন্যায় ব্যৱস্থাই যেনেকৈ পাপৰ বাবে শাস্তি বিধান কৰে, তেনেকৈ দয়ালু হৈ ক্ষমা দানো কৰে। প্ৰাৰ্থনা আৰু অনুতাপেৰে কঠিন বাধাকো আঁতৰাব পাৰি। সেয়েহে অতীতৰ কৰ্মফলৰ প্ৰতি থকা ভীতিভাব ত্যাগ কৰিবলৈ এই কাহিনীৰপৰা শিকা আৰু ভৱিষ্যতৰ প্ৰতি সতৰ্ক হোবা, যাতে আমাৰ পৰিয়ালক শোকাবহভাৱে পীড়ন কৰা বীভৎস আসক্তিয়ে আকৌ আমাক ধ্বংসৰ পথলৈ লৈ যাব নোৱাৰে।

'ইয়াৰদ্বাৰা জনোৱা হ'ল যে সুবিশাল বিদ্ৰোহৰ সময়ত (এই বিদ্ৰোহৰ ইতিহাস সম্বন্ধে জানিবলৈ মাননীয় লৰ্ড ক্লেৰেনডনৰ লেখাৰ প্ৰতি দৃষ্টি আকৰ্ষণ কৰা হ'ল) এই বাস্কাৰভিল গৃহসংলগ্ন খাতখনৰ গৰাকী আছিল হিউগো বাস্কাৰভিল। এইটো অস্বীকাৰ কৰিব নোৱাৰি যে তেওঁ এজন অত্যন্ত উচ্ছৃংখল, ধৰ্মবিদ্বেষী আৰু নাস্তিক লোক আছিল। সেই অঞ্চলত সাধু-সন্ত লোকসকলৰ শ্ৰীবৃদ্ধি প্ৰত্যক্ষ কৰা নহৈছিল, সেয়েহে প্ৰতিবেশীসকলে তেওঁৰ কাৰ্য্যকলাপ ক্ষমাৰ দৃষ্টিৰে চালেও সমস্ত পশ্চিমাংশতে তেওঁ অনৈতিকতা আৰু নিষ্ঠুৰতাৰ প্ৰতীকস্বৰূপে জনাজাত আছিল। বাস্কাৰভিল খাতৰ ওচৰতে থকা মাটিৰ গৰাকী এজনৰ কন্যাৰ লগত হিউগো প্ৰেমত (যদিহে নীচ আসক্তিক সঁচাকৈয়ে তেনে এটা মধুৰ শব্দেৰে অভিহিত কৰিব পাৰি) পৰিছিল। কিন্তু যুৱতীগৰাকীয়ে এই অসৎ প্ৰবৃত্তিৰ লোকজনক ভয় কৰিছিল। সৎ আৰু সাৱধান এই যুৱতীগৰাকীয়ে হিউগোৰপৰা আঁতৰি ফুৰিছিল। ছেইণ্ট মাইকেল উৎসৱৰ দিন এটাত যুৱতীগৰাকীৰ পিতৃ-ভ্ৰাতৃ গৃহত নথকাৰ সুযোগ লৈ হিউগোৱে ছয়-সাতজনমান সোৰোপা, দুষ্ট প্ৰকৃতিৰ বন্ধুৰে সৈতে তেওঁক জোৰ কৰি উঠাই লৈ আহে। যুৱতীগৰাকীক আনি হলঘৰৰ ওপৰৰ কোঠা এটাত থৈ তলত তেওঁলোকৰ নৈশ ৰীতি অনুসৰি হিউগো সবান্ধৱে দীৰ্ঘ সময় ধৰি মদ্যপানত মচগুল হ'ল। তলত হৈ-চৈ কৈ কোৱা কথা-বতৰা আৰু বেয়া মাতবোৰ ছোৱালীজনীৰ কাণত ঠহৰ ঠহৰকৈ লাগিল। মানুহে এনেয়ে কয় যে হিউগো বাস্কাৰভিলে সুৰাময় হৈ কথা ক'লে যাক কোৱা হৈছে তেওঁ বিস্ফোৰিত হৈ যাব পাৰে। এজন অতিশয় সক্ষম আৰু সাহসী পুৰুষেও যিটো কৰিবলৈ থমকি ব'লহেঁতেন, বেচেৰী ভীতিবিহ্বল ছোৱালীজনীয়ে অৱশেষত তেনে এটা কামকে কৰি পেলালে। ঘৰটোৰ দক্ষিণৰ ফালে দেৱালত বাঢ়ি অহা আইভিলতাডালত খামুচি ধৰি পানীপচাঁৰি তাই তলালৈ চুঁচৰি গুলাই আহিল

আৰু নিজৰ ঘৰৰ ফাললৈ তৃণভূমিৰ মাজেদি দৌৰ লগালে। হলঘৰটো আৰু ছোৱালীজনীৰ দেউতাকৰ খাতৰ মাজৰ দূৰত্ব প্ৰায় ন মাইল।

"অলপ সময়ৰ পাছত হিউগোৱে আলহীসকলক তলতে এৰি বন্দিনীলৈ বুলি খোৱা বস্তু আৰু পানীয় লৈ ওপৰলৈ আহিল। ওপৰত গৈ তেওঁ দেখিলে যে পখী ইতিমধ্যে উৰি গৈছে আৰু সজা শূন্য। এনে অৱস্থা প্ৰত্যক্ষ কৰি হিউগো যেন এটা অসুৰত পৰিণত হ'ল আৰু ছিৰিয়েদি ডাইনিং হললৈ উভতি আহি ডাঙৰ টেবুলখনত জাঁপ মাৰি উঠিল। তেনে কৰাত টেবুলৰ ওপৰত থকা সুৰাৰ ডাঙৰ পাত্ৰবোৰ আৰু কাঠৰ ডাঙৰ থালবোৰ চতুৰ্দিশে ছিটিকি পৰিল। সংগীসকলৰ সম্মুখত তেওঁ উচ্চৈস্বৰে ঘোষণা কৰিলে যে সমস্ত আসুৰিক শক্তি প্ৰয়োগ কৰি আজি নিশাতে তেওঁ ছোৱালীজনী ধৰি আনিবগৈ। যদিও ফূৰ্তি-তামাচা কৰি থকা লোকসকল তেওঁৰ কথা শুনি আতংকিত হৈছিল, তেওঁলোকৰ মাজৰে এজন দুষ্ট প্ৰকৃতিৰ লোকে, হ'ব পাৰে তেওঁ আনকেইজনতকৈ অধিক মাত্ৰাত সুৰা-সেৱন কৰাৰ ফল স্বৰূপেই, চিঞৰি ক'লে যে ছোৱালীজনীৰ পিছত চিকাৰী কুকুৰ লগাই দিব লাগে। হিউগো তেতিয়া কোবেৰে ঘৰৰপৰা ওলাই গ'ল। দৌৰি যাওঁতেই তেওঁ উচ্চৈস্বৰে লগুৱাইঁতক তেওঁৰ ঘোঁৰাজনীৰ গাত জীন লগাবলৈ কলে। লগতে চিকাৰী কুকুৰৰ জাকটো গঁৰালৰপৰা এৰি দিবলৈ নিৰ্দেশ দিলে। ছোৱালীজনীৰ ৰুমাল এখন কুকুৰজাকক তেওঁ শুঙাই দিলে আৰু সিইতক লৈতে ঘোঁৰাজনীৰ পিঠিত উঠি তেওঁ তৃণভূমিৰ ওপৰেৰে ঢাপলি মেলিলে হঠাৎ ঘটা ঘটনাটো ভালকৈ বোধগম্য নহওঁতেই ফূৰ্তিত ব্যস্ত থকা লোককেইজনে ভেবা লাগি চাই থাকিল। কিন্তু মুহূৰ্ততে তেওঁলোকৰ আমোদিত ভাব জাগ্ৰত হ'ল। হুলস্থূল লগাই কোনোবাই আকৌ এবটল সুৰাকে ঢালিলে অৱশেষত তেওঁলোকৰ উন্মত্ত মনলৈ অলপ চেতনা আহিল আৰু তেৰজন লোকৰ আটাইকেইজনেই ঘোঁৰাত উঠি হিউগোক অনুসৰণ কৰিলে। তেওঁলোকৰ মূৰৰ ওপৰত তেতিয়া শুভ্ৰ জোনাক। ঘোঁৰাবে শাৰী পাতি তেওঁলোকে আগ বাঢ়িছে। ছোৱালীজনীয়ে নিজৰ ঘৰলৈ যাবলৈ যিটো পথেৰে যাব, সেইটো পথকে তেওঁলোকেও লৈছিল।

"এক-দুমাইলমান যোৱাৰ পাছত তেওঁলোকে তৃণভূমিত এজন নিশাৰ, ভেড়াৰখীয়া দেখিলে আৰু সি ছোৱালীজনী দৌৰি যোৱা দেখিছিল নেকি সুধিলে। কাহিনীটোত থকা বৰ্ণনা অনুসৰি ইতিমধ্যে মানুহটো ইমানেই

ভীতিগ্ৰস্ত হৈছিল যে তাৰ মুখৰপৰা মাতেই নোলায়। অৱশেষত যেনিবা সি সঁচাকৈয়ে চিকাৰী কুকুৰ এপালে খেদি লৈ যোৱা দুৰ্ভগীয়া ছোৱালী এজনী দেখাৰ কথা ক'লে। সি পুনৰাই ক'লে, 'মই পাছে হিউগো বাস্কাৰভিলক মোৰ কাষেৰে ক'লা ঘোঁৰী এজনীত উঠি পাৰ হৈ যোৱাও দেখিলোঁ। তেওঁৰ পিছে পিছে নিঃশব্দে এটা ভয় লগা চিকাৰী কুকুৰ গৈছে। কেনেবাকৈ সেই ভয়ানক কুকুৰটোৱে পিছ ল'লে মোৰ ধাতু উৰি গ'লহেঁতেন।' সুৰাসক্ত ডাঙৰীয়াসকলে ভেড়াৰখীয়াটোক ভেকাহি এটা মাৰি আগুৱাই গ'ল। কিন্তু অচিৰেই এক দৃশ্যৰ সম্মুখীন হৈ তেওঁলোকৰ দেহা শীতল হ'ল। তেওঁলোকে দেখিলে তৃণভূমিৰ ওপৰেদি হিউগোৰ ক'লা ঘোঁৰীজনী চেঁকুৰি আহিছে, তাইৰ গাত আৰোহীও নাই, জীনো নাই, মুখেৰে অনৱৰতে বগা ফেন ওলাই আছে আৰু লেকামডাল পিছলৈ উৰি উৰি আহিছে। হৰ্ষোল্লাসিত ডাঙৰীয়াসকল তেতিয়া ভয়ত পেপুৱা লাগিল। আৰু আটাইকেইজনে তৃণভূমিৰ ওপৰেৰে ওচৰা-উচৰিকৈহে আগ বাঢ়িল। তেওঁলোকৰ কোনোবা অকলশৰে অহাহেঁতেন, তেওঁ নিশ্চয় এনে পৰিস্থিতিত ঘোঁৰা ঘূৰি অহা বাটে উভতিলেহেঁতেন। লাহে লাহে ঘোঁৰাৰে আগ বাঢ়ি গৈ তেওঁলোকে চিকাৰী কুকুৰৰ জাকটো পালে। এইজাত কুকুৰ সিহঁতৰ সাহসৰ কাৰণে জনাজাত, কিন্তু সিহঁতে এতিয়া তৃণভূমিৰ এঠাইত গোট খাই এচলীয়া হৈ তললৈ যোৱা অংশ এটালৈ চাই চাই গোঁ-গোঁৱাই আছে। সিহঁতৰ নোমবোৰ ৰিকাৰ খাই থিয় আৰু থৰ লগা দৃষ্টি সম্মুখৰ সমতলভূমিত।

"আপোনালোকে অনুমান কৰিব পাৰিছে যে যাত্ৰা আৰম্ভ কৰা সময়তকৈ ডাঙৰীয়াসকলৰ দলটো এতিয়া অধিক শান্ত। তেওঁলোক বৈ গ'ল। প্ৰায় আটাইকেইজনেই আৰু আগুৱাবলৈ ইচ্ছা নকৰিলে। কিন্তু তিনিজনে মৰসাহ কৰি, হ'ব পাৰে সুৰাৰ প্ৰভাৱ তেওঁলোকৰ দেহ-মনত বেছি হোৱাৰ কাৰণেই, ঢালটোৱে তললৈ নামি গ'ল। তেওঁলোকে প্ৰথমতে তলৰ প্ৰশস্ত ভূমিত দুটা বিশাল শিলাখণ্ড পালে। বিস্মৃত হৈ যোৱা কোনোবা লোকে দূৰ অতীতত স্থাপন কৰা এনে শিলাখণ্ড এতিয়াও দেখিবলৈ পোৱা যায়। বিশাল ভূ-খণ্ডত তেতিয়া উজ্জ্বল জোনাকৰ খেলা আৰু তাৰ মাজতে আছে ভাগৰ আৰু ভয়ত প্ৰাণবায়ু উৰি যোৱা দুৰ্ভগীয়া ছোৱালীজনীৰ মৃতদেহ। ছোৱালীজনীৰ মৃতদেহৰ কাষতে পৰি আছে হিউগো বাস্কাৰভিলৰ মৃতদেহো। কিন্তু এই তিনিজন দুঃসাহসী আমোদ-বিলাসী ব্যক্তিৰ মূৰৰ চুলি থিয় কৰিলে

আন এটা দৃশ্যইহে। তেওঁলোকে দেখিলে যে এটা বীভৎস বিশালাকাৰ ক'লা জন্তুৱে, সেইটো দেখাত চিকাৰী কুকুৰৰ দৰেই কিন্তু কুকুৰতকৈ ডাঙৰ, হিউগোৰ মৃতদেহৰ ওপৰত থিয় হৈ ডিঙিটো দাঁতেৰে আঁজুৰি আছে। তেওঁলোকে চাই থাকোঁতেই জন্তুটোৱে হিউগো বাস্কাৰভিলৰ ডিঙিটো ছিঙি লৈ আহিল। তাৰ জ্বলি থকা চকু আৰু জোঙা দাঁতেৰে ডিঙি খামুচি ধৰা দৃশ্যত চকু পৰাৰ লগে লগে ভীতি-বিহ্বল তিনিওজনে চিঞৰ মাৰি দিলে আৰু চিঞৰি চিঞৰি, তৰা-নৰা ছিঙি তৃণভূমিৰ ওপৰেৰে ঘোঁৰা চেঁকুৰালে। এই ভয়াবহ দৃশ্যৰ ফলস্বৰূপে সেইদিনা এজনে প্ৰাণ হেৰুৱালে বুলি শুনা যায় আৰু দুজনৰ দেহ-মন বোলে জীৱনলৈ ভাগি পৰিল।

"তেতিয়াৰপৰাই পৰিয়ালটোৰ দুখ লগাকৈ অনিষ্ট সাধন কৰি অহা চিকাৰী কুকুৰৰ আগমনৰ কাহিনী এইটোৱেই। মই এই কাৰণেই এই কাহিনী লিপিবদ্ধ কৰিলোঁ, যাতে অনুমানৰ আলম লৈ এই কাহিনীৰ ভয়াবহতা অতিৰঞ্জিত কৰিব নোৱাৰে। তথাপি এইটো অস্বীকাৰ্য্য যে পৰিয়ালটোত এনে বহুতো বিষাদময় মৃত্যু ঘটিছে, যিবোৰ আকস্মিক, ৰক্তাক্ত আৰু ৰহস্যাবৃত। তথাপি আমি নিজে পৰমেশ্বৰৰ অপাৰ দয়াৰ ওপৰত নিৰ্ভৰশীল হ'ব লাগিব। বাইবেলতো কৈছে যে তৃতীয়-চতুৰ্থ পুৰুষৰ পাছলৈ ভগবানে নিৰ্দোষ লোকক অতীতৰ অপৰাধৰ বাবে শাস্তি নিবিহে।

"মোৰ পুত্ৰবৃন্দ, তোমালোকক সেই পৰমেশ্বৰৰ দয়াৰ সমীপত অৰ্পণ কৰি সকীয়নি দি কওঁ যে অশুভ শক্তিৰে প্ৰভাৱান্বিত অন্ধকাৰ সময়ত যেন এই তৃণভূমি অঞ্চল পাৰ হৈ নোযোৱা।

"(হিউগো বাস্কাভিলৰ এই কাহিনী তেওঁৰ দুই পুত্ৰ ক্ৰমে ৰ'জাৰ আৰু জনক জনোৱা হৈছে। তেওঁলোকৰ ভগ্নী এলিজাবেথক এই বিষয়ে একোকে নক'বলৈ কোৱা হৈছে।)"

এই অসাধাৰণ বিৱৰণী পাঠ কৰি শেষ কৰাৰ পাছত ডাঃ মৰ্টিমাৰে তেওঁৰ পিন্ধি থকা চছমাযোৰ কপাললৈ ঠেলি দি শ্বাৰলক হ'মছৰ ফালে একেথৰে চাই ৰ'ল। হ'মছে হামি এটা মাৰি তেওঁ খোৱা ছিগাৰেটৰ অৱশিষ্ট টুকুৰাটো জুইত পেলালে।

হ'মছে ক'লে, "এতিয়া কওকচোন।"

"কাহিনীটোত আমোদ পোৱা নাইনে আপুনি?"

"ৰূপ কথাৰ সংগ্ৰাহকৰ কাৰণে এইটো নিশ্চয় আমোদজনক হ'ব।"

ডাঃ মৰ্টিমাৰে তেওঁৰ জেপৰপৰা এখন জাপি থোৱা বাতৰিকাকত উলিয়ালে।

"মিষ্টাৰ হ'ম্‌ছ, মই এতিয়া আপোনাক অলপ নতুন বস্তু দিম। এই বছৰৰ চৈধ্য মে তাৰিখৰ 'ডেভন কাউণ্টি ক্ৰনিক'ল।' সেই তাৰিখৰ দুদিনমান আগতে ঢুকোৱা ছাৰ চাৰ্লছ বাস্কাৰভিলৰ মৃত্যু সম্পৰ্কে এটা সংক্ষিপ্ত বিৱৰণ ইয়াত আছে।"

মোৰ বন্ধুৱে অলপ আগলৈ হাউলি কথাটোত মনোযোগ দিলে। আগন্তুকে চছমাযোৰ আকৌ ভালকৈ পিন্ধি পঢ়িবলৈ আৰম্ভ কৰিলে।

"মধ্য-ডেভনৰ অহা নিৰ্বাচনত সম্ভাব্য লিবাৰেল প্ৰাৰ্থী বুলি উল্লেখ কৰা ছাৰ চাৰ্লছ বাস্কাৰভিলৰ অলপতে অকস্মাৎ ঘটা মৃত্যুৱে দেশত এক শোকৰ ছাঁ পেলায়। যদিও ছাৰ চাৰ্লছে বাস্কাৰভিল হলত তুলনামূলকভাৱে কম সময়ৰ বাবেহে বাস কৰিছিল, তথাপি অমায়িক ব্যৱহাৰ আৰু অপৰিসীম বদান্যতাৰ কাৰণে তেওঁৰ সংস্পৰ্শলৈ অহা সকলো ব্যক্তিৰে তেওঁ শ্ৰদ্ধা আৰু চেনেহ আদায় কৰিবলৈ সক্ষম হৈছিল। অতীতত দুৰ্য্যোগৰ সন্মুখীন হোৱা এক প্ৰাচীন কাউণ্টি পৰিয়ালৰ বংশধৰ এজনে নিজস্ব সম্পদ আৰু অৰ্জনেৰে বংশৰ হেৰাই যোৱা সমৃদ্ধি পুনঃপ্ৰতিষ্ঠিত কৰিব পৰাটো আজিৰ এই নবীন সম্পদশালীসকলৰ যুগত সঁচাকৈয়ে এক উদ্দীপনাময় ঘটনা। এইটো সকলোৱেই ভালদৰে জানে যে ছাৰ চাৰ্লছে দক্ষিণ আফ্ৰিকাত ব্যৱসায় কৰি প্ৰচুৰ ধন উপাৰ্জন কৰিছিল। ভাগ্য বিৰূপ নোহোৱালৈকে ব্যৱসায়ত লাগি থকা আন ব্যক্তিসকলতকৈ বেছি জ্ঞানী চাৰ্লছ অৰ্জিত ধন-সম্পদখিনি গোটাই লৈ ইংলেণ্ডলৈ উভতি আহিল। মাথোঁ দুবছৰৰ আগৰপৰা তেওঁ বাস্কাৰভিল হলত থাকিবলৈ লৈছিল। তেওঁৰ মৃত্যুৱে যে কেনেকৈ পুনৰ্গঠন আৰু উন্নয়নৰ কামত প্ৰতিবন্ধকতাৰ সৃষ্টি কৰিলে সেইটো এতিয়া সাধাৰণ মানুহৰো আলোচ্য বিষয় হৈ পৰিছে। নিজে নিঃসন্তান হোৱা কাৰণে তেওঁ নিজৰ জীৱদ্দশাতে গ্ৰামাঞ্চলৰ উন্নতিৰ কাৰণেই নিজৰ ধন-সম্পদৰ ব্যৱহাৰ কৰিবলৈ মুক্তভাৱে আগ্ৰহ প্ৰকাশ কৰিছিল আৰু বহুতৰ কাৰণেই তেওঁৰ অকালে মৃত্যু আছিল এক ব্যক্তিগত ক্ষতি। আমাৰ কাগজৰ স্তম্ভত বিভিন্ন সময়ত স্থানীয় আৰু কাউণ্টিৰ দাতব্য অনুষ্ঠানলৈ তেওঁ আগ বঢ়োৱা দানৰ কথা সঘনে প্ৰকাশ হৈছিল।

"ছাৰ চাৰ্লছৰ দেহাৱসানৰ পৰিস্থিতি সম্বন্ধে হোৱা ন্যায়িক অনুসন্ধানে বিষয়টো সম্পূৰ্ণৰূপে সন্দেহজনক কৰিছে বুলি ক'ব নোৱাৰিলেও অন্ততঃ ই স্থানীয় বাইজৰ মাজত গঢ় লৈ উঠা অযথা গুজৱ নিৰসন কৰিবলৈ সমৰ্থ হৈছিল। কোনো অন্যায় অপৰাধ সংঘটিত কৰাৰ বা এই মৃত্যু কিম্বা ধৰণে অস্বাভাৱিক আছিল বুলি সন্দেহ কৰাৰ কোনো অৱকাশ নাছিল। ছাৰ চাৰ্লছ

আছিল বিপত্নীক আৰু তেওঁক অলপ অস্বাভাৱিক আচৰণ কৰা লোক বুলিও ক'ব পাৰি। দেখাৰ সা-সম্পত্তিৰ মালিক হ'লেও ব্যক্তিগত ৰুচিত তেওঁ আছিল সহজ-সৰল। বাস্কাৰভিল গৃহৰ ভিতৰুৱা ভৃত্য আছিল বেৰিম'ৰ-দম্পতী। তেওঁলোকৰ মুনিহজন হ'ল প্ৰধান ভৃত্য আৰু তিৰোতাগৰাকীয়ে ঘৰুৱা বন-বাৰী কৰে। বেৰিম'ৰ দম্পতীৰ সাক্ষ্যৰপৰা জনা যায় যে ছাৰ চাৰ্লছৰ স্বাস্থ্য অলপ দিনৰপৰা ভাল নাছিল। তেওঁ হৃদপিণ্ডৰ অসুখত ভুগিছিল আৰু ইয়াৰ অভিব্যক্তি স্বৰূপে তেওঁৰ দেহে বৰণ সলাইছিল, তেওঁ স্নায়ৱিক বিষণ্নতাত ভুগিছিল আৰু উশাহ-নিশাহ লোৱাত কষ্ট পাইছিল। এই ধৰণেই মন্তব্য দিছিল মৃতকৰ বন্ধু আৰু চিকিৎসক ড০ জেমছ মৰ্টিমাৰে।

"মৃত্যুৰ ঘটনাটোৰ বিৱৰণ তেনেই সৰল। প্ৰতি নিশা শুবলৈ যোৱাৰ আগতে বাস্কাৰভিল হলত ইউ গছৰ শাৰীৰে আৱৰা প্ৰখ্যাত গলিটোৰে এপাক ফুৰাটো ছাৰ চাৰ্লছ বাস্কাৰভিলৰ নিয়মীয়া অভ্যাস। বেৰিম'ৰ দম্পতীয়েও কৈছে যে সেইটোৱেই তেওঁৰ ৰীতি। মে মাহৰ চাৰি তাৰিখে তেওঁ পাছদিনা লণ্ডনলৈ যাব বুলি ক'লে আৰু বেৰিম'ৰক তেওঁৰ টালি-টোপোলা বান্ধি সাজু কৰি থ'বলৈ নিৰ্দেশ দিলে। সেই নিশাও তেওঁ আগৰ দৰেই ফুৰিবলৈ গ'ল। ফুৰি থাকোঁতেই তেওঁ নিতৌ এটা ছিগাৰ খোৱা অভ্যাস। পাছে সেইদিনা তেওঁ উভতি নাহিল। নিশা বাৰ বজাত বেৰিম'ৰে দেখা পালে যে হলৰ দুৱাৰ তেতিয়াও খোলা আছে। তেওঁ বৰ ভয় খালে আৰু লণ্ঠন এটা জ্বলাই লৈ মালিকক বিচাৰি ওলাল। সেইদিনা বতৰটো আছিল সেমেকা। সেয়েহে গলিটোত ছাৰ চাৰ্লছৰ ভৰিৰ খোজৰ দাগ অনায়াসে বিচাৰি উলিয়াব পৰা গৈছিল। গলিটোৰে আধামান যোৱাৰ পাছতে এখন গেট পোৱা যায়। এই গেটেদি তৃণভূমি অঞ্চললৈ ওলাই যাব পাৰি। গেটৰ কাষত ছাৰ চাৰ্লছ অলপ সময় থিয় দি থকাৰ চিন পোৱা গৈছে। তাৰ পাছত তেওঁ গলিটোৰেদি আগ বাঢ়ি গৈছিল। গলিটোৰ শেষত আৱিষ্কৃত হৈছিল তেওঁৰ মৃতদেহ। বেৰিম'ৰৰ বিবৃতিত প্ৰকাশ পাইছিল যে তেওঁৰ মালিকৰ ভৰিৰ খোজৰ চিন তৃণভূমিৰ গেটখন পাৰ হৈ যোৱাৰ পাছৰপৰা বেলেগ দেখা গৈছিল আৰু তেওঁ তেতিয়াৰপৰা ভৰিৰ আঙুলিত ভৰ দি খোজ কঢ়া যেন লাগিছিল। কিন্তু এই বিশেষ কথাটো সম্বন্ধে কোনো আলোচনা হোৱা নাই। সেই সময়ত মাৰ্ফি নামে জিপ্‌চি ঘোঁৰা-ব্যৱসায়ী এজন ওচৰৰে তৃণভূমিত আছিল, কিন্তু তেওঁৰ বিবৃতিৰপৰাই জনা যায় যে তেতিয়া তেওঁ আকণ্ঠ সুৰাত ডুবি আছিল। তেওঁ

বোলে চিঞৰ-বাখৰ শুনিছিল, কিন্তু কোনফালৰপৰা শব্দবোৰ আহিছিল ক'ব নোৱাৰে। ছাৰ চাৰ্লছৰ দেহত আঘাত পোৱাৰ কোনো চিন নাই, কিন্তু ডাক্তৰৰ সাক্ষ্য মতে তেওঁৰ মুখমণ্ডল অবিশ্বাস্যভাৱে বিকৃত হৈ গৈছিল। ইমানেই বিকৃত হৈছিল যে ডাঃ মৰ্টিমাৰে তেওঁৰ সম্মুখত থকা মৃতদেহটো তেওঁৰ বন্ধুৰ বুলি স্বীকাৰ কৰিবলৈ টান পাইছিল। পাছত অৱশ্যে তেওঁ ব্যাখ্যা কৰিছে যে হৃদযন্ত্ৰ সম্বন্ধীয় অৱসাদ আৰু উশাহৰ কষ্টত ভোগা ৰোগীৰ ক্ষেত্ৰত এনে লক্ষণ অস্বাভাৱিক নহয়। মৰণোত্তৰ পৰীক্ষাৰ প্ৰতিবেদনতো এই মন্তব্য সমৰ্থন কৰা হৈছে। এই প্ৰতিবেদনত কোৱা হৈছে যে দীৰ্ঘকালীন জৈৱিক অসুস্থতাই মৃত্যুৰ কাৰণ। ডাক্তৰী সাক্ষ্যৰ সত্যতা 'আওমৃত্যু অন্বেষক'সকলেও মানি লৈছে। এনে সিদ্ধান্ত হোৱাত ভালেই হৈছে, কিয়নো ই দেখদেখ[illegible] ছাৰ চাৰ্লছৰ [illegible]বীয়ে হলতে থিতাপি লোৱাত উৎসাহ যোগাব আৰু তেওঁ ছাৰ চাৰ্লছে এৰি থৈ যোৱা আধৰুৱা কামখিনি সমাধা কৰাত অগ্ৰসৰ হ'ব পাৰিব। যদিহে ফুচফুচনিৰে আৰম্ভ হোৱা ৰোমাণ্টিক কাহিনীবোৰ অন্বেষকৰ বাস্তৱ সিদ্ধান্তই ওৰ নেপেলালেহেঁতেন, তেওঁলোকৰ বাস্কাৰভিল হলৰ নিবাসী হ'বলৈ এজনো বোধকৰোঁ নোলালহেঁতেন [illegible] মতে ছাৰ চাৰ্লছৰ নিকটতম আত্মীয় হ'ল তেওঁৰ কনিষ্ঠ ভ্ৰাতৃৰ পুত্ৰ মিষ্টাৰ হেনৰি বাস্কাৰভিল, অৱশ্যে যদিহে তেওঁ এতিয়াও জীৱিত। এতিয়ালৈকে পোৱা খবৰ অনুসৰি ডেকাজন বোলে আমেৰিকাত আছিল। এই সম্বন্ধে খবৰ পঠাবলৈ ইতিমধ্যে তেওঁৰ ঠিকনাৰ অনুসন্ধান আৰম্ভ হৈছে।"

ডাঃ মৰ্টিমাৰে কাগজখন জাপি আকৌ জেপত ভৰাই থ'লে।

"ছাৰ চাৰ্লছ বাস্কাৰভিলৰ মৃত্যু সম্বন্ধে অৱগত হোৱা ৰাজহুৱা তথ্য এইখিনিয়েই, মিষ্টাৰ হ'মছ।"

শাৰলক হ'মছে ক'লে, "আগ্ৰহ উদ্ৰেক কৰা কিছু বৈশিষ্ট্য থকা ঘটনা এটাৰ প্ৰতি মোৰ মনোযোগ আকৰ্ষণ কৰাৰ কাৰণে আপোনালৈ মোৰ আন্তৰিক ধন্যবাদ। সেই সময়ত মই কিছুমান বাতৰিকাকতত প্ৰকাশ পোৱা এই ঘটনাটোৰ বিৱৰণ আৰু মন্তব্য লক্ষ্য কৰিছিলোঁ, কিন্তু একে সময়তে ঘটা ভেটিকানৰ এটা ঘটনা সম্পৰ্কত মই অতিশয় ব্যস্ত আছিলোঁ। মহামান্য পোপৰ সেৱা কৰিবলৈ গৈ মই কেইবাটাও কৌতুহল উদ্দীপক ইংলেণ্ডীয় ঘটনাৰ আঁত হেৰুৱালোঁ। আপুনি কোৱা মতে এই প্ৰবন্ধটোত সকলো ৰাজহুৱা তথ্য সন্নিবিষ্ট হৈছে, নহয়নে?"

"হয়।"

"তেনেহ'লে মোক ব্যক্তিগত তথ্যৰ বিষয়ে কওক।"

হ'মৃছে চকীখনত আঁউজি দিলে, হাতৰ আঙুলিৰ মূৰবোৰ থুপাই পেলালে আৰু এক অবিচলিত ন্যায়িক অবিব্যক্তিৰে থৰ হৈ ৰ'ল।

ডাঃ মাৰ্টিমাৰে কথা-বতৰাত গাঢ় আৱেগ সানি ক'লে, "তাকে কৰোঁতে আপোনাক এনে কিছু কথা গুপুতে ক'ম যিবোৰ মই কিন্তু এতিয়ালৈকে কাকো কোৱা নাই। 'আশুমৃত্যু অন্বেষক' কৰ'নাৰৰ অনুসন্ধানত মই এইবোৰ কথা ব্যক্ত নকৰাৰ মূল উদ্দেশ্য হ'ল যে এজন বৈজ্ঞানিক চিন্তা-চৰ্চা কৰা ব্যক্তিয়ে জনসাধাৰণৰ মাজত প্ৰচলিত এক অন্ধবিশ্বাস সমৰ্থন নকৰে। দ্বিতীয়তে, যদিহে মই ঠাইখনৰ বিষয়ে থকা ভয় লগা ধাৰণাটো দৃঢ়তৰ কৰোঁ, তেতিয়া কাকতখনত কোৱাৰ দৰেই, বাস্কাৰভিল হলৰ নিবাসী হ'বলৈ কোনেও ইচ্ছা নকৰিব। এই দুটা কাৰণতে মই যিমান জানো তাতকৈ কমাই কোৱাটো যুক্তিযুক্ত বুলি ভাবিলোঁ। [illegible] হ'লেও ই কোনো বাস্তব উপকাৰ সাধিত হ'লহেঁতেন বুলি মই নাভাবোঁ। কিন্তু আপোনাৰ ওচৰত মই সম্পূৰ্ণ স্পষ্টবাদী।

"তৃণভূমিখনত মানুহৰ বসতি তেনেই সেৰেঙা। ওচৰত থকা মানুহবোৰো প্ৰায় লগালগিকৈ থাকে। সেয়েহে ময়ো ছাৰ চাৰ্লছ বাস্কাৰভিলক প্ৰায়ে লগ পাওঁ। বহু মাইল দূৰলৈকে এই বিশাল অঞ্চলটোত লেফটাৰ হলৰ মিষ্টাৰ ফ্ৰেংকলেণ্ড আৰু প্ৰকৃতিবিদ ষ্টেপলটনৰ বাদে শিক্ষা-দিক্ষাত বিশিষ্ট ব্যক্তি পাবলৈকো নাই। ছাৰ চাৰ্লছ এজন অৱসৰপ্ৰাপ্ত লোক, কিন্তু তেওঁৰ অসুখৰ কাৰণেই আমাৰ সৌহাৰ্দ্য বৃদ্ধি পায়, তদুপৰি আমাৰ দুয়োৰে বিজ্ঞানৰ প্ৰতি থকা আগ্ৰহেও দুয়োকে বেছি ওচৰ চপাই আনে। দক্ষিণ আফ্ৰিকাৰপৰা তেওঁ বহুতো বিজ্ঞানভিত্তিক তথ্য সংগ্ৰহ কৰিছিল। আমি বহুতো মধুৰ সন্ধ্যা আফ্ৰিকাৰ অধিবাসী বুশ্বমেন আৰু হটেনটটৰ শাৰীৰিক গঠনৰ বিষয়ে তুলনামূলক আলোচনা কৰিয়েই পাৰ কৰিছিলোঁ।

"শেষৰ কেইটামান মাহত মই ভালকৈ বুজিছিলোঁ যে ছাৰ চাৰ্লছৰ স্নায়ুতন্ত্ৰ নিতান্তই দুৰ্বল হৈ পৰিছে। মই এইমাত্ৰ পঢ়ি দিয়া কিংবদন্তিটো তেওঁ মনে-প্ৰাণে বিশ্বাস কৰিছিল। আনকি তেওঁ নিশাৰ ভাগত তৃণভূমিলৈ কেতিয়াও ওলাই নগৈছিল। নিতৌ নিশা নিজ গৃহৰ চৌদিশৰ ভিতৰতহে ফুৰা-চকা কৰিছিল। আপুনি বিশ্বাস কৰিবলৈকে টান পালেও তেওঁৰ বদ্ধমূল ধাৰণা আছিল যে তেওঁৰ পৰিয়ালে ভয়াবহ অভিশাপটোৰ ফল ভোগ কৰিব লাগিবই। তেওঁৰ পূৰ্বপুৰুষসকলৰ যি বৃত্তান্ত সেয়া প্ৰকৃততে, উৎসাহজনক নহয়। মনৰ এক আতংকজনক ধাৰণাই তেওঁক নিৰন্তৰ আমনি দি আছিল। কেইবাবাৰো তেওঁ মোক সুধিছিল—মই বাৰু কেতিয়াবা নিশা চিকিৎসাৰ

কামত ওলাই যাওঁতে অদ্ভুত প্ৰাণী এটা দেখা পাইছিলোঁ নেকি, অথবা চিকাৰী কুকুৰৰ ভৌৰবণি শুনিছিলোঁ নেকি। চিকাৰী কুকুৰৰ কথাটো তেওঁ বহুবাৰ প্ৰবলভাৱে উত্তেজিত হৈ কৈছিল।

"সৰ্বনশীয়া ঘটনাটো সংঘটিত হোৱাৰ প্ৰায় তিনি সপ্তাহমান আগতে এটা সন্ধিয়া তেওঁৰ ঘৰলৈ মই ঘোঁৰা গাড়ীৰে যোৱাৰ কথা ভালকৈ মনত আছে। তেওঁ হলৰ দুৱাৰমুখত থিয় দি আছিল। মই যেতিয়া গাড়ীৰপৰা নামি তেওঁৰ সন্মুখত থিয় দিওঁ, তেতিয়া মই দেখিলোঁ মোৰ কান্ধৰ ওপৰেদি আগফাললৈ তেওঁৰ অপলক দৃষ্টি, তেওঁৰ মুখমণ্ডলত আতংকজনিত অভিব্যক্তি। তেওঁৰ দৃষ্টি অনুসৰণ কৰি ঘূৰি চাওঁতে ময়ো চকামকাকৈ ডাঙৰ ক'লা দামুঁৰি পোৱালিৰ দৰে বস্তু এটা পাৰ হৈ যোৱা যেন দেখা পালোঁ। তেওঁ ইমানেই উত্তেজিত আৰু আতংকিত হ'ল যে ঠাইডোখৰলৈ গৈ বস্তুটোনো কি চাই আহিবলৈ মই বাধ্য হ'লোঁ। মই পাছে তাত বিচাৰ-খোঁচাৰ কৰিও একো দেখা নাপালোঁ। কিন্তু [illegible] তেওঁৰ মনত দুখ লগাকৈ গভীৰ প্ৰভাৱ পেলালে। সমস্ত সন্ধিয়াটোৱেই মই তেওঁৰ লগত থাকিলোঁ। তেতিয়াই তেওঁ নিজৰ ভয়াৰ্ত ভাবনাৰ কথা বুজাবলৈ আজি এতিয়া পঢ়া বিবৰণীটো মোক দিলে। মই এই সৰু ঘটনাটোৰ কথা এতিয়া উল্লেখ কৰিলোঁ, কিয়নো পাছৰ দুৰ্য্যোগৰ প্ৰসংগত ইয়াৰ গুৰুত্ব কিছু বাঢ়িছে। অৱশ্যে মই সেই ঘটনাটো নিতান্তই সাধাৰণ বুলি ভাবিছিলোঁ আৰু তেতিয়া ইয়াক লৈ সৃষ্টি হোৱা উত্তেজনাৰ কোনো যুক্তিযুক্ততা বিচাৰি পোৱা নাছিলোঁ।

"মোৰ উপদেশ অনুসৰিয়েই ছাৰ চাৰ্লছে লণ্ডনলৈ যাবলৈ ওলাইছিল। মই জানিছিলোঁ যে তেওঁৰ হৃদযন্ত্ৰৰ অৱস্থা বেছ বেয়া। কাৰণটো মনেসজা হ'লেও সেইটোকে লৈ তেওঁ নিতৌ সংশয়ত ভুগিছিল। স্বাভাৱিকতে তেওঁৰ স্বাস্থ্যৰ বেয়াকৈ অৱনতি ঘটিছিল। মই ভাবিছিলোঁ কেইমাহমানলৈ আঁতৰি নগৰত কটালে তেওঁ নতুনকৈ এজন স্বাস্থ্যৱান লোক হৈ ঘূৰি আহিব পাৰিব। আমাৰ দুয়োৰে উমৈহতীয়া বন্ধু মিষ্টাৰ ষ্টেপলটনৰো মতামত একেই আছিল। কিন্তু অৱশেষত হ'লগৈ মহাদুৰ্য্যোগটো।

"ছাৰ চাৰ্লছৰ মৃত্যুৰ নিশাই তেওঁৰ ভৃত্য বেৰিম'ৰে চহিচ পাৰ্কিনছক মোক খবৰ দিবলৈ পঠালে। মই তেতিয়াও শুবলৈ যোৱা নাছিলোঁ। ঘটনা সংঘটিত হোৱাৰ এঘণ্টামানৰ ভিতৰতে মই বাস্কাৰভিল হল পালোঁগৈ। বিপ'ৰ্টত দিয়া সকলোবোৰ কথাকে ভালদৰে চাই মই সমৰ্থন জনালোঁ। ইউ গলিত থকা ছাৰ চাৰ্লছৰ ভৰিৰ খোজবোৰ মই অনুসৰণ কৰিলোঁ, তৃণভূমিৰ ফালে থকা গেটো মই চালোঁ, তাতে তেওঁ অলপ ৰোৱা বুলি ধাৰণা হ'ল, তাৰপৰা তেওঁ ভৰিৰ খোজৰ গঢ়বোৰ সলনি

হোৱাটোও লক্ষ্য কৰিলোঁ, মই এইটোও লক্ষ্য কৰিলোঁ যে সেমেকা পথটোত ছাৰ চাৰ্লছ আৰু বেৰিম'ৰৰ বাহিৰে আন কোনো খোজৰ চিন নাই আৰু অৱশেষত মই যত্নসহকাৰে মৃতদেহটো পৰীক্ষা কৰিলোঁ। মৃতদেহটো মই আহি নোপোৱালৈকে কোনেও চোৱা নাই। ছাৰ চাৰ্লছৰ মুখ তলমুৱা হৈ আছে, হাত দুখন মেল খাই আছে। আঙুলিবোৰেৰে মাটি খামুচি ধৰিছে আৰু কিবা গভীৰ উত্তেজনাত শৰীৰটো তেওঁৰ হেন্দোলনি খাই এনেদৰে বিকৃত হৈ গৈছে যে তেওঁক চিনাক্তকৰণ কৰিবলৈকে মই টান পালোঁ। অৱশ্যে শৰীৰত কোনো আঘাতৰ চিন নাই। ৰিপ'ৰ্ট দিওঁতে বেৰিম'ৰে এটা ভুল কৰিছিল। তেওঁ কৈছিল মৃতদেহৰ চাৰিওফালে স্থলভাগত কোনো চিন নাছিল। তেওঁ নিশ্চয় ভালকৈ চোৱা নাছিল। মই কিন্তু চাইছিলোঁ, আৰু অলপ দূৰতে কিছুমান চিন পাইছিলোঁ, নতুনকৈ গঢ় লোৱা আৰু স্পষ্ট।"

"ভৰিৰ খোজ?"

"এৰা, ভৰিৰ খোজ।"

"পুৰুষৰ নে, মহিলাৰ?"

আচৰিত ধৰণে ডাক্তৰ মৰ্টিমাৰে আমালৈ এপলকৰ কাৰণে চালে। তেওঁ ক্ষীণ কণ্ঠেৰে ফুচফুচাই ক'লে, "মিষ্টাৰ হ'মছ, সেয়া এটা অতিকায় চিকাৰী কুকুৰৰ খোজৰ চিন।"

## অধ্যায় ৩

# জটিল সমস্যা

স্বীকাৰ নকৰি নোৱাৰোঁ যে ডা০ মৰ্টিমাৰৰ শেষৰ কথাকেইটা শুনি মোৰ দেহ-মন জিকাৰ খাই উঠিল। ডাক্তৰৰ মাতত যথেষ্ট উত্তেজনা, তাৰপৰাই বুজা যায় যে ঘটনাটোৱে তেওঁৰ মনত যথেষ্ট খলকনি তুলিছিল। শ্বাৰলক হ'মছ উত্তেজিত হৈ

আগলৈ হাউলি দিলে। তেওঁৰ চকুত এক কঠিন আৰু তন্ময় দৃষ্টি—বুজা যায় ঘটনাটোৰ বিষয়ে তেওঁবো এতিয়া গভীৰ আগ্ৰহ।

"আপুনি নিজে সেয়া দেখিছিল?" হ'মছৰ প্ৰশ্ন।

"এতিয়া মই আপোনাক দেখাৰ দৰেই স্পষ্টকৈ দেখিছিলোঁ।"

"আপুনি কথাটো ক'তো ব্যক্ত কৰা নাই।"

"কি হ'ব তাৰপৰা?"

"আন কোনেও বাৰু এয়া দেখা পোৱা নাছিল কিয়?"

"চিহ্নবোৰ মৃতদেহৰপৰা প্ৰায় বিছ গজমান দূৰত আছিল আৰু কোনেও এই বিষয়ে চিন্তাও কৰা নাছিল। কিংবদন্তিটো জনা নাথাকিলে ময়ো খবৰ নকৰিলোঁহেঁতেন।"

"তৃণভূমিততো বহুতো ভেড়াৰখীয়া কুকুৰ আছে।"

"আছে, কিন্তু এইটো ভেড়াৰখীয়া কুকুৰ নহয়।"

"আপুনি কোৱা মতে কুকুৰটো ডাঙৰ?"

"অতি বিশাল।"

"কিন্তু ই মৃতদেহৰ ওচৰলৈ যোৱা নাছিল?"

"নাই যোৱা।"

"নিশাৰ বতৰ কেনে আছিল?"

"সেমেকা আৰু শীতল।"

"কিন্তু বৰষুণ দিয়া নাছিল, নহয়নে?"

"নাই, বৰষুণ দিয়া নাছিল।"

"গলিটো কেনে ধৰণৰ।"

"দুয়োফালে বাৰ ফুট ওখ প্ৰাচীন ইউ গছৰ অভেদ্য হেজৰ শাৰী। মাজৰ খোজ কঢ়া পথটো প্ৰায় আঠ ফুট বহল।"

"হেজ আৰু খোজ কঢ়া পথটোৰ মাজত আৰু কিবা আছে নেকি?"

"এৰা, দুয়ো ফালে ছফুটমান বহল ঘাঁহৰ বননি।"

"আপুনি ইতিমধ্যে কৈছে যে এঠাইত ইউ গছৰ হেজ ভেদ কৰি এখন গেট আছে?"

"এৰা, তৃণভূমিলৈ যোৱা এখন উইকেট-গেট।"

"উন্মুক্ত পথ আৰু কিবা আছে নেকি?"

"নাই।"

"তেনেহ'লে ইউ গলিটো পাৰলৈ হয় কোনোবাই ঘৰটোৰপৰা আহিব লাগিব, নহ'লে সেই তৃণভূমিলৈ যাব পৰা উইকেট-গেটখনেদি সোমাব লাগিব, নহয়নে?"

"আগলৈ কুঞ্জগৃহৰ মাজেৰে বাহিৰলৈ যাব পৰা এটা পথ আছে।"

"ছাৰ চার্লছে জানো সেইখিনি পাইছিলগৈ?"

"নাই পোৱা, পঞ্চাছ গজমানৰ আগতেই তেওঁ পৰি আছিল।"

"বাৰু, ডাঃ মর্টিমাৰ, এতিয়া এটা অন্তৰংগ বৰ দৰকাৰী তথ্য লাগে, আপুনি দেখা খোজৰ চিনবোৰ অকল পথৰ ওপৰতহে আছিল, নে আপুনি ঘাঁহৰ ওপৰতো তেনে চিহ্ন দেখিছিল?"

"ঘাঁহৰ ওপৰত তেনে চিহ্ন নাছিল।"

"পথৰ যি দাঁতিয়েদি তৃণভূমিৰ ফালৰ গেটখন আছিল, খোজৰ চি[illegible]বো পথৰ সেই কাষতেহ আপুনি দেখা পাইছিল নেকি?"

"এৰা, সেই কাষতে, তৃণভূমিৰ ফা[illegible]।"

"আপুনি মোক অতিকৈ আগ্ৰহান্বিত কৰি তুলিছে। আৰু এটা কথা, উইকেট গেটখন বাৰু বন্ধ আছিল নেকি?"

"বন্ধ আৰু তলা-মৰা আছিল।"

"গেটখন কিমান ওখ আছিল?"

"চাৰি ফুটমান ওখ আছিল।"

"তেনেহ'লেতো যেই-সেই লোকে সেইটো পাৰ হ'ব পাৰে?"

"এৰা, পাৰে।"

"উইকেট-গেটখন ওচৰত কিবা চিন পাইছিল নেকি?"

"বিশেষ একো পোৱা নাই।"

"হে ভগৱান, কোনেও সেইটো পৰখ কৰি চোৱা নাছিল নেকি?"

"সেইটো মই নিজেই চাইছিলোঁ।"

"একোৱেই নাপালে?"

"কথাটো বৰ বিভ্ৰান্তিকৰ। দেখ দেখকৈয়ে ছাৰ চার্লছে তাত পাঁচ-দহ মিনিটমান থিয় হৈ আছিল।"

"আপুনি কেনেকৈ জানিলে।"

"তেওঁৰ ছিগাৰৰপৰা দুবাৰ ছাই পেলোৱা চিন আছে।"

"অত্যুত্তম! ৱাটছন, এখেত আমাৰ বন্ধু, পাছে আন চিনবোৰ?"

"গুটি গুটি শিলৰে বন্ধোৱা গলিটোৰ ওপৰতে তেওঁ নিজে যি চিন এৰি থৈ গৈছে। আন একো চিন মোৰ চকুত পৰা নাই।"

শ্বাৰলক হ'ম্‌ছে আঁঠুত চাপৰ মাৰি ব্যগ্ৰভাৱে ক'লে, "যদি কেনেবাকৈ মই তাত থাকিলোঁহেঁতেন! ইতিমধ্যে এইটো জলজল পট্‌পট্ যে ই এটা অসাধাৰণ ঘটনা। বৈজ্ঞানিক দৃষ্টিভংগীৰ এজন বিশেষজ্ঞৰ কাৰণে ইয়াত প্ৰচুৰ সম্ভাৱনা আছে। গ্ৰেভেলৰ ওপৰৰ খোজবোৰ মই অধ্যয়ন কৰাৰ আগতেই বৰষুণ আৰু কৌতূহলী কৃষকৰ কাঠৰ জোতাৰ গচকত এতিয়া চাগে নোহোৱা হ'ল। ডা০ মৰ্টিমাৰ, আপুনি মোক নমতাকৈ কেনেকৈ থাকিল? এতিয়া আপুনি সেই কথাৰ দেখোন ব্যাখ্যা দিব লাগিব।"

"মই আপোনাক মাতিব নোৱাৰিলোঁ, কাৰণ আপোনাক মাতিব লগা হ'লে মইতো ঘটনাটোৰ আদ্যোপান্ত জগতখনক জনাই দিব লাগিলহেঁতেন। আপোনাক ইতিমধ্যে জনাইছোঁৱেই যে মই সেইটো কৰিব নোখোজোঁ। তদুপৰি, তদুপৰি—"

"আপুনিনো খেৰোগেঁৰো কৰিছে কিয়?"

"এনে এক ৰাজ্য আছে য'ত আটাইতকৈ সূক্ষ্মদৰ্শী আৰু অভিজ্ঞ ডিটেকটিভজনো নিঃসহায় হৈ পৰে।"

"আপুনি ক'ব খুজিছে যে ঘটনাটো অধিভৌতিক?"

"মই খাটাংকৈ কোৱা নাই।"

"কোৱা নাই, কিন্তু এইটো সুস্পষ্ট যে আপুনি তেনেকৈয়ে ভাবে।"

"মিষ্টাৰ হ'ম্‌ছ, দুখজনক ঘটনাটোৰ পাছৰপৰা মোৰ কাণলৈ বহুতো ঘটনাৰ বিবৰণী আহিছে, যিবোৰ প্ৰকৃতিৰ নিয়মত সংঘটিত বুলি কোৱাটো কঠিন।"

"উদাহৰণস্বৰূপে?"

"এই ভয়াবহ ঘটনাৰ আগতেই বহুতো মানুহে তৃণভূমিত এটা প্ৰাণী দেখিছিল। বাস্কাৰভিলৰ দেওলগা জন্তুটোৰ লগত ইয়াৰ সম্পূৰ্ণ সাদৃশ্য আছে। দেখা মানুহবোৰে একে কথাই কৈছে যে জন্তুটো অতিকায়, উজ্জ্বল, ভয়াবহ আৰু ভৌতিক। বৈজ্ঞানিক প্ৰকৃত এনে জন্তুৰ বৰ্ণনা নাই। এই মানুহবোৰক মই ওলোটাই-ওভতাই প্ৰশ্ন কৰিও চাইছোঁ। তেওঁলোকৰ এজন হ'ল আঁকোৰগোঁজ চহা লোক, এজন তৃণভূমিৰে খেতিয়ক আৰু এজন ঘোঁৰাৰ ঠেঙত খুৰা লগোৱা মানুহ। আটাইকেইজনেই কিন্তু কিংবদন্তিৰ সেই ভয়ানক চিকাৰী কুকুৰটোৰ লগত সাদৃশ্য থকা আতংক সৃষ্টিকাৰী জন্তুটোৰ কথাই কয়। মই আপোনাক থিৰাংকৈ কওঁ যে অঞ্চলটোত এতিয়া ভীতিবিহ্বল পৰিস্থিতি চলি আছে। নিশাৰ ভাগত এতিয়া দুই এজন খামি ডাঠ মানুহেহে সেই তৃণভূমিৰেদি যাবলৈ সাহ কৰে।"

"গতিকে, আপুনি এজন বৈজ্ঞানিক ভাবধাৰাত প্ৰশিক্ষণপ্ৰাপ্ত লোক হৈয়ো এতিয়া এইটো অতিপ্ৰাকৃতিক ঘটনা বুলি বিশ্বাস কৰিছে?"

"মইনো এতিয়া কি বিশ্বাস কৰোঁ ওৰকে পোৱা নাই।"

হ'মছে কান্ধ জোকাৰিলে। তেওঁ ক'লে, "এতিয়ালৈকে পাৰ্থিৱ বিষয়বস্তুৰ বিষয়ে কৰা অনুসন্ধানতে মোৰ কাম সীমিত। সাধাৰণভাৱে কুশক্তিৰ লগতো যুঁজ দিব লগা হৈছে। কিন্তু অতিপ্ৰাকৃতিক শক্তিৰ সৈতে যুঁজাটো বোধকৰোঁ মোৰ কাৰণে উচ্চাকাংক্ষা হ'ব। তথাপি, আপুনিতো ভৰিৰ খোজৰ চিন পোৱাটো নিতান্তই বাস্তৱ।"

"কিংবদন্তিৰ সেই চিকাৰী কুকুৰটোৱে মানুহৰ ডিঙি ছিঙি অনাটোও বাস্তৱ, কিন্তু তাৰ অৱয়ৱ আছিল কদাকাৰ, পৈশাচিক।"

"আপুনি ইতিমধ্যে অতিপ্ৰাকৃতিক অস্তিত্ব সম্বন্ধে বিশ্বাসী হ'ল যেন পাইছোঁ। বাৰু, ডাক্তৰ মাৰ্টিমাৰ, মোক কওকচোন, যদি আপুনি এইবোৰতে বিশ্বাস কৰে তেনেহ'লে মোৰ পৰামৰ্শ বিচাৰিনো কিয় আহিল। আপুনিতো কৈছে ছাৰ চাৰ্লছৰ মৃত্যুৰ অনুসন্ধান কৰাটো অৰ্থহীন, আকৌ আপুনি একে উশাহতে মোক কৈছে যে ঘটনাটো অনুসন্ধান কৰিব লাগে।"

"মইতো কোৱা নাই যে মই অনুসন্ধান কৰাটো বাঞ্ছা কৰোঁ।"

"তেনেহ'লেনো মই আপোনাক কেনেকৈ সহায় কৰোঁ?"

ডাক্তৰ মৰ্টিমাৰে তেওঁৰ ঘড়ী চাই ক'লে, "ঠিক এঘণ্টা পোন্ধৰ মিনিট পাছতে ছাৰ হেনৰি বাস্কাৰভিল আহি ৱাটাৰলু ষ্টেছনত উপস্থিত হ'ব। এতিয়া মই কি কৰা উচিত, আপুনি মোক উপদেশ দিব লাগে।"

"তেৱেঁই উত্তৰাধিকাৰী, নহয় জানো?"

"এৰা, ছাৰ চাৰ্লছৰ মৃত্যুৰ পাছতে আমি এই তৰুণ ভদ্ৰলোকজনৰ বিষয়ে সোধ-পোছ কৰিছিলোঁ। আমি গম পালোঁ যে তেওঁ কানাডাত কৃষি-কৰ্মত জড়িত হৈ আছে। বিভিন্ন সূত্ৰৰপৰা পোৱা তথ্যমতে সকলো দিশৰপৰাই তেওঁ এজন সুপুৰুষ। এয়া অৱশ্যে ছাৰ চাৰ্লছৰ ইচ্ছাপত্ৰৰ এজন ন্যাসৰক্ষী আৰু ব্যৱস্থাৱলীৰ কাৰ্যকৰী কৰোঁতাৰূপে মই কোৱা কথাহে, এজন চিকিৎসকৰ বক্তব্য নহয়।"

"মোৰ অনুমান, আন কোনো দাবীদাৰ নাই, নহয়নে?"

"নাই, কোনো নাই। আমি বিচাৰ-খোঁচাৰ কৰি গম পালোঁ যে দুৰ্ভগীয়া ছাৰ চাৰ্লছৰ ৰ'জাৰ বাস্কাৰভিল নামে এজন ভায়েক আছিল। তিনি ভ্ৰাতৃৰ তেওঁ আছিল নুমলীয়া। তেওঁলোকৰ মাজুজন কম বয়সতে ঢুকাল। তেওঁৰে পুতেক হ'ল হেনৰি।

নুমলীয়া ভ্রাতৃ ৰ'জাৰ আছিল এক কুলাংগাৰ। প্ৰাচীন প্ৰভুত্বশীল বাস্কাৰভিল পৰিয়ালৰে তেওঁ নবীন প্ৰতিভা। তেওঁ যেন হিউগোৰ প্ৰতিকৃতিহে। ইংলণ্ডত তেওঁ তিষ্ঠি থকা ক্ৰমশঃ কঠিন হৈ পৰাত তেওঁ মধ্য আমেৰিকালৈ পলায়ন কৰে। তাতে তেওঁ ১৮৭৬ চনত পীতজ্বৰত ঢুকায়। হেন্‌ৰিয়েই হ'ল বাস্কাৰভিল পৰিয়ালৰ শেষৰজন জীৱিত লোক। মাথোঁ এঘণ্টা পাঁচ মিনিট পাছতে মই তেওঁক ৱাটাৰলু ষ্টেছনত লগ ধৰিম। আজি ৰাতিপুৱা তেওঁ ছাডাম্পটন আহি পাইছে বুলি টেলিগ্ৰাম পঠাইছে। এতিয়া, মিষ্টাৰ হ'মৃছ, তেওঁক লৈ মই কি কৰোঁ? আপুনি এই বিষয়ে কি কয়?"

"তেওঁনো কিয় তেওঁৰ দেউতাকৰ ঘৰলৈ নাযায়?"

"এনে হোৱাটোৱেই স্বাভাবিক নহয় জানো? প্ৰত্যেকজন বাস্কাৰভিলেই সেই গৃহলৈ গৈ অশুভ অদৃষ্টৰ মুখামুখি হ'ব লগা হয়। মই নিশ্চিত যে যদিহে ছাৰ চাৰ্লছেও মৃত্যুৰ আগতে এই বিষয়ে মোৰ লগত আলোচনা কৰিলেহেঁতেন, তেতিয়া তেৱোঁ তেওঁলোকৰ বিশাল সম্পদৰ শেষৰগৰাকী উত্তৰাধিকাৰীক এই প্ৰাণঘাতী নিবাসলৈ লৈ অহাত বাধা দিলেহেঁতেন। আনফালেদি চিন্তা কৰিলে এইটোও সঁচা যে দাৰিদ্ৰ-পীড়িত অনুন্নত এক বিশাল গ্ৰামাঞ্চলৰ উন্নতিৰ কাৰণে তেওঁৰ তাত উপস্থিতি অত্যন্ত বাঞ্ছনীয়। বাস্কাৰভিল হলৰ নিবাসী অবিহনে ছাৰ চাৰ্লছে কৰা বিভিন্ন কামৰ সুফল বাইজে ভোগ কৰাৰ আশা কৰিব নোৱাৰে। অঞ্চলটোৰ উন্নতিৰ স্বাৰ্থত প্ৰভাৱান্বিত হৈ কিজানি মই সঠিক সিদ্ধান্ত ল'ব নোৱাৰোঁৱেই, সেইটো চিন্তা কৰিহে মই বিষয়টো সম্বন্ধে আপোনাৰ উপদেশ বিচাৰিছোঁ।"

হ'মৃছে কথাটো অলপ সময় চিন্তা কৰিলে।

তেওঁ ক'লে, "সহজভাৱে ক'বলৈ হ'লে কথাটো এনেকুৱা। আপোনাৰ ধাৰণা, ডাৰ্টমুৰত এক পৈশাচিক শক্তিৰ অৱস্থিতিৰ কাৰণে বাস্কাৰভিল পৰিয়ালৰ কোনো লোকে তাত বাস কৰাটো নিৰাপদ নহয়, নহয়নে বাৰু?"

"অন্ততঃ মই ক'ব পাৰোঁ যে তাত অশুভ শক্তিৰ অৱস্থিতিৰ কিছু প্ৰমাণ পোৱা গৈছে।"

"ঠিকেই কৈছে। কিন্তু এই বিষয়ে নিশ্চিন্ত হওক যে যদিহে আপোনাৰ অতিপ্ৰাকৃত তত্ত্ব শুদ্ধ হয়, তেনেহ'লে অশুভ শক্তিয়ে ডেকাজনৰ অনিষ্ট অকল ডেভনশ্বিয়াৰতে নহয়, লণ্ডনতো সহজে কৰিব পাৰে। কোনো এলেকা এটাৰ গিৰ্জাৰ সা-সামগ্ৰী থোৱা কোঠাটোৰ দৰে অশুভ শক্তিৰ চয়তানৰো প্ৰভাৱ কেৱল এক নিৰ্দিষ্ট এলেকাতহে থকাৰ কথা একেবাৰে চিন্তা কৰিব নোৱৰা কথা।"

"মিষ্টাৰ হ'মৃছ, ঘটনাটো আপুনি বৰ পাতলকৈ লৈছে। বোধকৰোঁ পৰিস্থিতিৰ লগত আপোনাৰ প্ৰত্যক্ষ যোগাযোগ হোৱাহেঁতেন আপুনি অধিক গুৰুত্ব দিলেহেঁতেন। তথাপি, মই বুজিছোঁ আপোনাৰ মন্তব্য এইটোৱেই যে যুৱকগৰাকী লণ্ডনত যিমান নিৰাপদ ডেভনশ্বিয়াৰতো তেওঁ সিমানেই নিৰাপদ। তেওঁ আৰু পঞ্চাছ মিনিটত আহি পাব। আপুনি মই কি কৰা উচিত বুলি কয়?"

"মহাশয়, মই এতিয়া আপোনাক কওঁ যে আপোনাৰ কুকুৰটোৱে আমনি পাই ইতিমধ্যে মোৰ ঘৰৰ সন্মুখৰ দুৱাৰখন আঁচোৰাত লাগিছে, আপুনি তাক লৈ বাগী এখনত উঠি, ছাৰ হেনৰি বাস্কাৰভিলক লগ ধৰিবলৈ ৱাটাৰলু ষ্টেছনলৈ যাওক।"

"তাৰ পাছত?"

"তাৰ পাছত মই কি কৰোঁ সিদ্ধান্ত নোলোৱালৈকে তেওঁক একো ক'ব নালাগে।"

"আপুনি সিদ্ধান্ত লোৱাৰ কাৰণে কিমান সময়ৰ প্ৰয়োজন হ'ব?"

"চৌবিছ ঘণ্টা। ডাঃ মৰ্টিমাৰ, আপুনি কালিলৈ পুৱা দহ বজাত আমাৰ ইয়ালৈ এপাক আহিলে বাধিত হ'ম। লগতে যদি ছাৰ হেনৰি বাস্কাৰভিলকো আনে তেনেহ'লে মই ভৱিষ্যৎ কৰ্ম-পন্থা যুগুতোৱাত সহায়ক হ'ব।"

"ঠিক আছে, মিঃ হ'মৃছ। মই আপোনাৰ কথা মতে আহিম।" তেওঁ চোলাৰ কাফতে পাছদিনাৰ নিৰ্ধাৰিত আগমনৰ কথাটো লিখি থ'লে আৰু ততাতৈয়াকৈ, অন্যমনস্কভাৱে, এক আচহুৱা সন্ধানী দৃষ্টি পেলাই ওলাই গ'ল। ছিৰিৰ মূৰ পাওঁতেই তেওঁক পাছে হ'মৃছে ৰখালে।

"ডাঃ মৰ্টিমাৰ, কথা এটা সুধিবলৈ থাকিল। আপুনি কৈছিল যে চাৰ্লছ বাস্কাৰভিলৰ মৃত্যুৰ আগতে কেইবাজনো মানুহে তৃণভূমিত সেই অদ্ভুত জন্তুটো দেখিছিল?"

"এৰা, তিনিজন মানুহে দেখিছিল।"

"কোনোবাই তেওঁৰ মৃত্যুৰ পাছতো সেই জন্তুটো দেখিছিল নেকি?"

"তেনে খবৰ মই পোৱা নাই।"

"ধন্যবাদ, শুভ প্ৰভাত।"

হ'মৃছ তেওঁৰ আসনলৈ উভতি আহিল। তেওঁৰ চকু-মুখত এক সন্তুষ্টিৰ ভাব। এয়া আনন্দদায়ক কাম কৰিবলৈ পোৱা সন্তুষ্টি।

"ৱাটছন, কেনিবা ওলাই যাবা নেকি?"

"যদিহে তোমাক কোনো সহায় কৰিব লগা নাই।"

"এতিয়া নাই, কামৰ সময়তহে বন্ধু মই তোমাৰ সহায় বিচাৰোঁ। চাবলৈ গ'লে আজিৰ সমস্যাটো অতি চমৎকাৰ, সঁচায়ে অপূৰ্ব। তুমি ওলাই যাওঁতে বাৰু ব্ৰেডলিৰ দোকানৰপৰা এক পাউণ্ড খুব বেছি চোকা ধঁপাত পঠাই দিবলৈ ক'বা নেকি? ধন্যবাদ বন্ধু। তদুপৰি সন্ধিয়াৰ আগতে তুমি ঘূৰি নাহিলেই মই ভাল পাম। এইখিনি সময়তে মই আজিৰ এই অতি কৌতূহলোদ্দীপক সমস্যাটোৰ বিশ্লেষণ কৰাত আৰু আৰু ধাৰণাবোৰ বিজাই চোৱাত মনোনিবেশ কৰিব পাৰোঁ।"

এইটো মোৰ জনা কথা যে যেতিয়াই মোৰ বন্ধুৱে কোনো এটা বিষয়ত গভীৰভাৱে চিন্তা কৰিব লগা হয় তেতিয়াই তেওঁৰ প্ৰয়োজন হয় নিৰলা আৰু নিৰ্জনতাৰ। সেই সময়ত [illegible] সাক্ষ্য প্ৰমাণবো গুৰুত্ব কি হ'ব পাৰে চিন্তা কৰে, সমস্যা সমাধানৰ বেলেগ বেলেগ [illegible] উলিয়াবলৈ যত্ন কৰে আৰু সমাধানৰ সম্ভাবনাৰ ক্ষেত্ৰত কোনকেইটা বিষয়নো সঠিক অধ্যয়ন কৰাৰ প্ৰয়োজন নিৰ্ণয় কৰে। সেয়েহে মই সমস্ত দিনটো ক্লাবত কটাই সন্ধিয়া প্ৰায় ন বজাতহে উলটি আহিলোঁ। দুৱাৰখন মেলিয়েই মোৰ এনেহে লাগিল যেন কোঠাটোত একুৰা জুইহে জ্বলি আছে। ধোঁৱাৰে তেনেই ধুৱঁলী-কুঁৱলী। আনকি মেজৰ ওপৰত থকা লণ্ঠনটোৰ পোহৰো অস্পষ্ট। অৱশ্যে কোঠাটোত সোমাই যোৱাৰ লগে লগে মোৰ ভয় আঁতৰিল। অঁহিয়া, চোকা ধঁপাতৰ তীব্ৰ ধোঁৱাইহে এনে অৱস্থাৰ সৃষ্টি কৰিছে। ধোঁৱাই মোৰ ডিঙি সুৰসুৰাই দিয়াত কাহ ওলাল। ধোঁৱাৰ মাজেৰে হ'মছৰ অৱয়বটো অস্পষ্ট ৰূপত মই দেখিলোঁ। তেওঁৰ ড্ৰেছিং-গাউনটো আৰামী চকীত কোঁচ খাই আছে, ওঁঠৰ মাজত ক'লা পাইপ। কেইবা নুৰা কাগজ তেওঁৰ চাৰিওফালে পৰি আছে।

তেওঁ ক'লে, "পানী লাগিছে নেকি, ৱাটছন।"

"নহয় নহয়, বিষাক্ত পৰিবেশেহে এনে কৰিছে।"

"এৰা, কোঠাটো গুলুম মাৰি ধৰিছে। নহয়নে?"

"গুলুম মৰা নহয়, অসহ্য কৰি তুলিছে।"

"তেনেহ'লে খিৰিকিখন খুলি দিয়া। মই ধৰিব পাৰিছোঁ, আজি সমস্ত দিনটো ক্লাবতে থাকিলা। মই ঠিকেই কৈছোঁ, নহয়নে?"

"ঠিকেই কৈছা। কিন্তু তুমি কেনেকৈ গম পালা?"

মোৰ ভেবা লগা অৱস্থা দেখি আমোদ পাই তেওঁ ডাঙৰকৈ হাঁহি দিলে।

"তুমি সতেজ, সুঠ। মনৰ আনন্দত থকা যেন লাগিছে, ৱাটছন। মোৰ নিৰ্ণায়ক ক্ষমতাৰ সেয়েহে সামান্য প্ৰয়োগ কৰিলোঁ। বৰ্ষা-বিধ্বস্ত ডাৱৰীয়া বতৰত, দিনৰ ভাগতে ভদ্ৰলোকগৰাকী ওলাই গৈছিল। তেওঁ এতিয়া সন্ধিয়া উভতি আহিছে। সাজ-

সজ্জা নিখুঁত, মূৰৰ টুপী আৰু ভৰিৰ জোতা এতিয়াও চিকমিকাই আছে। তেওঁ নিশ্চয় ঘুৰি-ফুৰা নাছিল; কোনোবা এঠাইতে আঠা লাগি আছিল। নলে-গলে লগা তেওঁৰ কোনো বন্ধুও নাই। তেনেহ'লেনো তেওঁ ক'ত থাকিব পাৰে? কথাটো স্পষ্ট হৈ নগ'লনে?"

"এৰা কথাটো স্পষ্ট হৈ গ'ল।"

"এই ধৰাৰ বহুবোৰ কথাই স্পষ্ট হৈ থাকে, পাছে সেইবোৰ কোনেও মনোযোগেৰে লক্ষ্য নকৰে। মইনো বাৰু আজি ক'ত আছিলোঁ?"

"তুমিও ইয়াতে আঠা লাগি আছিলা।"

"ওঁহোঁ, ক'বলৈ গ'লে, মই ডেভনশ্বিয়াৰত আছিলোঁ।"

"দেহা ইয়াত, মন তাত?"

"ঠিক কৈছা। মোৰ শৰীৰ এই আৰামী চকীখনত আছে ঠিকেই। আৰু ক'বলৈ দুখ লাগে, এই শৰীৰটোৱেই মোৰ প্ৰকৃত সত্তাৰ অনুপস্থিতিতে ডাঙৰ দুই পাত্ৰ কফি খাই আৰু অপৰ্য্যাপ্ত ধঁপাত হুপি শেষ কৰিলে। তুমি যোৱাৰ পাছতে মই ষ্টেমফৰ্ডৰপৰা তৃণভূমিৰ সেই অঞ্চলটোৰ ছাৰ্ভে মেপখন আনি ল'লোঁ আৰু তেতিয়াৰপৰাই মোৰ সমস্ত চেতনা এইখনক লৈয়ে ব্যস্ত আছে। এতিয়া নিজেই নিজকে প্ৰশংসা কৰি কওঁ যে মই পথৰ সন্ধান পালোঁ।"

"মোৰ ধাৰণা, এইখন এখন বিশাল মেপ।"

"এৰা, অতি বিশাল।" মেপৰ নুৰাটোৰ এটা অংশৰ মেৰ খুলি তেওঁ আঁঠুৰ ওপৰত মেলি ল'লে। "আমি বিচৰা বিশেষ জিলাখন ইয়াতে আছে। মাজতে এয়া বাস্কাৰভিল হ্‌ল।"

"ইয়াৰ চাৰিওফালে দেখোন অৰণ্য?"

"ঠিকেই কৈছা—, তৃণভূমিৰ সোঁফালে কাষে কাষেই এইটো ইউ-গলি হ'ব লাগিব, অৱশ্যে ইয়াত কোনো নাম দিয়া নাই। এই ঘৰবোৰৰ থুপটোৱেই ডা০ মৰ্টিমাৰৰ মুখ্য কাৰ্য্যালয় থকা গ্ৰিমপেন নামৰ সৰু গাঁওখন হ'ব লাগিব। অঞ্চলটোত পাঁচ মাইল ব্যাসাৰ্ধ জুৰি অ'ত-ত'ত কেইটামান মাথোঁ বাসগৃহ দেখা যায়। ইয়াত এয়া ডা০ মৰ্টিমাৰে উল্লেখ কৰা লেফটাৰ বোলা ঠাইখন। ঘৰ এটাৰ নিৰ্দেশ ইয়াত আছে। সেইটোৱেই প্ৰকৃতিবিদ ষ্টেপল্‌টনৰ, মোৰ মনত থকা মতে সেইটোৱেই তেওঁৰ নাম, বাসস্থান হ'ব পাৰে। তৃণভূমিৰ এই খণ্ডতে 'হাই টৰ' আৰু 'ফাউলমায়াৰ' নামৰ আৰু দুটা পামঘৰ আছে। এই ঠাইৰপৰা চৈধ্য মাইল দূৰত প্ৰিন্সটাউনৰ কাৰাগাৰ। এই বিশেষ স্থানবোৰৰ মাজে মাজে আৰু চাৰিওফালে মাথোঁ বিষণ্ণ, জনপ্ৰাণীহীন তৃণভূমি। এইখন

মঞ্চতে বিয়োগান্ত নাটকখন অভিনীত হৈছিল আৰু ইয়াতে নাটকখন পুনৰাভিনয় কৰাত আমি সহায় আগ বঢ়াব পাৰোঁ।"

"এইখন এখন বন্যভূমি।"

"এৰা, যথোপযুক্ত পটভূমি। যদিহে চয়তানে মানুহৰ কৰ্মৰাজিত হেতা-ওপৰা কৰিব খোজে...।"

"এতিয়া তুমি নিজেই অলৌকিক প্ৰভাৱৰ বৰ্ণনা সমৰ্থন কৰা যেন লাগিছে।"

"চয়তানৰ প্ৰতিনিধিবোৰ তেজ-মঙহৰো হ'ব পাৰে, নোৱাৰে জানো? আৰম্ভণিতে [illegible] আমাৰ কাৰণে অপেক্ষা কৰিছে দুটা প্ৰশ্নই। সঁচাকৈয়ে কিবা অপৰাধ সংঘটিত হৈছিলনে? দ্বিতীয়তে, যদিহে হৈছিল, অপৰাধটোনো কি আৰু সেইটো কেনেকৈ সংঘটিত কৰা হৈছিল? অৱশ্যে, ডা০ মৰ্টিমাৰৰ অলৌকিক ঘটনাৰ অনুমান সঁচা হ'লে আমাৰ অনুসন্ধানৰ কোনো প্ৰয়োজনেই নাই। কিন্তু এই অনুমানৰ বিষয়ে ভবাৰ আগতে আন সকলো ধাৰণা সম্বন্ধে আমাৰ অনুসন্ধান শেষ কৰি ল'ব লাগিব। যদি তুমি বেয়া নোপোৱা, আমি খিৰিকিখন আকৌ বন্ধ কৰি দিয়া ভাল হ'ব। ঘনীভূত পৰিবেশে আমাৰ চিন্তা ঘনীভূত হোৱাতো সহায় কৰিব। ঘটনাটোৰ কথা চিন্তা কৰিবলৈ মই বাকছৰ ভিতৰত সোমাই থাকিবই লাগিব বুলি নাভাবোঁ, পাছে মোৰ বদ্ধমূল বিশ্বাসৰ এয়াই যুক্তিসংগত পৰিণতি। বাৰু কেছটো চিন্তা কৰি চাইছানে?"

"এৰা, আজিৰ সমস্ত দিনটোতে মই এই বিষয়ে চিন্তা কৰিছোঁ।"

"ভাবি-গুণি কিবা পালানে?"

"ঘটনাটো বৰ বিভ্ৰান্তিকৰ।"

"নিশ্চিতভাৱে ইয়াৰ এটা বিশেষত্ব আছে। কেইটামান কথা বিশেষভাৱে মন কৰিবলগীয়া। উদাহৰণস্বৰূপে, ভৰিৰ খোজৰ চিনবোৰ সলনি হোৱা কথাটোকে ধৰা। সেইটো কিয় হ'ল ধৰিব পাৰিছানে?"

"মৰ্টিমাৰে কোৱা মতে গলিটোৰ সেই অংশ তেওঁ ভৰিৰ আঙুলিত ভৰ দি খোজ কাঢ়িছিল।"

"তেওঁ মাথোঁ ঘটনাটোৰ অনুসন্ধানত কোনোবা মূৰ্খই দিয়া বিবৃতিকে দোহাৰিছিল। এজন ব্যক্তিয়ে গলিটোত কিয় আঙুলিত ভৰ দি খোজ কাঢ়িব?"

"তেনেহ'লে কথাটো কি?"

"বাটছন, তেওঁ দৌৰিছিল, তৰ্জনি হেৰাই তৰা-নৰা ছিগি দৌৰিছিল, কলিজা ফাটি উবুৰি খাই পৰি নোযোৱালৈকে দৌৰিছিল!"

"কিহৰ কাৰণে তেনেকৈ দৌৰিছিল?"

"তাতেইতো সমস্যা। এনে এটা আভাস পোৱা গৈছে যে দৌৰাৰ আগতে মানুহজনে ভয়তে তৰ্দ্ধনি হেৰুৱাইছিল।"

"সেইটো তুমি কেনেকৈ ক'লা?"

"মোৰ ধাৰণা এই ভয়ৰ উৎস কাষৰ তৃণভূমিত আছিল। যদি সেইটো সত্য হয়, সত্য হোৱাৰে সম্ভাৱনা অতিকে প্ৰবল, তেনেহ'লে তেনেই বিবুদ্ধি হোৱা মানুহ এজনেহে ঘৰৰ ফাললৈ দৌৰি নাহি ঘৰৰপৰা আঁতৰি যাব। জিপচিজনে দিয়া সাক্ষ্য যদি সত্য হয় তেনেহ'লে সাহায্যৰ কাৰণে চিঞৰ-বাখৰ কৰিছিল, [illegible] দিশৰপৰা এই চিঞৰ-বাখৰবোৰ আহিছিল তাত সাহায্য পোৱাটো একেবাৰে দুঃসাধ্য। আকৌ, সেই নিশা তেওঁ কাৰ কাৰণে অপেক্ষা কৰি আছিল? তুমি যদি অপেক্ষা কৰিব লগাই আছিল তেঁনেহ'লে ঘৰত নাথাকি ইউ-গলিৰ উইকেট গেটখনৰ ওচৰত ৰৈ আছিল কেলেই?"

"তুমি তেওঁ কাৰোবাৰ কাৰণে অপেক্ষা কৰি থকা বুলি ভাবানে?"

"মানুহজন বয়সস্থ আৰু অসুস্থ। সন্ধিয়া সময়ত এপাক টহল দিয়াটো স্বাভাৱিক। বতৰটো আছিল সেমেকা। কিন্তু ডাঃ মৰ্টিমাৰে ছিগাৰৰ ছাইখিনি দেখিয়েই মানুহজন তাত পাঁচ-দহ মিনিট ৰৈ থকা বুলি কোৱা কথাটো বাস্তৱ জ্ঞানসম্মত হ'ল জানো?"

"কিন্তু তেওঁতো প্ৰতি সন্ধিয়াতে ফুৰিবলৈ যায়।"

"মই কিন্তু এইটো নাভাবোঁ যে প্ৰতি সন্ধিয়াতে তৃণভূমিৰ গেটখনৰ ওচৰত অপেক্ষা কৰে। বৰঞ্চ এইটোহে জনা গৈছিল যে তেওঁ তৃণভূমিৰপৰা আঁতৰি ফুৰিবলৈ বিচাৰিছিল। সেই নিশাহে তেওঁ তাত ৰৈছিল। সেইটো নিশা আছিল তেওঁ লণ্ডনলৈ যাবলৈ ঠিক কৰা পুৱাটোৰ আগৰ নিশা। কথাটো মন কৰিছানে, ৱাটছন, আমাৰ অনুসন্ধানৰ এতিয়া ৰেহা লাগিছে। মোৰ বেহেলাখন দিয়া। আজিলৈ আৰু ঘটনাটোৰ কথা চিন্তা নকৰোঁ। কালিলৈ পুৱা ডাঃ মৰ্টিমাৰ আৰু ছাৰ হেনৰি বাস্কাৰভিলক লগ পোৱালৈ আমাৰ কামৰ মুলতুৱী ৰাখিলোঁ।"

অধ্যায় ৪

# ছাৰ হেনৰি বাস্কাৰভিল

আমাৰ প্ৰাতৰাশ সোনকালেই শেষ হ'ল। ড্ৰেছিং গাউন পৰিহিত হ'মৃছে এতিয়া হ'বলগীয়া দেখা-সাক্ষাতটোৰ কাৰণে বাট চাই বৈ আছে। আমাৰ মক্কেলসকল সময় চলা লোক। ঠিক দহ বাজিছেহে, ডাঃ মৰ্টিমাৰ ওলালহি, লগতে ডেকা বেৰ'নেটজন। ডেকাগৰাকী চুটি-চাপৰ, সদা-সতৰ্ক, ঘন-ক'লা চেলাউৰি, কঠিন মুখমণ্ডলেৰে ত্ৰিছ বছৰীয়া হৃষ্ট-পুষ্ট লোক। তেওঁৰ পিন্ধনত এযোৰ ৰঙা ৰঙৰ টুইড কাপোৰৰ ছুট। চেহেৰা দেখিলেই বুজা যায় যে তেওঁৰ বেছিভাগ সময়েই অতিবাহিত হয় মুকলি আকাশৰ তলত। তথাপি ভদ্ৰলোকগৰাকীৰ স্থিৰ দৃষ্টি আৰু শান্ত মানসিক দৃঢ়তাই যেন কিবা এক বিশেষ ভাব প্ৰকাশ কৰে।

ডাঃ মৰ্টিমাৰে ক'লে, "এখেত হ'ল ছাৰ হেনৰি বাস্কাৰভিল।"

"এৰা, মিষ্টাৰ শ্বাৰলক হ'মৃছ। আটাইতকৈ আশ্চৰ্য্যৰ কথাটো হ'ল, যদিহে বন্ধুৱে মোক আজি আপোনাৰ ইয়ালৈ অহাৰ কথা নক'লেওহেঁতেন, মই তেতিয়া নিজৰ গৰজতে আহিলোঁহেঁতেন। মই জনামতে আপুনি ৰহস্যৰ মেৰপাক খুলি ভাল পায় আৰু আজি ৰাতিপুৱা ময়ো তেনে এটা ৰহস্যৰ গোন্ধ পালোঁ, যিটো ভেদ কৰিবলৈ মোৰ চিন্তাৰ সামৰ্থ্যতকৈ গভীৰতৰ চিন্তাৰ প্ৰয়োজন।"

"ছাৰ হেনৰি, অনুগ্ৰহ কৰি বহক। মোৰ ধাৰণা আপুনি ক'ব খুজিছে যে লণ্ডনত উপস্থিত হোৱাৰ পাছত আপোনাৰ কিবা বিশেষ অভিজ্ঞতা হৈছে।"

"মিষ্টাৰ হ'মৃছ, খুব বিশেষ উল্লেখনীয় একো ঘটা নাই। কৌতুকৰ কথা বুলিয়েই ক'ব পাৰি। মানে মই চিঠিখনৰ কথা কৈছোঁ, যদিহে অৱশ্যে এইখন চিঠি বুলি ধৰা হয়। এইখন আজি ৰাতিপুৱা পালোঁ।"

তেওঁ এটা লেফাফা মেজৰ ওপৰত থ'লে। আমি সকলোৱেই তাত উবুৰি খাই পৰিলোঁ। লেফাফাটোত বৈশিষ্ট্য একো নাই, সাধাৰণ, ছাই-বৰণীয়া। ঠিকনা, 'ছাৰ হেনৰি বাস্কাৰভিল, নৰ্থাম্বাৰলেণ্ড, হোটেল', ঠিকনাত লিখা আখৰবোৰ আঁকজা। 'চেৰিং ক্ৰছ' ডাকঘৰৰ মোহৰ মৰা, আগ দিনা গধূলি ডাকত দিছে।

আগ্ৰহে ভদ্ৰলোকগৰাকীৰ প্ৰতি দৃষ্টি পেলাই হ'মৃছে সুধিলে, "আপুনি যে নৰ্থাম্বাৰলেণ্ড হোটেললৈ গৈছে সেইটো ৰাৰু কোনে জানে?"



ডা° মৰ্টিমাৰে ক'লে, "এখেত হ'ল ছাৰ হেনৰি বাস্কাৰভিল।"

"কোনেও নাজানিছিল। ডাঃ মৰ্টিমাৰক লগ পোৱাৰ পাছতহে মই তাতে যাম বুলি থিৰাং কৰা হৈছিল।"

"কিন্তু ডাঃ মৰ্টিমাৰ চাগে আগৰপৰাই তাত আছিল?"

ডাক্তৰে ক'লে, "মইতো এজন বন্ধুৰ ঘৰতহে আছোঁ। আমি এইখন হোটেল ঠিক কৰিম বুলি আগতীয়াকৈ একো সিদ্ধান্ত লোৱা নাই।"

"হুঁ, আপোনাৰ গতি-বিধি সম্বন্ধে কোনোবা অত্যন্ত আগ্ৰহী যেন পাওঁ।" এইদৰে কৈ হ'ম্‌ছে লেফাফাটোৰপৰা চাৰি ভাঁজ কৰি ভৰাই থোৱা এখন আধা পাতৰ ফুলস্কেপ কাগজ উলিয়ালে। তেওঁ সেইখন খুলি মেজৰ ওপৰত মেলি ধৰিলে। কাগজখনৰ মাজতে মাথো এটা বাক্য। বাক্যটোৰ শব্দবোৰ ছপা আখৰ আঠা লগাই তৈয়াৰ কৰা, মাথোঁ 'moor' শব্দটো চিয়াহীৰে লিখা। বাক্যটো আছিল : As you value your life or your reason keep away from the moor.

(যিহেতু আপোনাৰ প্ৰাণৰ প্ৰতি মমতা আছে, অথবা, আপুনি এগৰাকী যুক্তি-নিৰ্ভৰ লোক, আপুনি তৃণভূমিৰপৰা আঁতৰি থাকক।)

হেনৰি বাস্কাৰভিলে ক'লে, "এতিয়া মিঃ হ'ম্‌ছ, আপুনি বোধকৰোঁ ক'ব পাৰিব এই বাক্যৰ প্ৰকৃত অৰ্থ কি আৰু মোৰ বিষয়ে ইমানকৈ আগ্ৰহান্বিত হোৱা লোকজননো কোন?"

"ডাঃ মৰ্টিমাৰ, আপুনি বাৰু এই সম্বন্ধে কি ভাবে? আপুনি নিশ্চয় এইটোও এটা অতিপ্ৰাকৃতিক ঘটনা বুলি নাভাবে?"

"নাভাবোঁ, কিন্তু এইটো এনে এজন লোকৰ কাম হ'ব পাৰে, যিজনে গোটেই ঘটনাটোৰেই অতিপ্ৰাকৃতিক বুলি বিশ্বাস কৰে।"

ছাৰ হেনৰিয়ে ৰুক্ষভাৱে সুধিলে, "কি ঘটনাৰ কথা কৈছে? আপোনালোকে দেখিছোঁ মোৰ নিজা বিষয়বোৰ সম্বন্ধে মোতকৈ বেছিকৈহে জানে।"

হ'ম্‌ছে ক'লে, "ছাৰ হেনৰি, আমি জনা কথাবোৰৰ বিষয়ে ইয়াৰপৰা বিদায় লোৱাৰ আগতেই আপুনি গম পাব। এতিয়া আপোনাৰ অনুমতি লৈ এই কৌতূহল জগোৱা কাগজখনৰ বিষয়েই আলোচনা কৰোঁ। এইখন নিশ্চয় কালি সন্ধিয়া তৈয়াৰ কৰি ডাকত দিছিল। ৱাটছন, তাত কালিৰ 'টাইম্‌ছ' কাকতখন আছেনে?"

"সেয়া চুকতে আছে।"

"তোমাক অলপ দিগদাৰি দিছোঁ। ঘাই ঘাই প্ৰবন্ধ থকা কাকতখনৰ মাজৰ পৃষ্ঠাটো দিয়াচোন।" হ'ম্‌ছে পৃষ্ঠাটো তত্‌তাতেয়াকৈ এবাৰ তলে-ওপৰে চালে। তেওঁ ক'লে, "মুক্ত বাণিজ্যৰ বিষয়ে লিখা এইটো মুখ্য প্ৰবন্ধ।" প্ৰবন্ধটোৰ এটা অংশলৈ

আঙুলিয়াই তেওঁ মোক উচ্চৈস্বৰে সুধিলে, "এই অংশটোৰ বিষয়ে তোমাৰ কি ধাৰণা কোৰাচোন।" মনৰ সন্তুষ্টিত তেওঁ হাত দুখন মোহাৰিবলৈ লাগিল।

মই ক'লোঁ, 'ইয়াত এক মনোভাব ব্যক্ত কৰিছে, নহয়নে বাৰু?"

এক পেছাদাৰী আগ্ৰহেৰে ডা০ মৰ্টিমাৰে হ'মৃছক লক্ষ্য কৰি আছে আৰু ছাৰ হেনৰি বাস্কাৰভিলে মোৰ ফালে এক বিভ্ৰান্ত দৃষ্টি প্ৰেলাইছে।

ছাৰ হেনৰিয়ে ক'লে, "শুল্কপদ্ধতি সম্বন্ধে মই বিশেষ একো নাজানো আৰু এনেবোৰ কথাত মোৰ বৰ আগ্ৰহো নাই। কিন্তু আমি এতিয়া কাগজখনৰ টোকাটো সম্বন্ধে কৰা অনুসন্ধানৰপৰা অলপ আঁতৰি অহা যেন লাগিছে।"

"ছাৰ হেনৰি, কথাটো আপুনি ভবাৰ দৰে ঘটা নাই। প্ৰকৃততে ই সম্পূৰ্ণ ওলোটাহে। আমি বিশেষভাবে ঘটনাটোৰ আঁত বিচাৰি আছোঁ। ইয়াত ৱাটছনে মোৰ কাম কৰাৰ পদ্ধতি সম্বন্ধে আপোনাতকৈ বেছি ওৱাকিবহাল, পাছে তেওঁ বাক্যটোৰ গাঁথনিৰ সম্পৰ্কত প্ৰবন্ধটোৰ এই অংশৰ তাৎপৰ্য্য সম্বন্ধে তং ধৰিব পৰা নাই।"

"এৰা, মই স্বীকাৰ কৰিছোঁ, এই বিষয়ে একো উৱাদিহ পোৱা নাই।"

"কিন্তু প্ৰিয় ৱাটছন, দুয়োটাৰ মাজত এক দৃঢ় যোগসূত্ৰ আছে। প্ৰকৃততে এটাৰপৰা আনটো গঁথা হৈছে। 'You', 'Your', 'life', 'reason', 'value', 'keep away', 'from the' বাক্যটোৰ এই শব্দবোৰ ক'ৰপৰা কেনেকৈ লৈছে তুমি এতিয়াও ধৰিব পৰা নাইনে?"

ছাৰ হেনৰিয়ে উচ্চৈস্বৰে ক'লে, "আশ্চৰ্য্যকৰ কথা, আপুনি ঠিকেই কৈছে। আপুনি ঠিকেই কৈছে। আপুনি যে ইমান তৎপৰ হৈ কথাটো ধৰি পেলালে।"

"প্ৰবন্ধটোৰপৰাই যে শব্দবোৰ লৈছে এই কথাত আমাৰ অকণো সন্দেহ নাথাকে, কিয়নো আমি দেখিছোঁ যে 'keep away from the' -এই চাৰিটা শব্দৰ বাক্যাংশ প্ৰবন্ধটোত থকাৰ দৰে একেলগেই একে টুকুৰাতে কাটি উলিয়াই আঠা লগাই দিছে।"

"এৰা, ঠিকেই কৈছে।"

ডা০ মৰ্টিমাৰে মোৰ বন্ধুৰ ফালে বিস্ময়-বিমুগ্ধ হৈ চাই ক'লে, "সঁচাকৈয়ে, মিষ্টাৰ হ'মৃছ, আপোনাৰ এই কাম মোৰ কল্পনাৰো অতীত। মই ইমান আচৰিত নহ'লোঁহেঁতেন, যদি কোনোবাই ক'লেহেঁতেন যে শব্দবোৰ বাতৰিকাকতৰপৰা লৈছে; কিন্তু আপুনিতো কোনখন কাকতৰ কোন প্ৰবন্ধৰপৰা লৈছে তাকো কৈ দিলে। মোৰ কাৰণে ই সঁচাই এক বিস্ময়কৰ ঘটনা। আপুনি কথাটো কেনেকৈ জানিলে?"

"মই ভাবোঁ, আপুনি লাওখোলা এটা পৰীক্ষা কৰি সেইটো এজন নিগ্ৰোৰ নে এজন এস্কিমোৰ কৈ দিব পাৰে?"

"নিশ্চয়।"

"কিন্তু কেনেকৈ?"

"কাৰণ এইটো মোৰ বিশেষ ধৰণৰ চখ। প্ৰভেদবোৰো স্পষ্ট।"

"আপোনাৰ দৰেই মোৰো এইটো বিশেষ ধৰণৰ চখ। ইয়াতো প্ৰভেদবোৰ স্পষ্ট। আপোনাৰ নিগ্ৰো আৰু এস্কিমোৰ দৰেই অপৰিপাটিকৈ ছপা কৰা সস্তীয়াৰ আধা পেনি দামৰ কাগজৰ আখৰবোৰ আৰু 'টাইম্‌ছ' কাকতৰ প্ৰবন্ধৰ বুৰ্জোৱা টাইপৰ আখৰবোৰ সম্পূৰ্ণ বেলেগ। অপৰাধবিজ্ঞানৰ পাৰদৰ্শী লোকৰ কাৰণে বিভিন্ন আখৰৰ চিনাকি উলিওৱাৰ জ্ঞান আহৰণ কৰাটো এটা অতিশয় প্ৰাথমিক প্ৰয়োজন। অৱশ্যে স্বীকাৰ কৰিব লাগিব যে মই সৰুতে 'লিড্‌ছ মাৰ্কিউৰি' আৰু 'ৱেষ্টাৰ্ন মৰ্নিং নিউজ' নামৰ কাগজ দুখনৰ আখৰৰ পাৰ্থক্য উলিয়াবলৈ টান পাইছিলোঁ। পাছে 'টাইম্‌ছ'ৰ মূল প্ৰবন্ধৰ আখৰবোৰ সম্পূৰ্ণৰূপে বৈশিষ্ট্যপূৰ্ণ। বাক্যটোৰ আখৰবোৰ আন ক'ৰোপৰা অনা হ'ব নোৱাৰে। ঘটনাটো কালি হৈছিল কাৰণে মই ভাবিলোঁ যে সম্ভৱতঃ কালিৰ কাকতখনতে শব্দকেইটা পোৱা যাব।"

ছাৰ হেনৰি বাস্কাৰভিলে ক'লে, "মিষ্টাৰ হ'ম্‌ছ, এতিয়া মই কথাবোৰ বুজি পালোঁ। কোনোবাই প্ৰেৰিত নিৰ্দেশটোৰ আখৰবোৰ এখন কেঁচীৰে..."

"কেঁচীখন সৰু, ধাৰ থকা অংশটো চুটি। সেয়েহে কাটোঁতাজনে 'keep away' শব্দ দুটাৰ ওচৰত দুবাৰ বেপিৰ লগা হৈছে," হ'ম্‌ছে ক'লে।

"ঠিকেই। কোনোবাই তেনেহ'লে প্ৰেৰিত নিৰ্দেশৰ আখৰবোৰ এখন চুটি কেঁচীৰে কাটি, কাগজখনৰ ওপৰত আঠাৰে লগাই দিছে। কিন্তু 'moor' শব্দটো কিয় হাতেৰে লিখি দিব লগা হ'ল?"

"কাৰণ, ছপা 'moor' শব্দটো বিচাৰি নাপালে। অন্য শব্দকেইটা সহজতে পোৱা যায়, কিন্তু 'moor' শব্দটো ঘনাই ব্যৱহৃত হোৱা শব্দ নহয়।"

"মিষ্টাৰ হ'ম্‌ছ, নিৰ্দেশ বাৰ্তাটোৰ আখৰবোৰ স্পষ্ট হ'ল। আপুনি পাছে আৰু কিবা সন্ধান পালে নেকি?"

"দুই-এটা কথাৰ আভাস আছে। অৱশ্যে সকলো সূত্ৰ আঁতৰাই পেলাবলৈ চৰম প্ৰয়াস কৰা হৈছে। ঠিকনাটো আপুনি দেখিছেই, তেনেই আঁতুলা আখৰেৰে লিখিছে। কিন্তু 'টাইম্‌ছ' কাকতখনতো এলাপেচা মানুহে নলয়, সাধাৰণতে উচ্চশিক্ষিত লোকৰ হাততহে ইয়াক দেখা যায়। গতিকে এইটো আমি ধিৰাং কৰিব পাৰোঁ যে

চিঠিখন এজন উচ্চশিক্ষিত লোকৰ সৃষ্টি, কিন্তু তেওঁ এজন অশিক্ষিত লোকৰ ভাও দিব বিচাৰিছে। তেওঁৰ নিজৰ প্ৰকৃত গঢ় লুকুৱাবলৈ চেষ্টা এই কাৰণেই কৰিছে যে তেওঁৰ আখৰ-পাতি নিশ্চয় চিনাকি অথবা চিনি উলিওৱাটো টান নহ'ব। আৰু, আপুনি নিশ্চয় লক্ষ্য কৰিছে যে শব্দবোৰ একেবাৰে পোন শাৰীত আঠা লগোৱা হোৱা নাই, তাৰে কিছুমান ওপৰ-তল হৈছে। যেনে, 'life' শব্দটো ঠিক ঠাইত নাই। কাটোতাজনৰ অসাৱধানতাৰ কাৰণেও এইটো হ'ব পাৰে, অথবা তেওঁ ততাতৈয়াকৈ কামটো কৰাৰ উত্তেজনাতে এনে কৰিব লগা হ'ল। পাছে মই ভাবোঁ মোৰ দ্বিতীয় অনুমানটোহে শুদ্ধ, কিয়নো এনে এটা জৰুৰী কামত মানুহজন কেতিয়াও অসাৱধান নহয়। যদি তেওঁ ততাতৈয়া কৰিছিল তেন্তে প্ৰশ্ন উদয় হয়, তেওঁনো কিয় খৰধৰ [illegible] হ'ল? পুৱালৈকে কোনোবা সময়ত চিঠিখন ডাকত দিলেই হাৰ হেনৰিয়ে হোটেল এৰি যোৱাৰ আগতেই পালেহেঁতেন। তেনেহ'লে তেওঁ [illegible] কেনেবাকৈ বাধা পোৱাৰ আশংকা কৰিছিল নেকি? যদিহে কৰিছিল, কাৰপৰা?"

ডা০ মৰ্টিমাৰে ক'লে, "আমি দেখোন অনুমানৰ ভিত্তিতহে কথা কৈ আছোঁ?"

"আপুনি বৰং কওক, আমি সম্ভাৱনাবোৰ চালি-জাৰি চাইছোঁ, আৰু ইয়াৰ ভিতৰত আটাইতকৈ সম্ভাব্যটোকে বাছি উলিয়াম। কল্পনাৰ আশ্ৰয় লোৱাটো এক বৈজ্ঞানিক আহিলা আৰু অনুমানক ভিত্তি স্বৰূপে ল'বলৈ আমাৰ কিছুমান বাস্তৱ আহিলাও নোহোৱা নহয়। এতিয়া মই আৰু এটা কথা কওঁ, আপুনি এইটোও অনুমান বুলি ক'ব পাৰে, কিন্তু মই নিশ্চিত যে এই ঠিকনাটো এখন হোটেলত লিখা হৈছিল।"

"আপুনিনো কেনেকৈ সেইটো ক'লে?"

"আপুনি যদি মনোযোগেৰে পৰীক্ষা কৰে তেনেহ'লে গম পাব যে ঠিকনাটো লিখোঁতে লিখোঁতেই কলম-চিয়াহী দুয়োটাৰপৰাই আমনি পাইছিল। এটা শব্দ লিখোঁতেই কলমটোৰপৰা দুবাৰ চিয়াহী ছিটিকি পৰিছে আৰু এই সৰু ঠিকনাটো লিখোঁতেই তিনিবাৰ চিয়াহী শুকাই গৈছে। বুজা যায় যে দোৱাতটোত তেনেই অকণমান চিয়াহী আছিল। এতিয়া কথাটো হ'ল ব্যক্তিগত লোকৰ ক্ষেত্ৰত কলম-চিয়াহীৰ এনে অৱস্থা সাধাৰণতে নঘটে, বিশেষকৈ কলম বেয়া হোৱা আৰু চিয়াহী শুকাই যোৱা, এই দুয়োটা একেলগে নঘটাই ব্যক্তিৰ ক্ষেত্ৰত স্বাভাৱিক। কিন্তু হোটেলৰ কলম-চিয়াহীৰ কথা আপুনি জানেই। তাতেই এই দুয়োটা আহিলাই অসুবিধা কৰাটো সম্ভৱ। এৰা, মই কোনো সংকোচ নকৰাকৈ ক'ব পাৰোঁ যে যদিহে চেৰিং ক্ৰছৰ আশে-পাশে থকা হোটেলবোৰৰ পেলনীয়া কাগজ পেলোৱা যতনবোৰত বিচাৰ-খোঁচাৰ কৰি শব্দ কাটি

নিয়া টাইম্‌ছৰ শীৰ্ষ প্ৰবন্ধ থকা পাতটো উলিয়াব পাৰোঁ, তেনেহ'লে এই বিশেষ বাৰ্তা পঠোৱা মানুহজনক অবিলম্বে ধৰি পেলাব পাৰিম।"

হ'ম্‌ছে তাৰ পাছত শব্দবোৰ এঠাই দিয়া ফুলস্কেপ কাগজখন চকুৰপৰা মাত্ৰ এক দুই ইঞ্চিমান আঁতৰত ধৰি পৰীক্ষা কৰাত লাগিল। অলপ পাছত সেইখন থৈ দি তেওঁ ক'লে, "নাই, একো নাই। আধা যখলা ফুলস্কেপ কাগজ, নাই যি নাই কাগজৰ কোম্পানিৰ জলছবিটোও নাই। চিঠি টুকুৰাৰ বিষয়ে অনুসন্ধান শেষ। এতিয়া ছাৰ হেনৰি কওকচোন, লণ্ডনলৈ অহাৰ পাছত আপুনি মন কৰিব লগা আৰু কিবা আন ঘটনা ঘটিছে নেকি?

"কিয় সুধিলে; হ'ম্‌ছ? নাইতো, একো ঘটা নাই।"

"আপোনাক কোনোবাই অনুসৰণ কৰা অথবা নিৰীক্ষণ কৰি থকা দেখা নাইনে?"

আমাৰ অতিথিয়ে ক'লে, "মোৰ নিজকে এতিয়া এখন সস্তীয়া উপন্যাসৰ চৰিত্ৰ হোৱা যেন লাগিছে। মোকনো বাৰু কিয় কোনোবাই অনুসৰণ-নিৰীক্ষণ কৰিব?"

"এইটো বিষয়ে মই কথা পাতিম। এই আলোচনা আৰম্ভ কৰাৰ আগতে আপোনাৰ আৰু একো ক'ব লগা নাই নেকি?"

"সেইটো নিৰ্ভৰ কৰে আপুনি মোৰ কোনটো কথা আপোনাক জনাবলগীয়া বুলি বিবেচনা কৰে।"

"সাধাৰণতে নঘটা যিকোনো ঘটনাৰ কথা জানিবলৈ মোৰ আগ্ৰহ।"

ছাৰ হেনৰিৰ মুখত মিচিকিয়া হাঁহি দেখা গ'ল।

"ব্ৰিটিছ জীৱন যাত্ৰা সম্বন্ধে মোৰ প্ৰত্যক্ষ জ্ঞান কম। এতিয়ালৈকে মোৰ প্ৰায় গোটেই জীৱনটো আমেৰিকা আৰু কানাডাতে কটালোঁ। কিন্তু ইয়াতো বোধকৰোঁ বুটজোতা এযোৰৰ এপাট হেৰাই যোৱাটো সাধাৰণতে ঘটা ঘটনা হ'ব নোৱাৰে।"

"আপুনি বুটজোতা এযোৰৰ এপাট হেৰুৱাইছে?"

ডাঃ মৰ্টিমাৰে উচ্চস্বৰে ক'লে, "প্ৰিয় মহাশয়, আপুনি জোতাপাট ক'ৰবাত ভুলকৈ থৈ দিছে আৰু হোটেললৈ উভতি যাওঁতে নিশ্চয় বিচাৰি পাব। মিছাতে মিষ্টাৰ হ'ম্‌ছক ইমান এটা সৰু কথাত চিন্তাত পেলোৱাৰ কি দৰকাৰ?"

"তেওঁ কিন্তু মোক সাধাৰণতে নঘটা ঘটনা কিবা ঘটিলে জনাবলৈ কৈছে।"

হ'ম্‌ছে ক'লে, "ঠিকেই, ঘটনাটো অৰ্থহীন যেন লাগিলেও আপুনি কৈছে, আপোনাৰ বুটজোতা এযোৰৰ এপাট হেৰাইছে?"

"কেনেবাকে থোৱা ঠাইৰপৰা নাইকিয়া হৈছে। মোৰ কোঠাৰ দুৱাৰৰ বাহিৰত

বুটযোৰ কালি নিশা থৈছিলোঁ। পুৱা মাথোন এপাটহে পালোঁ। সেইযোৰ ৰং কৰা ল'ৰাজনেও একো উত্তৰদিহ দিব নোৱাৰিলে। দুখ লগা কথাটো হ'ল যে কালি নিশা মাথোন ষ্ট্ৰেণ্ডৰপৰা জোতাযোৰ কিনিছিলোঁ আৰু মই এতিয়ালৈকে পিন্ধাই নাই।"

"যদি আপুনি পিন্ধাই নাই, ৰং কৰাৰ কাৰণেনো বাহিৰত থৈছিল কিয়?"

"জোতাযোৰ চামৰাৰ আছিল আৰু ৰং কৰা হোৱা নাছিল। সেয়েহে ৰং কৰাৰ কাৰণে সেই জোতাযোৰ বাহিৰত থৈছিলোঁ।"

"তেনেহ'লে আপুনি কালি লণ্ডনত উপস্থিত হৈয়ে ওলাই গৈ বুটজোতাযোৰ কিনি আনিলেগৈ?"

"মই বহুত বস্তু কিনিছিলোঁ। ডাঃ মৰ্টিমাৰ মোৰ লগত গৈছিল। যদি মই তালৈ জমিদাৰ হৈ যাব লাগে, তেনেহ'লে ভালকৈ পিন্ধা-উৰাতো কৰিব লাগিব। পশ্চিমত থাকোঁতে মই সাজপাৰৰ বিশেষ যত্ন লোৱা নাছিলোঁ। আন আন বস্তুৰ লগতে মই মুগা বৰণীয়া বুটজোতাযোৰ কিনিছিলোঁ আৰু সেইযোৰ ভৰিত [illegible] আগতেই এপাট চুৰি হৈ গ'ল।"

শ্বাৰলক হ'ম্ছে ক'লে, "এইদৰে চুৰি কৰাটো ৰৰ অদৰকাৰী কথা যেনেই লাগিছে। ডাঃ মৰ্টিমাৰে ভবা মতে ময়ো ভাবোঁ যে আপুনি সোনকালেই হেৰোৱা বুটজোতাপাট পাব।"

ভূস্বামীজনে থিৰাংভাৱে ক'লে, "এতিয়া, ভদ্ৰলোকসকল, মোৰ যি সামান্য ক'বলগীয়া আছিল, ভালদৰেই ক'লোঁ। এতিয়া আপোনালোকে কথা দিয়া মতে মোক সকলো কথা বিৱৰি কওক।"

হ'ম্ছে সমিধান দিলে, "আপুনি যুক্তিপূৰ্ণ অনুৰোধেই কৰিছে। ডাঃ মৰ্টিমাৰ, আপুনি আমাক কোৱাৰ দৰেই কাহিনীটো তেওঁক ভালদৰে বুজাই কওক।"

আমাৰ বিজ্ঞানী বন্ধুগৰাকীয়ে এইদৰে উৎসাহিত হৈ, তেওঁৰ জেপৰপৰা কাগজ-পত্ৰবোৰ উলিয়াই, আগদিনা পুৱা আমাক বৰ্ণনা কৰা দি সমস্ত কাহিনীটো ক'লে। ছাৰ হেনৰি বাস্কাৰভিলে মাজে মাজে আশ্চৰ্য্য প্ৰকাশ কৰি প্ৰগাঢ় মনোযোগেৰে কাহিনীটো শুনিলে।

দীঘলীয়া কাহিনীটোৰ বিৱৰণী শেষ কৰাৰ লগে লগে তেওঁ ক'লে, "মই এনে এক উত্তৰাধিকাৰৰ লগত জড়িত হ'লোঁ, যিটো প্ৰতিশোধৰ লগত জড়িত যেন অনুমান হৈছে। অৱশ্যে মই নাৰ্চাৰিত পঢ়া দিনৰেপৰাই চিকাৰী কুকুৰটোৰ কথা শুনি আহিছোঁ। পৰিয়ালৰ এইটো প্ৰিয় কাহিনী, মই পাছে এইটো কেতিয়াও গুৰুত্বসহকাৰে লোৱা নাই। কিন্তু খুড়াৰ মৃত্যুৰ খবৰটোৱেও মোৰ মূৰ গৰম কৰি দিয়া যেন লাগিছে। এই মৃত্যু

কেনেকৈ ঘটিলে মই এতিয়াও স্পষ্টকৈ বুজা নাই। কিন্তু এইটো পুলিছৰ কেছ নে যাজকৰ কেছ থিৰাং সিদ্ধান্তলৈ আহিব পৰা নাই।"

"আপুনি ঠিক কথাই কৈছে।"

"মোৰ ধাৰণা, মই হোটেলত পোৱা চিঠিখনৰ কথাটো মৃত্যুৰ ঘটনাটোৰ লগতে জড়িত।"

ডাঃ মৰ্টিমাৰে ক'লে, "তৃণভূমিত কি ঘটি আছে, সেই বিষয়ে আমাতকৈ বেলেগ কোনোবাইহে বেছিকৈ জানে যেন লাগিছে।"

হ'মছে ক'লে, "এনেকুৱা লাগিছে যেন সেই কোনোবাজন আপোনালোকৰ প্ৰতি বৰ সদয়, কিয়নো তেওঁলোকে আপোনালোকক বিপদৰ বিষয়ে সকীয়াই দিছে।"

"অথবা, তেওঁলোকে নিজৰ কিবা [illegible] মোক ভয় খুৱাই আঁতৰাই দিব বিচাৰিছে।"

"এৰা, সেইটোৱেই সম্ভৱ। ডাঃ মৰ্টিমাৰ, আপুনি মোৰ ওচৰলৈ এনে এটা সমস্যা লৈ আহিল, যিটোৱে বিভিন্ন ধৰণে চিন্তাৰ উদ্রেক কৰে। সেয়েহে মই আপোনাৰ ওচৰত ঋণী। পাছে আমি এতিয়া থিৰাং কৰিব লগা বাস্তৱ কথাটো হ'ল, ছাৰ হেনৰি, আপুনি 'বাস্কাৰভিল হল'লৈ যোৱাটো উচিত বুলি ভাবেনে?"

"মই আকৌ কিয় নাযাম?"

"তাত কিন্তু বিপদ আছে যেন লাগিছে।"

"আপুনি পৰিয়ালৰ চয়তানটোৰপৰা হ'ব পৰা বিপদৰ কথা কৈছে নে আন কোনোবা মানুহে সৃষ্টি কৰিব পৰা বিপদৰ কথা কৈছে?"

"সেইটো বিচাৰি উলিয়াব লাগিব।"

"যিহৰ বিপদেই নহওক, মোৰ উত্তৰ খাটাং। মিষ্টাৰ হ'মছ, নৰকৰ ভূতেই হওক অথবা এই পৃথিৱীৰ আন কোনোবা মানুহেই হওক, মোক মোৰ পৰিয়ালবৰ্গৰ ওচৰলৈ যোৱাত বাধা দিব নোৱাৰিব। এয়া মোৰ চূড়ান্ত সিদ্ধান্ত।" কথাখিনি কৈ থাকোঁতে তেওঁৰ মলিন কপাল কোঁচ খাই গ'ল আৰু মুখমণ্ডল ৰঙা-ছিঙা পৰিল। এইটো স্পষ্ট যে বাস্কাৰভিল পৰিয়ালৰ অগ্নিসদৃশ মেজাজ এই শেষ প্ৰতিনিধিজনৰপৰাও সমূলকে অন্তৰ্হিত হোৱা নাই। তেওঁ আকৌ ক'লে, "আপোনালোকে কোৱা কথাখিনি চিন্তা কৰিবলৈ মই অলপো সময় পোৱা নাই, কোনোবাই এই কথাটো চিন্তা কৰি একে বহাতে এটা সিদ্ধান্তলৈ অহা টান। মন স্থিৰ কৰিবলৈ কমেও এঘণ্টামান মই নিৰলে কটাব বিচাৰোঁ। মিঃ হ'মছ, এতিয়া চাৰে এঘাৰ বাজিছে। মই হোটেললৈ উভতি যাওঁ। যদি

আপুনি আৰু আপোনাৰ বন্ধু ডা০ ৱাটছন দুই বজাত দুপৰীয়াৰ আহাৰৰ কাৰণে মোৰ তালৈ যায়, তেতিয়া মোৰ সিদ্ধান্তৰ বিষয়ে জনাবলৈ সমৰ্থ হ'ম।"

"ৱাটছন, তোমাৰ সম্মতি আছেনে?"

"সম্পূৰ্ণৰূপে।"

"তেনেহ'লে আপোনাৰ তালৈ দুপৰীয়াৰ আহাৰৰ কাৰণে যাম। এতিয়া আপোনালৈ বাগী এখন মাতি দিওঁ নেকি?"

"মই অলপ খোজ কাঢ়িবলৈহে ভাল পাম। এই কথাবোৰে মনত কিবা খেলিমেলিহে লগাই দিলে।"

তেওঁৰ বন্ধুৱে ক'লে, "মই আনন্দেৰে আপোনাক পদব্ৰজে যোৱাত সংগ দিম।"

"তেনেহ'লে দুই বজাত লগ হ'ম। সম্প্ৰতি বিদায়, শুভ প্ৰভাত।"

অতিথিসকল তললৈ নামি যোৱাৰ আৰু সম্মুখৰ দুৱাৰ খুলি বন্ধ কৰাৰ শব্দ আমি শুনিবলৈ পালোঁ। মুহূৰ্ততে হ'মৃছ এজন মন্থৰ কল্পনাবিলাসীৰপৰা এগৰাকী ব্যস্ত ব্যক্তিলৈ ৰূপান্তৰিত হ'ল।

"ৱাটছন, ততাতৈয়াকৈ তোমাৰ টুপী আৰু বুটজোতা পিন্ধা। অকণো দেৰি কৰিব নোৱাৰি।" ড্ৰেছিং গাউন পিন্ধি থকা তেওঁ কোবেৰে নিজৰ কোঠালৈ সোমাই গ'ল আৰু কেইছেকেণ্ডমানৰ ভিতৰতে ফ্ৰক-কোট পিন্ধি ওলাই আহিল। আমি বেগাই ছিৰিৰে নামি গ'লোঁ আৰু পথত ভৰি দিলোঁ। ডা০ মৰ্টিমাৰ আৰু বাস্কাৰভিলক আমি দুশ গজমান দূৰত অক্সফৰ্ড ষ্ট্ৰিটৰ ফালে গৈ থকা দেখিলোঁ।

"মই দৌৰি গৈ তেওঁলোকক ৰ'বলৈ ক'ম নেকি?"

"মৰমৰ ৱাটছন, নালাগে, নালাগে তোমাৰ সংগ সুখেৰেই মই অত্যন্ত সুখী, অৱশ্যে যদিহে তুমি আমনি নোপোৱা। বন্ধুসকল দেখিছোঁ বিজ্ঞলোক, আজিৰ পুৱাটো নিঃসন্দেহে খোজ কঢ়াৰ কাৰণে প্ৰশস্ত সময়।"

আমাৰ মাজত দূৰত্ব আধামান কমি যোৱালৈকে তেওঁ খোজৰ গতি খৰ কৰিলে। এশ গজমান দূৰত্ব ৰাখি আমি অক্সফৰ্ড ষ্ট্ৰিট আৰু তাৰ পাছত ৰিজেন্ট ষ্ট্ৰিটৰ মাজেৰে তেওঁলোকক অনুসৰণ কৰিলোঁ। এবাৰ আমাৰ বন্ধুসকল ৰ'ল আৰু দোকান এখনৰ ফালে থৰ লাগি চালে। আকে দেখি হ'মৃছেও একে কামেই কৰিলে। এক মুহূৰ্ত পাছতে তেওঁ এক সন্তোষৰ চিঞৰ মাৰিলে, তেওঁৰ আগ্ৰহী দৃষ্টি বিকালে গৈছিল, সেইফালে অনুসৰণ কৰি মই এখন দুজন মানুহ যাব পৰা এটা ঘোঁৰাই টনা দুচকীয়া 'হেন্‌চম

বাগী' দেখিলোঁ, সেইখনৰ ভিতৰত মানুহ এজন বহি আছে। পথৰ আনটো দাঁতিত থকা এই বাগীখন তেতিয়া আকৌ লাহে লাহে আগ বাঢ়িছে।

"আমি বিচৰা মানুহ সেইজনেই, ৱাটছন। আহা, আহা। আন একোকে কৰিব নোৱাৰিলেও তেওঁক এবাৰ আমি চাই লওঁ।" বাগীখনৰ কাৰৰ খিৰিকি দাঙি সেই সময়তে ক'লা ডাঢ়ি একোছাৰে এখন মুখে আমাৰ ওপৰত তীক্ষ্ণ দৃষ্টি পেলালে। তৎকালে বাগীখনৰ ওপৰৰ দুবাৰখন খোল খালে, কচোৱানজনক কিবা এটা চিঞৰি কোৱা শুনা গ'ল আৰু ৰিজেন্ট ষ্ট্ৰিটেদি বাগীখন উদ্‌ভ্ৰান্ত গতিত ঢপলিয়াই আগ বাঢ়িল। ওচৰতে আন খালী বাগী বিচাৰি হ'মছে চাৰিওফালে দৃষ্টি পেলালে, কিন্তু এখনো তেনে বাগী তেওঁৰ চকুত নপৰিল। উপায় নাপাই তেওঁ পথৰ চলন্ত যান-বাহনৰ মাজেৰেই দৌৰ লগালে, কিন্তু বাগীখন লগ ধৰিবলৈ সমৰ্থ নহ'ল।

ফোঁপাই-জোপাই বিৰক্তিত শেঁতা পৰি, চলন্ত যান-বাহনৰ জোঁৱাৰৰ মাজৰপৰা হ'মছ ওলাই আহিল আৰু ক'লে, "এতিয়া চোৱাচোন, মোৰ এনেকুৱা দুৰ্ভাগ্য আৰু ব্যৰ্থ পৰিচালনা হ'ব লাগেনে? তোমাক মই কৈছোঁ, ৱাটছন, যদিহে তুমি সততাৰে মোৰ কৃতিত্বসমূহ লিপিবদ্ধ কৰিছা তেনেহ'লে নিশ্চয় আজিৰ এই ব্যৰ্থতাৰো লেখ নোলোৱাকৈ নাথাকিবা।"

"মানুহজন কোন আছিল?"

"মই ধৰিব পৰা নাই।"

"এজন চোৰাংচোৱা?"

"এৰা এতিয়ালৈকে আমি যিখিনি কথা শুনিলোঁ তাৰপৰা এইটো স্পষ্ট যে বাস্কাৰভিল এই নগৰত উপস্থিত হোৱাৰ পাছৰপৰাই তেওঁক কোনোবাই ছাঁৰ দৰে অনুসৰণ কৰিছে। নহ'লে, এইটো কোনোবাই কেনেকৈ জানিব যে তেওঁ নৰ্থাম্বাৰলেণ্ড হোটেলত আছে? মই চিন্তা কৰি চালোঁ যে যদিহে তেওঁক কোনোবাই প্ৰথমদিনা অনুসৰণ কৰিছিল, তেনেহ'লে দ্বিতীয় দিনাও সিহঁতে তেওঁক অনুসৰণ কৰিব। তুমি বোধকৰোঁ লক্ষ্য কৰিছিলা যে যেতিয়া ডাঃ মৰ্টিমাৰে কাহিনীটোৰ নথিখন পঢ়ি আছিল, মই দুবাৰো খিৰিকিৰ কাষলৈ আগ বাঢ়ি গৈছিলোঁ।"

"এৰা, মোৰ মনত পৰিছে।"

"বাটত কোনোবা টহল দি আছে নেকি মই চাইছিলোঁ। পাছে নাই, কাকো নেদেখিলোঁ। এইজন বৰ চালাক মানুহ। ৱাটছন, এই ব্যৰ্থতাই মোক বৰ আঘাত দিছে। অৱশ্যে মই এতিয়াও থিৰাং কৰিব পৰা নাই, সেইসকল মানুহে এইবোৰ কাম কৰাৰ

অভিপ্ৰায় কি, ভাল নে বেয়া? কিন্তু ক্ষমতা আৰু ইয়াৰ প্ৰয়োগৰ ৰীতি সম্বন্ধে মই সজাগ। আমাৰ বন্ধুসকলে যেতিয়া বিদায় ল'লে, মই তেওঁলোকৰ অদৃশ্য পৰিচালকজনক চিনাক্ত কৰাৰ উদ্দেশ্যৰে তেওঁলোকক তৎক্ষণাৎ অনুসৰণ কৰিলোঁ। পাছে মানুহজন ইমানেই টেঙৰ যে তেওঁ ঠিক কৰিলে খোজ কাঢ়ি ফুৰাটো ঠিক নহ'ব; তেওঁ এখন বাগী ল'লে, যিখনত উঠি তেওঁ আমাৰ বন্ধুসকলৰ পিছে পিছে যাব পাৰিব, অথবা তেওঁলোকৰ কাষেৰে পাৰ হৈ যাব পাৰিব, কিন্তু তেওঁলোকে মানুহজনক দেখা নাপাব। তেওঁৰ ব্যৱস্থাটোত আৰু এটা সুবিধা আছে, আমাৰ বন্ধুসকল বাগীত গ'লেও তেওঁৰ অনুসৰণ কৰাত অসুবিধা নহ'ব। পাছে এটা অসুবিধাও আছে।"

"বাগীখনৰ কচোৱানৰ ওপৰত তেওঁ নিৰ্ভৰশীল।"

"ঠিক কৈছা।"

"দুখৰ কথা আমি বাগীখনৰ নম্বৰটোও নল'লোঁ।"

"মোৰ প্ৰিয় ৱাটছন, মই খেলিমেলিখন লগালোঁ বুলিয়েই তুমি নিশ্চয় ভবা নাই যে মই বাগীখনৰ নম্বৰটোও নল'ম? মানুহজন উঠা বাগীখনৰ নম্বৰ ২৭০৪। পাছে সদ্যহতে নম্বৰটো কামত নাহিব।"

"তুমিনো ইয়াতকৈ বেছি আৰু কি কৰিব পাৰিলাহেঁতেন? মই হ'লে বুজি পোৱা নাই।"

"বাগীখন দেখা মাত্ৰকে মই তৎক্ষণাৎ উভতি আন ফালেদি যাব লাগিছিল। মই তাৰ পাছতে বেলেগ এখন বাগী ভাৰা কৰি কিছু দূৰত্ব ৰাখি সেই বাগীখন অনুসৰণ কৰা উচিত আছিল, অথবা তাতোকৈ ভাল হ'লহেঁতেন, যদিহে মই বাগীখনেৰে নৰ্থাম্বাৰলেণ্ড হোটেললৈ গৈ তাতে অপেক্ষা কৰি থাকিলোঁহেঁতেন। আমাৰ এই অচিনাকি লোকজনে বাস্কাৰভিলক গৃহলৈকে অনুসৰণ কৰি যাওঁতে আমিও তেওঁ খেলা খেলটোকে খেলিব পাৰিলোঁহেঁতেন আৰু তেওঁনো ক'লৈ ক'লৈ যায় গম পালোঁহেঁতেন। কিন্তু আমাৰ প্ৰতিপক্ষই চৰম ক্ষিপ্ৰতা আৰু শক্তিৰে আমাৰ অসতৰ্ক কৌতূহলৰ সুবিধা ল'লে। আমাৰ বিফলতাৰ কাৰণে মানুহজনৰ চিনাকি উলিওৱাত ব্যৰ্থ হ'লোঁ।"

কথাৰ মাজতে আমি লাহে-ধীৰে ৰিজেন্ট ষ্ট্ৰীটেদি আগ বাঢ়িলোঁ।

ডাঃ মৰ্টিমাৰ আৰু তেওঁৰ সংগীক আমি কেতিয়াবাৰপৰাই দেখা নাই।

হ'মৃছে ক'লে, "তেওঁলোকৰ পিছে পিছে গৈ এতিয়া একো লাভ নাই। ছাঁ-মূৰ্তি গ'লগে, আৰু উভতিও নাহে। আমি খেলিব পৰা আন খেলাবোৰকে সঠিক প্ৰক্ৰিয়াৰে খেলা উচিত। তুমি বাৰু বাগীৰ মানুহজনৰ মুখখনৰ বিষয়ে সঠিক ক'ব পাৰিবানে?"

"মই তেওঁৰ ডাঢ়িখিনিৰ বিষয়েহে সঠিক ক'ব পাৰিম।"

"ময়োতো তাকেহে পাৰিম। মোৰ ধাৰণা, যতদূৰ সম্ভৱ সেয়া কৃত্ৰিম ডাঢ়ি। চতুৰ লোকজনে এনে এটা সংবেদনশীল কামত তেওঁৰ অৱয়ৱ লুকুৱাবৰ কাৰণে ডাঢ়িৰ ব্যৱহাৰ কৰাই স্বাভাৱিক। ৱাটছন, এইফালৈ আহা।"

তেওঁ এটা জিলা-বাৰ্তাবাহকৰ কাৰ্য্যালয়লৈ সোমাই গ'ল। তাৰ পৰিচালকজনে তেওঁক সাদৰ অভ্যৰ্থনা জনালে।

"অ', উইলছন, আপুনি দেখিছোঁ মই সহায় কৰিবলৈ সৌভাগ্য হোৱা সেই সৰু কেছটোৰ কথা পাহৰা নাই, নহয়নে?"

"নাই, মহাশয়, মই স্বাভাৱিকতে পাহৰা নাই। আপুনি মোৰ সন্মান ৰক্ষা কৰিলে, আনকি বোধকৰোঁ মোৰ জীৱনো বচালে।"

"প্ৰিয় বান্ধৱ, আপুনি কথাবোৰ অলপ অতিৰঞ্জিত কৰিছে। উইলছন, মোৰ মনত থকা মতে আপোনাৰ ইয়াত কাৰ্টৰাইট নামৰ ল'ৰা এজন আছে, যিজনে মোৰ অনুসন্ধানৰ সময়ত অলপ দক্ষতা দেখুৱাইছিল।"

"হয় মহাশয়, তেওঁ এতিয়াও আছে।"

"তেওঁক ফোনতে মাতিবনে?"

"ধন্যবাদ, এতিয়া মোক আপুনি এই পাঁচ পাউণ্ডৰ নোটখন ভঙাই দিলে ভাল পাম।"

পৰিচালকজনে মতাত এজন চৈধ্য বছৰমান বয়সৰ ল'ৰা আহি ওলাল। ল'ৰাটোৰ মুখমণ্ডল প্ৰত্যুৎপন্নমতিতাৰে উজ্জ্বল। প্ৰখ্যাত ডিটেক্টিভজনলৈ তেওঁ পৰম শ্ৰদ্ধাৰে থৰ লাগি চাই থিয় হৈ থাকিল।

হ'মছে ক'লে, "হোটেল-ডাইৰেক্টৰিখন আনাচোন।" ডাইৰেক্টৰিখন পোৱাৰ পাছত তেওঁ আকৌ ক'লে, "ধন্যবাদ, কাৰ্টৰাইট, এইফালে চোৱা, চেৰিং ক্ৰছৰ একেবাৰে ওচৰে-পাঁজৰে ইয়াত এয়া তেইছখন হোটেলৰ নাম আছে। নহয়নে?"

"হয়, মহাশয়।"

"তুমি এখন এখনকৈ প্ৰত্যেকখন হোটেললৈ যাবা।"

"হ'ব, মহাশয়।"

"প্ৰতিখন হোটেলৰ মুখতে থকা বৰীয়াজনক তুমি এক শিলিংকৈ দিবা। এয়া তোমাক তেইছ শিলিং দিলোঁ।"

"হ'ব, মহাশয়।"

"তুমি তেওঁক ক'বা যে কালিৰ পেলাবলগীয়া কটা কাগজবিলি চাব খোজা।





তুমি জানা যে কালি এখন টেলিগ্ৰাম ভুল ঠাইত দিয়া গ'ল। এতিয়া সেইখনকে বিচাৰি উলিয়াব লাগিব, বুজি পাইছাতো কথাটো?"

"বুজিছোঁ, মহাশয়।"

"প্ৰকৃততে তুমি টাইম্ছ কাকতৰ মাজৰ পৃষ্ঠা এটা বিচাৰিবা, যিটোৰপৰা কেইটামান শব্দ কেঁচীৰে কাটি উলিয়াই নিছে। টাইম্ছ কাকতখন এয়া আৰু মই কোৱা পৃষ্ঠাটো এইটো। তুমি অনায়াসেই বিচাৰি উলিয়াব পাৰিবা, নহয় জানো?"

"পাৰিম, মহাশয়।"

"প্ৰতিখন হোটেলতে পাছে মুখতে থকা ৰখীয়াজনে তোমাক ভিতৰৰ হলত থকা দাৰোৱানজনৰ ওচৰলৈ পাচিব। তুমি এওঁকো এক শ্বিলিংকৈ দিবা। এয়া তেইছ শ্বিলিং। অৱশ্যে তেইছখন হোটেলৰ কুৰিখনৰ ক্ষেত্ৰতে তুমি গম পাবা যে আগদিনাৰ পেলনীয়া কাগজবোৰ ইতিমধ্যে জ্বলাই পেলোৱা হৈছে অথবা আঁতৰাই পেলোৱা হৈছে। তিনিখনৰ ক্ষেত্ৰতহে হয়তো তোমাক কাগজৰ দ'মটো দেখুৱাই দিব। তাতে তুমি টাইম্ছখন বিচাৰিব লাগিব। তুমি যে বস্তুটো বিচাৰি পাবা তাৰ আশা নিচেই সামান্য। কিবা বিশেষ কামত প্ৰয়োজন হ'ব পাৰে বুলি এই দহ শ্বিলিঙো দিছোঁ। সন্ধিয়াৰ আগতেই বেকাৰ ষ্ট্ৰিটৰ ঠিকনাত মোলৈ এটা ৰিপ'ৰ্ট পঠাবা। এতিয়া, বাটছন, আমাৰ আৰু এটা কাম আছে, ২৭০৪ নম্বৰ বাগীখনৰ কচোৱানজনৰ সন্ধান উলিওৱা। তাৰ পাছত, আমি হোটেললৈ দুপৰীয়াৰ আহাৰৰ কাৰণে যোৱাৰ আগৰ হাতত থকা সময়খিনি বণ্ড ষ্ট্ৰিটত থকা কোনোবা এখন ছবিৰ গেলাৰিত কটাম।"

## অধ্যায় ৫

# তিনিটা ছিন্ন সূত্ৰ

শাৰ্লক হ'মছে ইচ্ছা কৰিলেই কোনো বিশেষ চিন্তাৰপৰা মনটোক বিচ্ছিন্ন কৰিব পৰা অসাধাৰণ ক্ষমতাৰ অধিকাৰী। দুঘণ্টা ধৰি ব্যস্ত হৈ থকা আচহুৱা কামটোৰ কথা তেওঁ

যেন পাহৰিয়েই পেলালে। আধুনিক বেলজিয়ান চিত্ৰকলাৰ ৰসাস্বাদনত তেওঁ সম্পূৰ্ণৰূপে মগ্ন হৈ গ'ল। যদিও চিত্ৰকলা সম্বন্ধে তেওঁৰ জ্ঞান পৰিশীলিত নহয়, তথাপি তেওঁ গেলাৰি এৰাৰপৰা হোটেল নোপোৱালৈকে চিত্ৰকলাৰ বিষয়েহে আলচ কৰি গ'ল।

হোটেলৰ কেৰাণীজনে ক'লে, "ছাৰ, হেনৰি বাস্কাৰভিলে ওপৰ মহলাত আপোনালোকলৈ বাট চাই আছে। আপোনালোক আহি পোৱাৰ লগে লগে ওপৰলৈ পঠাই দিবলৈ তেওঁ মোক জনাই থৈছে।"

হ'মছে ক'লে, "আপোনালোকৰ ৰেজিষ্টাৰখন এবাৰ চাব লাগিছিল, চোৱাত কিবা আপত্তি আছে নেকি?"

"বাস্কাৰভিলৰ পাছত আৰু দুটা নাম পঞ্জীয়ন কৰা হৈছে। এটা হ'ল নিউকেছলৰ থিঅ'ফিলাছ জনছন আৰু তেওঁৰ পৰিয়াল, আৰু আনটো হ'ল এল্টনৰ 'হাই লজ'ৰ মিছেছ অ'ল্ডম'ৰ আৰু তেওঁৰ পৰিচাৰিকা।

হ'মছে প'ৰ্টাৰ'জনক ক'লে, "এই জনছনজনক মই আগৰেপৰা জানো। এওঁ সেই পকামূৰীয়া উকীলজন নহয় জানো, খোৰাই খোজ কাঢ়ে যে?"

"নাই, নহয়, মহাশয়, এইজন জনছনৰ কয়লাৰ খনি আছে, এজন কৰ্মঠ ভদ্ৰলোক, আপোনাৰ বয়সৰে হ'ব।"

"আপুনি তেওঁৰ পেছা সম্বন্ধে ভুলকৈ কোৱা নাইতো?"

"ওঁহো, মহাশয়, তেওঁ আজি বহুবছৰ ধৰি আমাৰ হোটেলত থাকেহি। সেয়েহে তেওঁ আমাৰ সুপৰিচিত।"

"ঠিক আছে। আপোনাৰ কথাই মানিছোঁ।"

"মিছেছ অ'ল্ডম'ৰ নামটোও মোৰ মনত পৰা যেন লাগিছে। মোৰ কৌতূহল ক্ষমা কৰিব। পাছে কেতিয়াবা এনেকৈয়ে চিনাকি মানুহ ওলাই পৰে।"

"মহাশয়, তেওঁ এগৰাকী অথৰ্ব মহিলা। তেওঁৰ স্বামী গ্ৰছেষ্টাৰৰ মেয়ৰ আছিল। তেওঁ এই নগৰলৈ আহিলেই আমাৰ হোটেলতে থাকে।"

"ধন্যবাদ, মোৰ এইগৰাকী মহিলাৰ লগতো চিনাকি নাই।" আমি ছিৰিৰে ওপৰলৈ গৈ থাকোঁতে নিম্ন স্বৰত হ'মছে মোক ক'লে, "ৱাটছন, প্ৰশ্নকেইটা সুধি আমি এটা অতি দৰকাৰী তথ্য সঠিক জানিলোঁ। জানিলোঁ যে আমাৰ বন্ধুৰ প্ৰতি আগ্ৰহী লোকসকল এই হোটেলত থকা নাই। ইয়াৰ অৰ্থ হ'ল যে যদিও তেওঁলোকে বাস্কাৰভিলৰ চাল-চলনৰ ওপৰত সতৰ্ক দৃষ্টি ৰখাত অত্যন্ত আগ্ৰহী, আনকালেদি

তেওলোকক যাতে তেওঁ দেখা নাপায় সেই বিষয়তো সদা সতর্ক। এতিয়া, এইটো এটা অতিশয় ইংগিতপূর্ণ তথ্য।"

"কেনেকৈ ই ইংগিতপূর্ণ হ'ল?"

"ই ইংগিত দিয়ে যে—অ', প্রিয় বান্ধৱ, কিবা বিশেষ ঘটনা?"

উঠি আহোঁতেই ছিৰিৰ ওপৰৰ ফালে আমি হঠাতে ছাৰ হেনৰি বাস্কাৰভিলৰ সম্মুখীন হ'লোঁ। খঙতে ৰঙা-ছিঙা পৰা মানুহজনে এখন হাতত পুৰণা, ধূলি-মাকটি লাগি থকা, জোতা এপাট লৈ আছে। খঙৰ কোবত তেওঁৰ মুখেৰে মাতিব নোৱৰা অৱস্থা। যেতিয়া কথা ক'লে, তেওঁৰ কথন ভংগী অতিশয় পশ্চিমীয়া ঢঙৰ, যিটো ঢঙৰ কথা আমি ৰাতিপুৱা শুনা নাছিলোঁ। তেওঁ উচ্চস্বৰে ক'লে, "এই হোটেলখনত জালিয়াতিৰ খেলা আৰম্ভ হৈছে। যদি সাৱধান নহয়, তেনেহ'লে সিহঁতে গম পাব যে ভুল মানুহৰ লগত সিহঁতে এই ল'ৰা-ধেমালিখন খেলিবলৈ আৰম্ভ কৰিছে। যদি এই ল'ৰাটোৱে মোৰ হেৰোৱা জোতাপাট বিচাৰি নাপায় তেন্তে কথা বেয়ালৈ যাব। কৌতুকৰ খেলা মই বুজি পাওঁ, মিষ্টাৰ হ'মছ, কিন্তু ইহঁতে এইবাৰ সীমা চেৰাই গৈছে।"

"এতিয়াও আপুনি জোতাপাট বিচাৰিয়েই আছে।"

"এৰা, মহাশয়, মই জোতাপাট পাবই লাগিব।"

"কিন্তু আপুনিতো কৈছিল জোতাপাট মুগা-বৰণীয়া, নতুন আছিল বুলিহে?"

"মহাশয়, আপুনি ঠিকেই কৈছে। সেইপাট মুগা বৰণীয়াই আছিল। এতিয়া এইপাট ক'লা ৰঙৰ পুৰণা জোতা।"

"কি। আপুনি ক'ব খোজা নাই যে...?"

"মই ঠিক তাকে ক'ব বিচাৰিছোঁ। মোৰ মাথোঁ তিনিযোৰ জোতা আছে। এযোৰ নতুন মুগা বৰণীয়া, পুৰণা ক'লা ৰঙৰযোৰ আৰু পেটেন্ট লেডাৰৰযোৰ। পেটেন্ট লেডাৰৰ যোৰকে মই পিন্ধি আছোঁ। যোৱা নিশা সিহঁতে মুগাযোৰৰ এপাট সৰকালে। আঁ, পাইছে নেকি, কওক, মিছাকৈয়ে থৰ লাগি চাই নাথাকিব?"

কথা শুনি বিচলিত হৈ থকা জার্মান খাদ্য পৰিবেশকজনে ক'লে, "নাই ছাৰ, গোটেই হোটেলখনতে মই খবৰ কৰিলোঁ। এতিয়ালৈকে কিন্তু উলিয়াব পৰা নাই।"

"শুনক, বেলি ডুবাৰ আগতেই মোৰ জোতাপাট উলিয়াই দিয়ক, নহ'লে মই পৰিচালকক চিঞৰিচিঞৰি কৈ দিমগৈ, মই আৰু এই হোটেলত নাথাকোঁ।"

"মই কৈছোঁ নহয়, ছাৰ, জোতাপাট উলিয়াম, মই কথা দিছোঁ, আপুনি মিছাকৈ ধৈর্য্য নেহেৰুৱাব।"

"মনত ৰাখক, এই চোৰৰ বাহুত মই আৰু বস্তু হেৰাবলৈ দিব নোৱাৰোঁ। মিষ্টাৰ হ'মৃছ, এনে এটা সামান্য কথাত লাগি আপোনাক দিগদাৰি দিয়া দেখি বেয়া নাপাব।"

"মোৰ ধাৰণা, দিগদাৰি দিব লগা ঘটনাই ঘটিছে।"

"কি, আপুনি এইটো ঘটনা বৰ গুৰুতৰ বুলি ভাবিছে নেকি?"

"আপুনিনো এইটো কি ধৰণৰ ঘটনা বুলি ভাবে?"

"মই তেনেকৈ ঘটনাটোৰ বিষয়ে চিন্তা কৰা নাই। [illegible]গে অৱশ্যে এইটো[illegible] এটা তেনেই আচহুৱা, চৰম বলিয়ালিৰ ঘটনা।"

হ'মৃছে চিন্তা কৰি ক'লে, "সম্ভৱতঃ নিতান্তই অস্বাভাৱিক।"

"আপুনিনো এইটো কেনে ধৰণৰ ঘটনা বুলি ভাবিছে?"

"কৰবলৈ গ'লে, মই ঘটনাটো ভালকৈ বুজি পাইছোঁ বুলি এতিয়াই ক'ব নোৱাৰোঁ। ছাৰ হেনৰি, আপোনাৰ কেছটো বৰ জটিল। আপোনাৰ খুৰাকৰ মৃত্যুৰ লগত জড়িত কৰি কথা[illegible] চিন্তা কৰিলে মোৰ ভাব হয় যে মই পৰিচালনা[illegible] কৰা পাঁচশ গুৰুত্বপূৰ্ণ কেছৰ মাজত এইটোৰ দৰে গম্ভীৰভাৱে চিন্তা কৰিব লগ[illegible]টনা নাছিল। অৱশ্যে আমাৰ হাতত এই ঘটনাৰ বহুতো সূত্ৰ আছে, তাৰ [illegible]ই বা আনটোৱে আমাক সত্যত উপনীত কৰাব। ভুল সূত্ৰ ধৰি আমি সময় নষ্ট কৰিব লগাও হ'ব পাৰে, কিন্তু সময়ত আমি শুদ্ধ পথেদিয়েই গতি কৰিম।"

দুপৰীয়া আহাৰ পৰ্ব সন্তোষজনকভাৱেই শেষ হ'ল। খোৱাৰ সময়ত ঘটনাটোৰ বিষয়ে একো আলোচনা কৰা হোৱা নাছিল। খোৱাৰ শেষত আচুতীয়া বৈঠকখানাটোত বহোঁতেহে হ'মৃছে বাস্কাৰভিলক তেওঁ এতিয়া কি কৰিম বুলি ভাবিছে খবৰ ল'লে।

তেওঁ ক'লে, "এতিয়া মোৰ বাস্কাৰভিল হললৈকে যোৱাৰ ইচ্ছা।"

"কেতিয়ামানে যাব?"

"এই সপ্তাহটোৰ শেষত।"

হ'মৃছে ক'লে, "মুঠতে ক'বলৈ হ'লে আপুনি সঠিক সিদ্ধান্তকে লৈছে। আপোনাক যে ইয়াত অনুসৰণ কৰিছে তাৰ দেখাৰ প্ৰমাণ আছে, কিন্তু লাখ লাখ জনসংখ্যাৰ এই বিৰাট নগৰত কোনোনো এই কামটো কৰিছে, তেওঁলোকৰনো উদ্দেশ্য কি এইবোৰ থিৰাং কৰা টান। তেওঁলোকৰ কিবা অসৎ উদ্দেশ্য থাকিলেও আমি ইয়াত বাধা দিয়াটো কঠিন। ডাঃ মৰ্টিমাৰ, আপোনালোকক যে আজি ৰাতিপুৱা মোৰ ঘৰৰপৰা কোনোবাই অনুসৰণ কৰি আহিছিল জানে জানো?"

ডাঃ মৰ্টিমাৰে উচাপ খাই উত্তেজিতভাৱে ক'লে, "অনুসৰণ! কোনে কৰিছিল?"

"দুৰ্ভাগ্যবশতঃ সেইটোকে মই আপোনাক ক'ব পৰা অৱস্থাত নাই। ডাৰ্টমুৰত আপোনাৰ প্ৰতিবেশী অথবা চিনাকি লোকৰ মাজত ক'লা, দীঘলীয়া পূৰা একোছা ডাড়ি থকা মানুহ আছে নেকি?"

"নাই বোধকৰোঁ, অ', ৰ'বচোন, চিন্তা কৰি চাওঁ, এৰা, আছেতো, ছাৰ চাৰ্লছৰ ভিতৰুৱা ভৃত্য বেৰিম'ৰৰতো একোছা ক'লাপৰা ডাড়ি আছে।"

"হাঃ, বেৰিম'ৰ এতিয়া ক'ত আছে?"

"তেওঁতো [illegible]ৰ দায়িত্বভাৰ লৈ আছে।"

"তেওঁ এতিয়াও হলতে আছেনে আমি নিশ্চিত হ'ব লাগে, কিবা প্ৰকাৰে তেওঁ লণ্ডনত আহি আছেহি নেকি সেইটো জনাও দৰকাৰী," হ'মছে ক'লে।

"আপুনি কেনেকৈ জানিব?"

"মোক এখন টেলিগ্ৰাফ ফৰ্ম দিয়ক। এখন টেলিগ্ৰাম কৰক এইবুলি 'ছাৰ হেন[illegible] কাৰণে সকলো সাজুনে?' ঠিকনা, মিষ্টাৰ বেৰিম'ৰ, বাস্কাৰভিল হল। ওচৰতে থ[illegible]টেলিগ্ৰাফ অফিছটো কি? গ্ৰিমপেন, ঠিক আছে। আমি আৰু এখন টেলিগ্ৰাম পঠা[illegible]ইখনৰ ঠিকনা পোষ্টমাষ্টৰ, গ্ৰিমপেন। এইখন টেলিগ্ৰাম হ'ব এইদৰে। 'মিষ্টাৰ বেৰিম'ৰলৈ পঠিওৱা টেলিগ্ৰামখন তেওঁৰ নিজৰ হাততহে দিব লাগিব। যদি অনুপস্থিত, অনুগ্ৰহ কৰি প্ৰতিপ্ৰেৰিত টেলিগ্ৰামেৰে জনাওক। ঠিকনাঃ ছাৰ হেনৰি বাস্কাৰভিল, নৰ্থম্বাৰলেণ্ড হোটেল।'

"বেৰিম'ৰ বাসস্থানত আছেনে নাই এতিয়া আমি সন্ধিয়ালৈ গম পাম।"

বাস্কাৰভিলে ক'লে, "এৰা। বাৰু, ডাঃ মৰ্টিমাৰ, এই বেৰিম'ৰজননো কোন?"

"তেওঁ আগৰ বৃদ্ধ তত্ত্বাৱধায়কজনৰ ল'ৰা। এই বৃদ্ধজন ঢুকাল। আজি চাৰি পুৰুষ ধৰি তেওঁলোকেই হলৰ চোৱা-চিতা কৰি আছে। বেৰিম'ৰ দম্পতীক আমাৰ দেশৰ আন অধিবাসীৰ দৰে সম্মানীয় লোক বুলিয়েই জানো।"

বাস্কাৰভিলে ক'লে, "তথাপিও, এইটো স্পষ্ট যে যেতিয়ালৈকে পৰিয়ালৰ কোনো মানুহ নাথাকে, তেওঁলোকেই সুখে-সন্তোষে একো কাম নকৰাকৈ এই বিৰাট গৃহত সময় কটাব পাৰিব।"

"সেইটো সঁচা।"

হ'মছে সুধিলে, "ছাৰ চাৰ্লছৰ উইলত বেৰিম'ৰক কিবা দিছে নেকি?"

"তেওঁ আৰু তেওঁৰ পত্নীয়ে প্ৰত্যেকেই পাঁচ শ পাউণ্ডকৈ পাব।"

"হা! তেওঁলোকে এই ধন পাব বুলি গম পাইছে নেকি?"

"এৰা, ছাৰ চাৰ্লছে তেওঁৰ উইলৰ ব্যৱস্থাৰ কথা ক'বলৈ বৰ ভাল পাইছিল।"

"আশা কৰোঁ এই উইলৰ ব্যৱস্থাৰে ধন-সম্পত্তি পোৱা প্ৰতিজন ব্যক্তিকে আপোনালোকে সন্দেহৰ চকুৰে চাব খোজা নাই। মোকোতো এহাজাৰ পাউণ্ড দিয়াৰ কথা উইলত উল্লেখ আছে," ডঃ মৰ্টিমাৰে ক'লে।

"হয় নেকি। আন কাৰোবাৰো নাম আছে নেকি?"

"কম পৰিমাণৰ ধন আৰু বহুতকে দিয়াৰ কথা আছে। বহুতো দাতব্য অনুষ্ঠানো উপকৃত হ'ব। বাকী থকা সকলো ধন-সম্পত্তি ছাৰ হেনৰিয়ে পাব।"

"এই বাকী থকা ধনৰ পৰিমাণ কিমান হ'ব?"

"সাত শ চল্লিছ হাজাৰ পাউণ্ড।"

বিস্ময়াভিভূত হৈ [illegible]চাপ খাই উঠিল। তেওঁ ক'লে, "ইমান অধিক ধন জড়িত হৈ আছে বুলি মোৰ ধাৰণা নাছিল।"

"ছাৰ চাৰ্লছ অতি সমৃদ্ধিশালী লোক বুলি জনাজাত আছিল। কিন্তু কিমান সমৃদ্ধিশালী সেই বিষয়ে তেওঁৰ সম্পত্তিৰ হিচাব নোলোৱালৈকে আমি গম পোৱা নাছিলোঁ। তেওঁৰ সম্পত্তিৰ মূল্যই হৈছে প্ৰায় দহ লাখ পাউণ্ড।"

"বিস্ময় আৰু চিন্তাৰ কথা। ইমান ধন-সম্পত্তিৰ লোভত কোনোবা চৰমভাৱে বেপৰোৱা হৈও উঠিব পাৰে। আকৌ এটা প্ৰশ্ন সুধিছোঁ, ডাঃ মৰ্টিমাৰ। যদিহে আমাৰ ইয়াত থকা ডেকা বন্ধুৰ কিবা এটা অঘটন ঘটে, মোৰ অপ্ৰিয় ধাৰণাৰ কাৰণে ক্ষমা খুজিছোঁ, তেনেহ'লে বাৰু এই সম্পত্তিৰ উত্তৰাধিকাৰী কোন হ'ব?"

"ছাৰ চাৰ্লছৰ সৰু ভায়েক ৰ'জাৰ বাস্কাৰভিলৰ যিহেতু অবিবাহিত অৱস্থাত মৃত্যু ঘটে, তেওঁৰ দূৰ সম্বন্ধীয় আত্মীয় ডেছমণ্ডে এই সম্পত্তিৰ অধিকাৰ উত্তৰাধিকাৰ সূত্ৰে পাব। জেমছ ডেছমণ্ড ৱেষ্টমুৰলেণ্ডৰ এজন ধৰ্মযাজক।"

"ধন্যবাদ। এই সকলো কথাৰ প্ৰয়োজন আছে। আপুনি বাৰু জেমছ ডেছমণ্ডক লগ পাইছেনে?"

"পাইছোঁ। তেওঁ এবাৰ ছাৰ চাৰ্লছৰ ওচৰলৈ আহিছিল। এজন সৌম্যদৰ্শন ঋষিতুল্য লোক। মোৰ মনত আছে, তেওঁ ছাৰ চাৰ্লছৰপৰা কোনো সম্পত্তিৰ অধিকাৰ ল'বলৈ অস্বীকাৰ কৰিছিল। অৱশ্যে তেওঁক খুব জোৰ কৰা হৈছিল।"

"সাধাৰণ অভিৰুচিৰ এই মানুহজনেই চাৰ্লছৰ হাজাৰ হাজাৰ পাউণ্ডৰ উত্তৰাধিকাৰী হ'ব।"

"তেওঁ সম্পত্তিৰ উত্তৰাধিকাৰী হ'ব, কিয়নো ইয়াৰ কাৰণে তেওঁৰ আইনতঃ

অধিকাৰ আছে। তেওঁ ধন-পইচাখিনিৰো উত্তৰাধিকাৰী হ'ব, যদিহে বৰ্তমানৰ অধিকাৰীয়ে উইলত আন বেলেগ ব্যৱস্থা নকৰে। বৰ্তমানৰ অধিকাৰীৰ অৱশ্যে ইচ্ছানুসৰি ধনখিনিৰ ব্যৱহাৰ কৰাৰ অধিকাৰ আছে।"

"ছাৰ হেনৰি, আপুনি উইল কৰিছে নেকি?"

"নাই, নাই, মিষ্টাৰ হ'মছ, মই কৰা নাই। মোৰ সময়েই নহ'ল। কালিহে মাথোঁ আচল অৱস্থাটোৰ কথা মই বিশদভাৱে গম পাইছোঁ। কিন্তু যিয়েই নহওক, ময়ো ভাবোঁ ধন আৰু সম্পত্তি একেলগে পাব লাগিব। মোৰ প্ৰয়াত খুৰাদেৱেও তেনেকৈয়ে ভাবিছিল। টকা-পইচাই যদি যথেষ্ট পৰিমাণে নাথাকে, তেনেহ'লে কেনেকৈ কোনোবা এজনে বাস্কাৰভিলসকলৰ সম্পত্তি ৰক্ষণাবেক্ষণ দি প্ৰাচীন বৈভৱ [illegible] কৰিব পাৰিব? গৃহ, ভূ-সম্পত্তি আৰু ডলাৰ সকলো একেলগেই [illegible]গিব।"

"ছাৰ হেনৰি, আপুনি ঠিক কথাই [illegible] বিলম্ব নকৰাকৈ আপুনি ডেভনশ্বিয়াৰলৈ যাত্ৰা কৰাটো উচিত বুলি ময়ো বিবেচনা কৰোঁ। পাছে এটা ব্যৱস্থা ৰখাৰ কাৰণে মই জোৰ দিওঁ। আপুনি অকলে কেতিয়াও যাব নালাগে।"

"মোৰ লগততো ডা০ মৰ্টিমাৰ আছে।"

"কিন্তু ডা০ মৰ্টিমাৰতো তেওঁৰ চিকিৎসা বৃত্তিত ব্যস্ত থাকিব। তদুপৰি তেওঁৰ বাসভৱনো আপোনাৰ গৃহৰপৰা কেইবামাইলো আঁতৰত। আপোনাক সহায় কৰাৰ কাৰণে থকা সৎ ইচ্ছা সত্ত্বেও হয়তো সঠিক সময়ত তেওঁ উপস্থিত হোৱা কঠিন হ'ব। ওঁহোঁ, ছাৰ হেনৰি, আপুনি বেলেগ কোনোবা এজনক লগত ল'ব লাগিব। যিজন হ'ব লাগিব অতি বিশ্বাসযোগ্য আৰু সদায় তেওঁ আপোনাৰ ওচৰতে থাকিব।"

"তেনেহ'লে মিষ্টাৰ হ'মছ, আপুনিয়েই যাব পাৰিব নেকি?"

"যদিহে কিবা সংকটত পৰে, মই নিশ্চয় তাত উপস্থিত হোৱাৰ প্ৰয়াস কৰিম। পাছে মোৰ ইয়াততো বহুত কাম। পৰামৰ্শদাতাৰ বিশাল বৃত্তি। তদুপৰি বিভিন্ন ক্ষেত্ৰৰপৰা বিশেষ বিশেষ কামৰ আহ্বান। বেছিদিনলৈ মই লণ্ডনৰপৰা আঁতৰি থকা অসম্ভৱ। মই বৰ্তমানেও এটা ঘটনাৰ অনুসন্ধানত ব্যস্ত আছোঁ। ইংলণ্ডৰ এগৰাকী অতিকৈ সন্মানিত ব্যক্তিক এজনে ভয় দেখুৱাই ধন দাবী কৰি ব্যতিব্যস্ত কৰি আছে। তেওঁক কলংকিত কৰাৰ এই প্ৰচেষ্টাক মইহে বাধা দিবলৈ সক্ষম। এই অৱস্থাত মই এতিয়া ডাৰ্টমুৰলৈ যোৱাটো অসম্ভৱ।"

"আপুনি তেনেহ'লে বেলেগ এজনৰ নাম চুপাৰিছ কৰিব পাৰে চাগে?"

হ'মছৰ হাত এখনে মোৰ বাহু চুলে।

"যদিহে মোৰ বন্ধু কামটোৰ কাৰণে মান্তি হয়, মই ভাবোঁ, আপোনাৰ বিপদৰ

সময়ত সহায়ৰ হাত আগ বঢ়াবলৈ এওঁতকৈ আৰু উপযুক্ত লোক নোলাব। দ্বিধাহীনভাৱে মই ইয়াকে ক'ব পাৰোঁ।"

প্ৰস্তাবটো শুনি মই উচাপ খাই উঠিলোঁ। কিন্তু মোৰ প্ৰতিক্ৰিয়া প্ৰকাশ কৰিবলৈ নৌপাওঁতেই, বাস্কাৰভিলে মোৰ হাতখন ধৰি আন্তৰিকতাৰে মোহাৰি দিলে।

তেওঁ ক'লে, "ডাঃ ৱাটছন, সঁচাকৈয়ে আপুনি মোৰ প্ৰতি সদয় হ'লে ভাল পাম। মোৰ অৱস্থাৰ কথা আপুনিতো গম পাইছেই, প্ৰকৃততে ঘটনাটোৰ বিষয়ে মই যিমান জানো আপুনিও সিমানেই জানে। যদিহে আপুনি বাস্কাৰভিল হললৈ যায় আৰু বিপদৰ সময়ছোৱা মোৰ লগত কটায়, মই আপোনাৰ সহায়ৰ কথা কেতিয়াও নাপাহৰোঁ।"

দুঃসাহসী কামৰ কিবা সম্ভাৱনা দেখা পালে মই সদায়েই ৰোমাঞ্চিত হওঁ। হ'মছৰ কথাত আৰু বেৰ'নেটগৰাকীয়ে মোক এগৰাকী সংগীস্বৰূপে আগ্ৰহেৰে আদৰণি জনোৱাত মই সমাদৃত অনুভৱ কৰিলোঁ।

মই ক'লোঁ, "মই সানন্দে যাম। মই মোৰ সময়ৰ সৎ ব্যৱহাৰ কৰাৰ ইয়াতকৈ আৰু কি ব্যৱস্থা হ'ব পাৰে।"

হ'মছে ক'লে, "তুমি অতি সাৱধানে মোলৈ ৰিপ'ৰ্ট পঠাবা। যেতিয়াই কোনো সংকট উপস্থিত হ'ব, তেনে হোৱাই স্বাভাৱিক, মই তোমালৈ কৰণীয় ব্যৱস্থা সম্বন্ধে নিৰ্দেশ দিম। মই ভাবোঁ শনিবাৰলৈ সকলো সাজু হ'ব, নহয়নে?"

"ডাঃ ৱাটছন, আপোনাৰ কোনো অসুবিধা নহ'ব চাগে?"

"নাই নাই, সম্পূৰ্ণ ঠিক আছে।"

"তেতিয়াহ'লে আমি শনিবাৰে চাৰে দহ বজাৰ ৰেলগাড়ীত যাবলৈ পেডিংটনত লগ হ'ম, অৱশ্যে যদিহে ইতিমধ্যে ভ্ৰমণ স্থগিত অথবা দিন সলনিৰ বিষয়ে কোনো সিদ্ধান্ত লোৱা নহয়।"

আমি ওলাই আহিবৰ কাৰণে বহাৰপৰা উঠিছোঁহে, তেতিয়াই দেখোন বাস্কাৰভিলে বিজয়োল্লাসৰ চিএৰ এটা মাৰিলে আৰু কোঠাটোৰ চুক এটালৈ জাঁপ মাৰি গৈ কেবিনেটৰপৰা মুগা বৰণীয়া বুটজোতা এপাট উলিয়াই আনিলে।

তেওঁ উচ্চস্বৰে ক'লে, "মোৰ হেৰোৱা বুটজোতাপাট।"

শাৰলক হ'মছে ক'লে, "আমাৰ আন অসুবিধাবোৰো এইদৰে শেষ হৈ যোৱাহেঁতেন।"

ডাঃ মৰ্টিমাৰে মন্তব্য দিলে, "কিন্তু এইটো এটা বৰ অস্বাভাৱিক ঘটনা। দুপৰীয়াৰ

আহাৰ খাবলৈ যোৱাৰ আগতে মই এই কোঠাটোতে তন্ন-তন্নকৈ বিচাৰি জোতাপাট পোৱা নাছিলোঁ।"

বাস্কাৰভিলেও ক'লে, "ময়োতো বিচাৰিছিলোঁ। কোঠাটোৰ এক ইঞ্চিও নোচোৱাকৈ এৰা নাছিলোঁ।"

"এইটো নিশ্চিত যে তেতিয়া জোতাপাট নাছিল।"

"তেনেহ'লে আমি আহাৰ খাই থাকোঁতে নিশ্চয় কোনোবাই জোতাপাট থৈ গৈছিল।"

জাৰ্মান মানুহজনক মাতি পঠোৱা হ'ল, কিন্তু তেওঁ এই বিষয়ে একো নাজানে বুলিহে ক'লে। কোনো অনুসন্ধানেৰেই ঘটনাটো স্পষ্ট কৰিব পৰা নগ'ল। সঘনে ঘটা সৰু সৰু ৰহস্যমূলক অথচ দেখাত উদ্দেশ্যবিহীন যেন লগা ঘটনাবোৰৰ সমাহাৰ লেখত আৰু এটা যোগ হ'ল। ছাৰ চাৰ্লছৰ দুৰ্দশাপূৰ্ণ মৃত্যুৰ কাহিনীক চেৰ পেলাই পেলাই দুটা দিনৰ ভিতৰতে এই ব্যাখ্যাহীন ঘটনাবোৰ এটাৰ পাছত এটাকৈ ঘটিবলৈ ল'লে। সেইবোৰ হ'ল, ছপা চিঠিৰ প্ৰাপ্তি, হেনচম বাগীত ক'লা ডাঢ়িৰ চোৰাংচোৱা, নতুন মুগা বৰণীয়া জোতা এপাটৰ হৰণলুকি, পুৰণা ক'লা ৰঙৰ বুটজোতা এপাট নাইকিয়া হোৱা আৰু এতিয়া হেৰোৱা মুগা বৰণীয়া জোতাপাটৰ ৰহস্যজনক উদ্ধাৰ। আমি বেকাৰ ষ্ট্ৰিটলৈ ঘূৰি আহোঁতে বাগীত হ'মছে একো কথা নকৈ শান্তভাৱে বহি আছিল। হ'মছৰ কোঁচ খোৱা কপাল আৰু ব্যগ্ৰ মুখমণ্ডল লক্ষ্য কৰি মই গম পালোঁ যে মোৰ দৰেই তেৰোঁ এই আচহুৱা আৰু অসংলগ্ন যেন লগা ঘটনাবোৰৰ এক বিশেষ ঘটনাৰ লগত যোগসূত্ৰ উলিয়াবলৈ অহৰহ প্ৰয়াস কৰিছে। গোটেই আবেলিটো আৰু সন্ধিয়াৰো ভালেখিনি সময় তেওঁ ধঁপাত আৰু চিন্তাৰ মাজত ডুবি থাকিল।

নিশাৰ আহাৰৰ ঠিক আগে আগে দুখন টেলিগ্ৰাম পোৱা গ'ল। প্ৰথমখনত বাস্কাৰভিলে জনাইছে বেৰিম'ৰ হলতে আছে বুলি এইমাত্ৰ জানিব পাৰিলোঁ। দ্বিতীয়খন পঠাইছে কাৰ্টৰাইটে। তেওঁ জনালে যে হ'মছে নিৰ্দেশ দিয়া অনুসৰি তেওঁ তেইছখন হোটেলত বিচাৰিও দুৰ্ভাগ্যক্ৰমে 'টাইমছ' কাকতৰ বিশেষ পৃষ্ঠাটো উলিয়াব নোৱাৰিলে।

"ৱাটছন, মোৰ দুটাকৈ সূত্ৰ হেৰুৱালোঁ। কোনো কেছত প্ৰতিটো প্ৰচেষ্টাই বিফল হ'লে কেছটোৰ অন্বেষণ অধিক উত্তেজনাপূৰ্ণ হৈ পৰে। আমি আন কোনো সূত্ৰ বিচাৰিব লাগিব।"

"চোৰাংচোৱাজনক নিয়া কচোৱানজন এতিয়াও আছে।"

"ঠিকেই কৈছা। চৰকাৰী পঞ্জীয়ন কাৰ্য্যালয়ৰপৰা তেওঁৰ নাম আৰু ঠিকনা

পাবৰ কাৰণে মই এখন টেলিগ্ৰাম কৰিছিলোঁ। মোৰ প্ৰশ্নৰ উত্তৰ এই উৎসৰপৰা পালে আচৰিত হ'ব লগা নাই।"

দুৱাৰৰ ঘণ্টাটো যেন এনে উত্তৰতকৈও সন্তোষজনক প্ৰমাণিত হ'ল। খোলা দুৱাৰেদি কক্ষ-চেহেৰাৰ লোক এজন সোমাই আহিল। দেখদেখকৈয়ে বিচৰা মানুহজনেই।

"মুখ্য দপ্তৰৰপৰা মই এটা বাৰ্তা পালোঁ যে এই ঠিকনাৰপৰা মোৰ ২৭০৪ নম্বৰ বাগী সম্বন্ধে এটা অনুসন্ধান কৰিছে। সাত বছৰ ধৰি ঘোঁৰাৰ বাগী চলাইছোঁ, কিন্তু কোনো ওজৰ-আপত্তি শুনিব লগা হোৱা নাই। সেয়েহে মই ঘোঁৰাগাড়ীৰ আড্ডাৰপৰা পোনে পোনে ইয়ালৈ আহিছোঁ। মই আপোনাৰপৰা খোলাখুলিকৈ জানিব খোজোঁ মোৰ বিপক্ষে কি আপত্তি আছে।"

হ'মৃছে ক'লে, "আপোনাৰ দৰে এজন সৎ ব্যক্তিৰ বিপক্ষে মোৰ কোনো ওজৰ-আপত্তি নাই। মই আপোনাৰ কাৰণে আধা ছভৰিনৰ মুদ্ৰা এটাহে থৈ দিছোঁ, অৱশ্যে সেইটো পাব যদিহে মোৰ প্ৰশ্নৰ স্পষ্ট উত্তৰ দিয়ে।"

কচোৱানজনে হাঁহি বিৰিঙাই ক'লে, "মোৰ দেখিছোঁ আজি কপাল ভালহে, দোষো হোৱা নাই একো। পাছে, মহাশয়, আপুনিনো মোক কি সুধিব বিচাৰিছে?"

"আকৌ কেতিয়াবা আপোনাক প্ৰয়োজন হ'ব পাৰে, সেয়েহে আপোনাৰ নাম আৰু ঠিকনাহে পোনতে দিয়ক।"

"জন ক্লেটন, তিনি টাৰপে ষ্ট্ৰিট, দ্য বাৰে। মোৰ বাগীখন ৱাটাৰলু ষ্টেছনৰ ওচৰৰ শ্বিপলিৰ আড্ডাত থাকে।"

শ্বাৰলক হ'মৃছে মানুহজনে কোৱা কথাবোৰ টুকি থ'লে।

"এতিয়া ক্লেটন, আপুনি বাৰু মোক কওকচোন, আজি পুৱা দহ বজাত আপোনাৰ বাগীত উঠি আমাৰ এই ঘৰটো নিৰীক্ষণ কৰা আৰু পাছত দুগৰাকী ভদ্ৰলোকক ৰিজেণ্ট ষ্ট্ৰিটেদি যাওঁতে অনুসৰণ কৰা সেই ভাৰাতীয়াজন কোন আছিল?

হ'মৃছৰ কথা শুনি মানুহজন বিস্ময়াভিভূত হ'ল, অলপ বিব্ৰতবোধো কৰিলে। তেওঁ ক'লে, "মই জনা কথাবিনি আপুনি দেখোন জানেই। আপোনাকনো এনে খবৰ কিয় লাগে? মইতো ইয়াৰ একো প্ৰয়োজন দেখা নাই। তদুপৰি মোৰ আৰোহীজনে মোক কৈছিল যে তেওঁ এগৰাকী ডিটেক্টিভ আৰু তেওঁৰ বিষয়ে যেন কাকো একো কোৱা নহয়।"

"মোৰ প্ৰিয় বন্ধু, কথাটো গুৰুতৰ। যদি আপুনি মোৰপৰা কথা লুকুৱায়,



"মই আপোনাবপৰা খোলাখুলিকৈ জানিব খোজোঁ মোৰ বিপক্ষে কি আপত্তি আছে।"

আপোনাৰ বৰ ডাঙৰ বিপদ হ'ব পাৰে। আপুনি কৈছে যে ভাৰাতীয়াজনে আপোনাক তেওঁ এজন ডিটেক্টিভ বুলি কৈছিল?"

"এৰা, কৈছিল।"

"তেওঁ কেতিয়া তেনেকৈ কৈছিল?"

"বাগীত উঠাৰ সময়ত।"

"আৰু কিবা কৈছিল নেকি?"

"তেওঁৰ নাম কৈছিল, নামি যাবৰ সময়ত।"

তড়িৎ গতিত মোৰ ফালে হ'মৃছে এক বিজয়ৰ দৃষ্টি পেলালে। "অ, তেওঁৰ নামটোও কৈছিল, সঁচাকৈয়ে কৈছিলনে? এইটো দেখোন এটা অবিবেকী কাম। তেওঁ কোৱা নামটো কি আছিল?"

কচোবানজনে [illegible] "তেওঁৰ নাম আছিল শ্বাৰলক হ'মৃছ।"

উত্তৰটো শুনি মোৰ বন্ধু [illegible]চৰিত হ'ল। তেওঁৰ এনে বিস্ময়াভিভূত অবস্থা মই কেতিয়াবা দেখিছিলোঁ বুলি মনত নপৰে। বিস্ময়ত হতবাক হৈ তেওঁ ক্ষন্তেক নিৰবে ৰ'ল।

তাৰ পাছতে তেওঁ এক উচ্চ হাস্য কৰি ক'লে, "এটা সুনিপুণ চাল, ৱাটছন, নিঃসন্দেহে সুনিপুণ। এয়া যেন মোৰ দৰেই এক দ্ৰুত আৰু অৱস্থাৰ লগত খাপ খোৱা নৈপুণ্য। সেই সময়ত অতি সহজে তেওঁ মোৰপৰা আঁতৰিল। গতিকে তেওঁৰ নাম শ্বাৰলক হ'মৃছেই হ'ব, নহয়নে?"

"হয় মহাশয়, ভদ্ৰলোকৰ নাম সেইটোৱেই।"

"ঠিক আছে। এতিয়া আপুনি মোক কওকচোন তেওঁক আপুনি ক'ত তুলিছিল আৰু কি কি ঘটিছিল।"

"পুৱা চাৰে ন বজাত তেওঁ ট্ৰেফালগাৰ স্কোয়েৰত মোৰ বাগীখন মাতে। তেওঁ নিজকে এজন ডিটেক্টিভ বুলি কৈ মোক ক'লে যে গোটেই দিনটোলৈকে তেওঁ বাগীখন ভাৰা ল'ব খোজে। যদিহে মই তেওঁৰ নিৰ্দেশানুযায়ী ঠিকমতে কাম কৰোঁ আৰু কোনো প্ৰশ্ন নোতোলোঁ, তেনেহ'লে মোক দুই গিনি ভাৰা হিচাবে দিব। মই সানন্দে ৰাজী হ'লোঁ। প্ৰথমে আমি নৰ্থাম্বাৰলেণ্ড হোটেললৈ গ'লোঁ। তাত আমি হোটেলৰপৰা দুজন মানুহ ওলাই অহালৈকে ৰৈ থাকিলোঁ। মানুহ দুজনে ষ্টেণ্ডৰপৰা বাগী এখন ল'লে। এই বাগীখনক আমি অনুসৰণ কৰি আহি থাকিলোঁ। শেষত তাৰ ওচৰে-পাঁজৰেই আমি ৰ'লোঁ।"

হ'মৃছে ক'লে, "আমাৰ এই ঘৰৰ দুৱাৰমুখতে।"

"মই ঠিক ক'ব নোৱাৰিম। পাছে মই নিশ্চিত যে আৰোহীজনে এই ঠাইখন ভালদৰে চিনি পায়। আমি এই পথৰ মাজভাগতে ক'ৰবাত ৰৈছিলোঁ আৰু ডেৰ ঘণ্টামান অপেক্ষা কৰি আছিলোঁ। তাৰ পাছতে আমি দেখা পালোঁ যে ভদ্রলোক দুগৰাকীয়ে আমাৰ কাষৰেই খোজ কাঢ়ি পাৰ হৈ গৈছে। আমি তেওঁলোকক অনুসৰণ কৰি বেকাৰ ষ্ট্ৰিটেদি আগুৱাই গৈ...।"

হ'মছে ক'লে, "বাকীখিনি মই জানো।"

"আমি ৰিজেণ্ট ষ্ট্ৰিটৰ তিনি চতুৰ্থাংশ মানত পথৰ দাঁতিয়েদি লাহে লাহে আগ বাঢ়িছিলোঁ। সেই সময়তে মোৰ বাগীৰ আৰোহীজনে চিঞৰি মোক নির্দেশ দিলে যে বাগীখন ততাতৈয়াকৈ যিমান পাৰি বেগেৰে ৱাটাৰলু ষ্টেছনলৈ লৈ যাব লাগে। মই ঘোঁৰাৰ পিঠিত চাবুক মাৰিলোঁ আৰু তীব্ৰবেগে আগ বাঢ়ি দহ মিনিটত [illegible] ৱাটাৰলু ষ্টেছন পালোঁ।

"ভদ্রলোকৰ দৰে কথা ৰাখি তেওঁ [illegible] ভাৰা দিলে আৰু তেওঁ ষ্টেছনলৈ গ'লগৈ। যোৱাৰ আগে আগে তেওঁ মোলৈ উভতি চালে আৰু ক'লে, 'আপুনি এইটো জানি আনন্দ পাব যে আজি আপোনাৰ বাগীত মিষ্টাৰ শ্বাৰলক হ'মছ উঠিছিল।' সেই কাৰণেহে মই তেওঁৰ নামটো জানিলোঁ।"

"বুজি পালোঁ, আপুনি আৰু তেওঁক দেখা নাই?"

"নাই, তেওঁতো ষ্টেছনলৈ গ'লগৈ।"

"আপুনি বাৰু মিষ্টাৰ শ্বাৰলক হ'মছৰ অবয়ব কেনে আছিল ক'ব পাৰিবনে?"

কচোৱানজনে মূৰটো খজুৱালে। "চাওক, তেওঁৰ চেহেৰা বৰ সহজে বর্ণনা কৰিব পৰা বিধৰ নহয়। মোৰ অনুমান তেওঁৰ বয়স চল্লিছ বছৰমান হ'ব। উচ্চতা মধ্যম, আপোনাতকৈ দুই-তিনি ইঞ্চিমান কম। ধুনপেচ মৰা বিলাসী মানুহ, আগটো সমানকৈ কটা একোছা ক'লা ডাড়ি আৰু শেঁতা মুখ। ক'ব পৰাকৈ আৰু নাই।"

"চকুৰ ৰং?"

"নাই, মই নাজানো।"

"ঠিক আছে, তেনেহ'লে এয়া আধা ছভৰিনৰ মুদ্ৰা, কিবা নতুন খবৰ আনিব পাৰিলে আৰু এটা মুদ্ৰা পাব। শুভ-ৰাত্ৰি।"

"শুভ-ৰাত্ৰি মহাশয়, ধন্যবাদ।"

মৃদু হাস্য কৰি জন ক্লেটন গ'লগৈ। বাহু দুটা জোকাৰি এটা বিষাদভৰা মিচিকি হাঁহিৰে হ'মছে মোলৈ চালে।

তেওঁ ক'লে, "আমাৰ তৃতীয় সূত্ৰটোও ছিন্ন হ'ল আৰু আমি পুনৰ

আৰম্ভণিৰপৰা আৰম্ভ কৰিব লাগিব। চালাক দগাবাজটোৱে আমাৰ ঘৰটোও চিনি পায়, ছাৰ হেনৰি বাস্কাৰভিলে যে আমাৰ পৰামৰ্শ বিচাৰিছে তাকো জানে, ৰিজেণ্ট ষ্ট্ৰিটত মোৰ চিনাকি তৎক্ষণাৎ উলিয়াব পাৰিলে, তেওঁ ঠিক জানিলে যে বাগীখনৰ নম্বৰটো মই টুকি ৰাখিছোঁ আৰু কচোৱানক বিচাৰি উলিয়ামেই আৰু সেয়েহে নিজৰ নাম শ্বাৰলক হ'ম্‌ছ বুলি কৈ আমাক এটা দুৰ্দান্ত চাল দিলে। ৱাটছন, ঠিক জানিবা, আমি এইবাৰ এনে এজন ফ'ৰমেনৰ লগত যুঁজিব লাগিব, যিজন আমাৰ দৰে তীখা সম্বন্ধে সম্পূৰ্ণ অৱহিত। লণ্ডনত তেওঁ মোৰ কিস্তিমাৎ কৰি পেলাইছে। ডেভনশ্বিয়াৰলৈ গুড্‌লোৱা, তোমাৰ প্ৰতি মোৰ আন্তৰিক শুভেচ্ছা ৰ'ল। কিন্তু এই সংক্ৰান্তত মোৰ মনটো ভাল লগা নাই।"

"কি সংক্ৰান্তত?"

"এই যে তোমাক পঠিয়াব খুজিছোঁ। ই এটা কুৎসিত, মাৰাত্মক কাম, যিমানেই মই চিন্তা কৰিছোঁ, মোৰ এই কামৰ প্ৰতি বিতৃষ্ণা জন্মিছে। এৰা প্ৰিয় বন্ধু, তুমি হয়তো কথাটো হাস্যকৰ বুলি ভাবিব পাৰা, কিন্তু মই অন্তৰেৰে ইয়াকে ভাবিছোঁ যে তুমি ভালে-কুশলে বেকাৰ ষ্ট্ৰিটলৈ আকৌ উভতি আহিলেহে মই নথৈ আনন্দিত হ'ব পাৰিম।"

### অধ্যায় ৬

# বাস্কাৰভিল হল

নিৰ্দিষ্ট দিনত ছাৰ হেনৰি বাস্কাৰভিল আৰু ডাঃ মৰ্টিমাৰ সাজু হৈ আছিল। আমি ঠিক কৰি থোৱা মতেই ডেভনশ্বিয়াৰলৈ বুলি ৰাওনা হ'লোঁ। মিষ্টাৰ শ্বাৰলক হ'ম্‌ছে আগ বঢ়াই দিবলৈ বুলি মোৰে সৈতে ষ্টেছনলৈ আহিছিল। তেওঁ মোক বিদায় বেলাত কিছু বাধা-নিষেধ আৰু উপদেশ কিছু দিলে।

তেওঁ ক'লে, "মই আগতীয়াকৈ তোমাৰ মনটো বিশেষ বিশ্লেষণ অথবা সন্দেহৰ প্ৰতি ঢাল খুৱাই নিব নোখোজোঁ। তুমি কেৱল ঘটনাবোৰৰ সম্ভৱপৰ সকলো ৰিপ'ৰ্ট পুংখানুপুংখৰূপে মোলৈ পঠাবা। সেইবোৰ বিশ্লেষণ কৰাৰ দায়িত্বটো মোলৈ এৰিবা।"

মই সুধিলোঁ, "তুমি কেনেকুৱা ধৰণৰ ঘটনাৰ কথা কৈছা?"

"কেছটোৰ লগত সম্পৰ্ক থকা যিকোনো ঘটনাৰ কথা। লাগে ঘটনাটোৰ সম্পৰ্ক পোনপটীয়া নহওকেই, পৰোক্ষ সম্পৰ্ক হ'লেও বাদ নিদিবা। বিশেষকৈ ডেকা বাস্কাৰভিল আৰু তেওঁৰ প্ৰতিবেশীৰ মাজৰ সম্বন্ধ আৰু ছাৰ চাৰ্লছৰ মৃত্যু সম্পৰ্কীয় কিবা তথ্য পালে জনাবলৈ নাপাহৰিবা। মই নিজেও অলপ অনুসন্ধান এইকেইদিন কৰিছিলোঁ। পাছে ফলাফলহে একো পোৱা নাই। এটা কথাত প্ৰায় নিশ্চিত যে উত্তৰাধিকাৰী মিষ্টাৰ জেমছ ডেছমণ্ড এগৰাকী বয়োবৃদ্ধ অমায়িক ভদ্ৰলোক, মোৰ বোধেৰে তেওঁ এনে উৎপীড়ন কৰাত ভাগ লৈছে বুলি ধাৰণা কৰিব নোৱাৰি। তেওঁক আমাৰ নিৰীক্ষণৰপৰা বাদ দিয়াই ভাল হ'ব। এতিয়া, তৃণভূমি অঞ্চলত ছাৰ হেনৰি বাস্কাৰভিলক বেঢ়ি থকা লোকসকলহে থাকিলগৈ।"

"পোনতেই বেৰিম'ৰ দম্পতীক আঁতৰাই পঠিওৱাটো মংগল হ'ব নেকি?"

"ওঁহু ওঁহু। এনে ভুল নকৰিবা। যদি তেওঁলোক নিৰ্দোষ, তেনেহ'লে ই হ'ব তেওঁলোকৰ প্ৰতি কৰা নিৰ্দয় অবিচাৰ। আকৌ যদিহে তেওঁলোক দোষী, তেওঁলোকক দোষী সাব্যস্ত কৰাৰ সুবিধাৰপৰা আমি এইদৰেই বঞ্চিত হ'ম। নাই, নাই। আমি মাথোঁ তেওঁলোকক আমাৰ সন্দেহৰ ভিতৰতে ৰাখি থ'ম। আমাৰ নিৰীক্ষণ কৰিবলৈ, মোৰ মনত থকা মতে, হলত এজন চহিচ আছে। তৃণভূমিৰ দুজন খেতিয়কো আছে। আমাৰ বন্ধু ডাঃ মৰ্টিমাৰ আছে, অৱশ্যে মই ভাবোঁ তেওঁ সম্পূৰ্ণৰূপে নিৰ্দোষ। ডাঃ মৰ্টিমাৰৰ পৰিয়ালো আছে, তেওঁৰ বিষয়ে আমি এতিয়ালৈকে একো নাজানো। আকৌ, ষ্টেপল্‌টন নামৰ প্ৰকৃতিবিদজনো আছে আৰু ষ্টেপল্‌টনৰ আকৰ্ষণীয় সৌন্দৰ্য্যৰ যুৱতী ভনীয়েকগৰাকী। লেফটাৰ হলৰ মিষ্টাৰ ফ্ৰেংকলেণ্ড আছে, যিজনৰ বিষয়ে আমি একো নাজানো। তদুপৰি, দুই-এগৰাকী প্ৰতিবেশীও আছে। এয়াই হ'ল বিভিন্ন ধৰণৰ লোকৰ এক হিচাব। এওঁলোকৰ কাম-কাজ আদি শুনি মনোযোগেৰে নিৰীক্ষণ কৰিব লাগিব।"

"যথাসাধ্য মই চেষ্টা কৰিম।"

"মই ভাবোঁ, তুমি নিশ্চয় অস্ত্ৰ লগত আনিছা?"

"এৰা, আনিছোঁ।"

"দিবা-ৰাত্ৰ তুমি ৰিভলভাৰটো হাতত ৰাখিবা। সাৱধানী ব্যক্তিক বিপদে নাপায়। সতৰ্কতা কেতিয়াও ঢিলাই নিদিবা।"

আমাৰ বন্ধুসকলে ইতিমধ্যে প্ৰথম শ্ৰেণীৰ আসন থকা এটা দবা ঠিক কৰি প্লেটফৰ্মত আমালৈ অপেক্ষা কৰি আছে।

মোৰ বন্ধুৱে প্ৰশ্ন কৰাত ডাঃ মৰ্টিমাৰে ক'লে, "কোনো ধৰণৰ খবৰেই নাই। এটা কথা অৱশ্যে নিশ্চয়কৈ ক'ব পাৰোঁ যে আমাক যোৱা দুদিনত কোনেও অনুসৰণ কৰা নাই। আমি বাহিৰলৈ ওলাই গ'লেই তীব্ৰভাৱে সতৰ্ক দৃষ্টি ৰাখিছিলোঁ। কোনো আমাৰ দৃষ্টিৰপৰা সাৰি যোৱা নাই।"

"আপোনালোক দুয়োজনে নিশ্চয় ইজনে সিজনৰ লগ এৰা নাই?"

"কালিৰ বিয়লিত বাদে। মই নগৰলৈ আহিলে সাধাৰণতে নিৰ্ভেজাল-আমোদত ব্যস্ত থাকিবলৈ এটা দিন ৰাখোঁ। কালি মই শল্য চিকিৎসকৰ কলেজত থকা যাদুঘৰত আবেলিটো কটালোঁ।"

বাস্কাৰভিলে ক'লে, "মই পাৰ্কত গোট খোৱা মানুহ চাবলৈ গ'লোঁ। আমাৰ পাছে কোনো ধৰণৰ অসুবিধা হোৱা নাই।"

হ'মৃছে মূৰ জোকাৰি গম্ভীৰভাৱে ক'লে, "যি নহওক, আপুনি কিন্তু এইটো বিবেচনাহীন কাম কৰিছিল। ছাৰ হেনৰি, মই আপোনাক অনুৰোধ জনাইছোঁ, অনুগ্ৰহ কৰি অকলশৰে ওলাই নাযাব। ক'ৰবাত কিবা দুৰ্যোগ ঘটিব পাৰে। এপাট হেৰোৱা জোতা পালে জানো?"

"নাপালোঁ, মহাশয়, একেবাৰেই হেৰাল।"

"সঁচাকৈয়ে কৌতূহলজনক কথা। বাৰু, বিদায়হে এতিয়া।" ৰেলগাড়ী প্লেটফৰ্মৰপৰা লাহে লাহে আগ বাঢ়ি যাওঁতে হ'মৃছে আকৌ এবাৰ ক'লে, "ছাৰ হেনৰি, ডাঃ মৰ্টিমাৰে আমাক পঢ়ি শুনোৱা সেই উপকথাৰ খটখনত তৃণভূমিৰ বিষয়ে লিখা খণ্ডবাক্যটো যাতে মনত ৰাখে আৰু তৃণভূমিত দুষ্ট শক্তি ডাং খাই উঠা তমসাৰ প্ৰহৰবোৰত যাতে ভুলতো সেইফালে নাযায়।"

দূৰণিৰ এৰি থৈ অহা প্লেটফৰ্মখনলৈ মই এবাৰ ঘূৰি চালোঁ। তাত উন্নত, গাম্ভীৰ্য্যপূৰ্ণ, অলৰ-অচৰ হৈ থকা অৱয়বটোৱে হ'মৃছে আমাৰ ফালে থৰ লাগি চাই থকা দেখা পালোঁ।

দ্ৰুত গতিৰ আমাৰ যাত্ৰাটো আনন্দদায়ক আছিল। এই সুবিধাতে মই সংগী দুজনৰ লগত পৰিচয় গাঢ় কৰি তুলিলোঁ। ডাঃ মৰ্টিমাৰৰ স্পেনিয়েল কুকুৰটোৰ লগত মোৰ খেলা আৰম্ভ হ'ল। কেইঘণ্টামানৰ ভ্ৰমণৰ পাছতে মুগা মাটিৰ ৰঙা সলনি হৈ

ৰঙচুৱা হোৱা দেখা গ'ল, ঘৰবোৰত ইটাৰ সলনি গ্ৰেনাইটৰ প্ৰাদুৰ্ভাৱ, বেৰ দি থোৱা পথাৰবোৰত ৰঙা ৰঙৰ গাই গৰুৱে অবাধে ঘাঁহ খাই আছে। লহপহীয়া গছ-গছনিবোৰে সাৰুৱা, শীতল জলবায়ুৰ আভাস দিছে। ডেকা বাস্কাৰভিলে খিৰিকিৰে ডেভনৰ পৰিচিত প্ৰাকৃতিক দৃশ্যাৱলী চাই সম্মোহিত হৈ আনন্দতে চিঞৰি দিলে।

তেওঁ ক'লে, "ডা০ ৰাটছন, পৃথিৱীৰ বহুতো ঠাই দেখা পোৱাৰ সৌভাগ্য মোৰ হৈছে, কিন্তু এইখন ঠাইৰ লগত সেইবোৰৰ তুলনা নহয়।"

মই মন্তব্য দিলোঁ, "মই এনে এজনো ডেভনশ্বিয়াৰৰ লোক পোৱা নাই, যিয়ে নিজৰ ঠাইখনৰ উচ্চৈস্বৰে প্ৰশংসা নকৰাকৈ আছে।"

ডা০ মৰ্টিমাৰে ক'লে, "এই কথাটো যেনেকৈ দেশৰ ওপৰত নিৰ্ভৰ কৰে, তেনেকৈ ই গোষ্ঠীগতও। যদি আমাৰ বন্ধুৰ মূৰটোলৈ লক্ষ্য কৰোঁ তেনেহ'লে দেখা পাম যে এইটো কেল্ট প্ৰজাতিৰ ঘূৰণীয়া মূৰ। এই মূৰৰ ভিতৰত আছে কেল্ট প্ৰজাতিৰ উদ্যম আৰু অনুৰাগৰ শক্তিৰ আকৰ্ষণ। দুৰ্ভগীয়া ছাৰ চাৰ্লছৰ মূৰটো আকৌ আছিল এক বিৰল শ্ৰেণীৰ, তেওঁৰ মূৰটোৰ বৈশিষ্ট্য হ'ল আধা গেইলীয় আৰু আধা আইভাৰনিয়ান। কিন্তু আপুনি শেষবাৰৰ বাবে বাস্কাৰভিল হল এৰি যাবৰ সময়ত তেনেই কম বয়সীয়া আছিল, নহয়নে?"

"মোৰ দেউতাৰ দেহাৱসানৰ সময়ত মোৰ কিশোৰ কাল। কিন্তু তেতিয়াও মই 'হল' দেখা নাছিলোঁ, কিয়নো মোৰ দেউতাই ছাউথ ক'ষ্টত সৰু কটেজ এটাতহে বাস কৰিছিল। তাৰপৰাই মই পোনপটীয়াকৈ আমেৰিকাত থকা মোৰ এজন বন্ধুৰ ঘৰলৈ গ'লোঁ। সেয়েহে ঠাইখন ডা০ ৰাটছনৰ দৰেই মোৰ কাৰণেও তেনেই নতুন। তৃণভূমি অঞ্চলটো চাবলৈকো মই অত্যন্ত আগ্ৰহী।"

"সঁচাইনে? তেনেহ'লে আপোনাৰ ইচ্ছা সহজতে পূৰণ কৰা হ'ল,"—ডা০ মৰ্টিমাৰে দৰাটোৰ খিৰিকিৰে আঙুলিয়াই দেখুৱালে।

বিস্তীৰ্ণ সেউজী পথাৰ আৰু দূৰৰ সীমাৰেখাত বক্ৰভাৱে গঢ়ি উঠা অনুচ্চ অৰণ্যৰাশিৰে ধূসৰ, বিষণ্ণ পাহাৰ, যাৰ চূড়াভাগ অমসৃণ আৰু খলা-বমা—যেন সপোনত জীৱন্ত হৈ উঠা কিছুমান অতিশয় মনোৰম প্ৰাকৃতিক দৃশ্য। বহু সময় ধৰ লাগি বাস্কাৰভিল বহি থাকিল, তেওঁৰ দৃষ্টি তৃণভূমি অঞ্চলত নিবদ্ধ। মই তেওঁৰ ব্যগ্ৰ মুখমণ্ডলত দেখা পালোঁ ঠাইখনে তেওঁৰ মনত সৃষ্টি কৰা অনুভূতিৰ জলক। এই আচহুৱা অঞ্চলত বহুদিন ধৰি তেওঁৰ পূৰ্বপুৰুষসকলে প্ৰতিপত্তি বিস্তাৰ কৰি আহিছে আৰু এক সুগভীৰ প্ৰভাৱ পেলাইছে। সেয়া টুইড ছুট পৰিহিত মাৰ্কিন উচ্চাৰণৰ কথন-ভংগীৰ লোকগৰাকী এক নিৰস ৰেলৰ দবাৰ এটা চুকত বহি আছে, তেওঁৰ ব্যঞ্জনাময়

মুখমণ্ডল চাই মোৰ এতিয়া বেছিকৈ অনুভৱ হৈছে যে এক অতিপ্ৰাচীন অভিজাত বংশৰ প্ৰতিনিধি এইগৰাকী অগ্নিসদৃশ পুৰুষ সঁচাকৈয়ে বাস্কাৰভিল হলৰ যোগ্য উত্তৰাধিকাৰী। তেওঁৰ ঘন চেলাউৰি, সংবেদনশীল নাকৰ পাহি আৰু পাতল মুগা বৰণীয়া বহল চকুহাল হ'ল আত্মগৰিমা, সাহস আৰু শক্তিৰ অভিব্যক্তি। যদিহে সেই ভয়াবহ তৃণভূমিত এক কষ্টসাধ্য ভয়ংকৰ সন্ধান চলাব লগা হয়, তেনেহ'লে নিঃসন্দেহে এইগৰাকী সাহসী লোকে তাত ভাগ ল'বলৈ কুণ্ঠাবোধ নকৰিব।

বাটৰ কাষৰ এটা সৰু ষ্টেচনত ৰেলগাড়ীখন ৰ'ল আৰু আমি আটায়ে নামিলোঁ। চাপৰ, বগা বেৰখনৰ কাষত ঘোঁৰাৰ বাগী এখন বৈ আছিল। আমাৰ আগমন দেখদেখকৈয়ে এটা ডাঙৰ ঘটনা। ষ্টেচন মাষ্টৰ আৰু মজদুৰ সকলোৱে বস্তু-বাহানি বাহিৰলৈ নিবলৈ আমাৰ লগ লাগিলহি। এটা সাধাৰণ, সুন্দৰ গ্ৰাম্য আহ্বান। কিন্তু দুৱাৰমুখতে একোটা চুটি ৰাইফল লৈ ক'লা ইউনিফৰ্ম পিন্ধা, সেনাৰ দৰে থিয় হৈ থকা দুজন মানুহ দেখিহে মই আচৰিত হ'লোঁ। আমি পাৰ হৈ যাওঁতে তেওঁলোকে এবাৰ তীব্ৰভাৱে চকু ফুৰালে। কচোৱানজন গঠায়া মানুহ, মুখমণ্ডল কঠিন। তেওঁ ছাৰ হেনৰি বাস্কাৰভিলক অভিবাদন দিলে। কেইমিনিটমানৰ ভিতৰতে বহল, শুভ্ৰ পথেদি আমাৰ বাগীখন তীব্ৰ বেগে আগ বাঢ়িল। পথৰ দুয়ো কাষে চৰণীয়া পথাৰ বেঁকা হৈ ওপৰলৈ উঠি আমাৰপৰা বাগৰি যাবলৈ ধৰিলে, গাঢ় সেউজীয়া গছ-গছনিৰ মাজেৰে টুপ দিয়া চালৰ সৰু সৰু ঘৰবোৰে ভুমুকি মাৰিলে, সূৰ্যৰ ৰশ্মিৰে বিধৌত শান্তিপূৰ্ণ গাঁওসমূহৰ পিছফালে নিৰানন্দময় তৃণভূমিৰ সুদীৰ্ঘ বক্ৰৰেখা সন্ধিয়াৰ আকাশৰ তলত খলাবমা ছলনাপূৰ্ণ পাহাৰত মিলিছেগৈ।.

কাষেদি যোৱা পথৰ ফালে বাগীখন ঘূৰিল। শতিকা জুৰি চকাই সৃষ্টি কৰা লিকৰ ওপৰেদি অমাৰ বাগীও বেঁকা হৈ ওপৰৰ ফালে আগ বাঢ়িল। পথৰ দুয়োফালে ওখ বান্ধ, বান্ধবোৰ শেলুৰে আৰু শকত, ঢেঁকীয়াজাতীয় উদ্ভিদে আবৰি আছে। বান্ধত গজি উঠা ৰঙচুৱা ঢেঁকীয়া আৰু বিচিত্ৰ বৰ্ণৰ জেঁটুলিপকা গছবোৰত অস্তগামী বেলিৰ ৰশ্মি জিলমিলাইছে। এতিয়াও লাহে লাহে ওপৰৰ ফাললৈ আগুৱাই আমি গ্ৰেনাইট শিলেৰে বন্ধোৱা এখন সৰু দলং পাৰ হ'লোঁ আৰু মুগাবৰণীয়া শিলৰ ওপৰেদি কোলাহল কৰি তীব্ৰ বেগেৰে বৈ যোৱা নিজৰা এটা এৰি আহিলোঁ। আমাৰ পথ আৰু নিজৰা, দুয়োটাই অ'ক আৰু দেবদাৰুজাতীয় জোপোহা গছৰ গভীৰ অৰণ্যৰ উপত্যকা অঞ্চলৰ মাজেদি অকাই-পকাই আগ বাঢ়িছে। বাগীখনে প্ৰতিটো পাক ঘূৰোঁতেই বাস্কাৰভিলে আনন্দোচ্ছ্বাসত চিঞৰি দিয়ে আৰু তেওঁৰ কাষতে থকা আমাক জাউৰিয়ে জাউৰিয়ে প্ৰশ্ন সুধি ব্যতিব্যস্ত কৰে। তেওঁৰ দৃষ্টিত পৰা প্ৰতিটো বস্তুৱেই সুন্দৰ। মই

হ'লে ভাবোঁ, এই গ্ৰামাঞ্চলত এতিয়া এক বিষাদৰ আভাস বিদ্যমান; এয়া যেন নিষ্প্ৰভ বছৰটোৰ এক স্পষ্ট অভিব্যক্তি। গছৰ হালধীয়া পাতবোৰ সৰি সৰি পথত উপচি পৰিছে। আমি পাৰ হৈ যাওঁতে বহু হালধীয়া পাত আনকি আমাৰ গাৰ ওপৰতো পৰিছে। গেলা-পচা গছ-গছনি, পাত, ডাল আদি পৰি সৃষ্টি হোৱা একোটা স্তূপৰ ওপৰেদি আমাৰ বাগীখন পাৰ হৈ যোৱাৰ কাৰণে ইয়াৰ জোকাৰণি আৰু চকাৰ খটখটনি শাম কাটিলে। মই মনতে ভাবিলোঁ এয়া যেন বাস্কাৰভিল পৰিয়ালৰ উত্তৰাধিকাৰীৰ বাগীৰ সন্মুখলৈ সেমেকা প্ৰকৃতিয়ে নিৰানন্দময় উপহাৰহে যাচিছে।

হঠাতে ডাঃ মৰ্টিমাৰে উচ্চৈস্বৰে ক'লে, "হেৰ, এইটো কি?"

তৃণভূমিৰ কাষৰীয়া অঞ্চলত আমাৰ সন্মুখত গছ-গছনিৰে আবৰা এখন সৰু পাহাৰ। তাতে এটা মূৰ্তিৰ দৰে অশ্বাৰোহী সৈনিক এজন থিয় হৈ আছে। ডাঃ মৰ্টিমাৰৰ বিস্ময়াভিভূত দৃষ্টি তাতে পৰিছে। সৈনিকজনৰ অৱয়ব সুকঠিন, মলিন। তেওঁ কান্ধত এটা ৰাইফল সাজু কৰি ৰাখিছে। আমি গৈ থকা পথটোত তেওঁ সতৰ্ক দৃষ্টি পেলাই আছে।

ডাঃ মৰ্টিমাৰে আকৌ আমাৰ কচোৱানক সুধিলে, "..., সেইটো কি?"

কচোৱানজনে নিজৰ আসনতে মূৰটো আমাৰ ফালে আধা ঘূৰাই ক'লে, "মহাশয়, প্ৰিন্সটন জেলৰপৰা কয়দী এজন পলাইছে। সি পলোৱা আজি তিনিদিনেই হ'ল। ৰক্ষীসকলে প্ৰতিটো পথ, প্ৰতিটো ষ্টেছন তন্নতন্নকৈ চাইছে, পাছে ক'তো তাক দেখা নাই। আমাৰ ইয়াৰ কাষৰে-পাঁজৰে থকা খেতিয়কসকলে কিন্তু এই কামটো অকণো ভাল পোৱা নাই।"

"কিন্তু মই জনা মতে এনে কয়দীৰ খবৰ দিব পাৰিলেই পাঁচ পাউণ্ড ধন পুৰস্কাৰ দিয়ে।"

"এৰা, মহাশয় দিয়ে। পাছে নেলু কটা যোৱাতকৈ পাঁচ পাউণ্ড পুৰস্কাৰ পোৱাৰ সম্ভাৱনা তেনেই নগণ্য। এই কয়দীজনো সামান্য নহয়। সি যিহকে-তিহকে কৰিব পৰা মানুহ।"

"সিনো কোন?"

"নটিং হিলৰ খুনী ছেলডন।"

এই কেছটোৰ কথা মোৰ ভালকৈ মনত পৰিল। হত্যাকাৰীৰ নিৰ্দয় অমানুষিক কাৰ্য্য আৰু অপৰাধটোৰ অদ্ভুত হিংস্ৰতা লক্ষ্য কৰিয়ে খবচি মাৰি অধ্যয়ন কৰিবলৈ হ'মৃছ আগ্ৰহান্বিত হৈছিল। অপৰাধীজনৰ আচৰণ ইমানেই নৃশংস আছিল যে বিচাৰত অপৰাধীৰ সম্পূৰ্ণ মানসিক সুস্থতা সম্বন্ধে সন্দেহ কৰিবলৈ বাধ্য হ'ব লগা হৈছিল।

সেয়েহে অপৰাধীজনক মৃত্যুদণ্ডৰপৰাও ৰেহাই দিছিল। আমাৰ [illegible] ওপৰৰ ফালে উঠি গ'ল আৰু আমাৰ সন্মুখত দেখা গ'ল বিস্তীর্ণ তৃণভূমি অঞ্চল। অঞ্চলটো আগুৰি আছে অ'ত-ত'ত এঁকোৰা-বেঁকোৰা শিলাস্তূপ আৰু পাহাৰৰ থিয় গৰাহ। তাৰপৰা বলা এছাটি শীতল বতাহে আমাৰ দেহা থকথককৈ কঁপালে। এই জনপ্ৰাণীহীন নিৰানন্দময় তৃণভূমিৰ ক'ৰবাত, সমস্ত মানব জাতিৰ প্ৰতি তীব্ৰ বিদ্বেষ অন্তৰত পোষণ কৰি, গাঁতত সোমাই থকা এক বন্য জন্তুৰ দৰে এই আসুৰিক মানুহজনে চোপ লৈ আছে। উষৰ ভূমি, ঠেঁটুৰে ধৰা শীত আৰু তমসাচ্ছন্ন আকাশে কঢ়িয়াই অনা ভয়াবহ সম্ভাবনাক পূর্ণ ৰূপ দিবলৈহে যেন এনে এক ঘটনা সংঘটিত হৈছে। আনকি বাস্কাৰভিলো নির্বাক হ'ল। তেওঁ অভাৰকোটটোৰে নিজৰ শৰীৰটো ভালদৰে ঢাকি ল'লে।

পিছফালে নিম্নাঞ্চলত সা[illegible] মাটি আমি এৰি থৈ আহিলোঁ। আমি উভতি চালোঁ। তললৈ ওলমি পৰা বেলিটোৱে [illegible]বোৰ সোণালী সূতালে পৰিণত কৰিছে। আমাৰ সন্মুখৰ ৰঙচুৱা, সেউজ-হালধীয়া পথটো ক্ৰমশঃ অধিক উদং আৰু উচ্ছন্ন অঞ্চলৰ মাজেদি ওপৰলৈ উঠি গৈছে, উষৰ ভূমিৰ অ'ত-ত'ত দেখা গৈছে একোটা বিশাল শিলাখণ্ড। কেতিয়াবা কেতিয়াবা আমি পাৰ হৈ গৈছোঁ একো-একোটা তৃণভূমিৰ শিলেৰে বন্ধোৱা জুপুৰি, তাত আনকি লতা এডালো বগোৱা দেখা নাই। হঠাতে আমি তললৈ এক পিয়লা-সদৃশ নিম্নভূমি দেখিলোঁ। নিম্নভূমিখণ্ড আবৰি আছে মুজুৰা পৰা অ'ক আৰু দেবদাৰুজাতীয় গছে; বছৰ বছৰ ধৰি চলা বতাহ-ধুমুহাৰ প্ৰচণ্ড আক্ৰমণত এই বৃক্ষৰাজি ভেঙুৰা-ভেঙুৰি হৈ এঢলীয়া হৈ পৰিছে। বৃক্ষৰাজিৰ ওপৰেৰে দুটা ওখ-ঠেক স্তম্ভই ভুমুকি মাৰিছে। কচোৱানজনে চাবুকডাল সেই পিনলৈ পোনাই ক'লে, "বাস্কাৰভিল হল।"

আনন্দত উদ্বেলিত হৈ, গাল-মুখত ৰক্তিম আভাস আৰু চকুত উজ্জ্বল দৃষ্টিৰে হলৰ এতিয়াৰ গৰাকীজন থিয় হ'ল। কেইমিনিটমান পাছতে আমি বাসগৃহৰ দুৱাৰমুখত হাজিৰ হ'লোঁ। বাসগৃহৰ মূল তোৰণটোত নমনীয় লোহাৰে সৃষ্টি কৰা ৰেখাচিত্ৰৰ চমৎকাৰ স্থাপত্যৰ সমাৱেশ। দুয়োদাঁতিত আছে ব'দে-বৰষুণে ক্ষয়প্ৰাপ্ত, অ'ত-ত'ত শেলুৱৈৰ চেকা লগা, দুটা স্তম্ভ; স্তম্ভৰ ওপৰত বাস্কাৰভিলৰ পৰিয়ালৰ প্ৰতীক চিহ্ন গাহৰিৰ মূৰ খোদিত। বাসগৃহটো ক'লা গ্ৰেনাইট শিলেৰে তৈয়াৰী, বর্তমান জৰাজীর্ণ। সন্মুখতে এটা নতুন গৃহ নির্মাণ কৰা হৈছে, পাছে সজা সম্পূর্ণ নহ'ল। ছাৰ চার্লছে দক্ষিণ আফ্ৰিকাত আৰ্জিত সোণৰ সম্পদেৰে এই গৃহটোৰ খৰচ বহন কৰিছিল; দুর্ভাগ্য, ঘৰটো সম্পূর্ণ কৰিবলৈ সময় নাপালে।

তোৰণ পাৰ হৈ পাতেৰে আৱৰি থকা পথেদি, নিঃশব্দে আমাৰ বাগী পাৰ হৈ গ'ল; প্ৰাচীন বৃক্ষৰাজিৰ ডালবোৰে আমাৰ মূৰৰ ওপৰত সৃষ্টি কৰিছে এক সুৰংগ। বাস্কাৰভিলে মূৰৰ ওপৰত গছৰ ডাল-পাতবোৰে বেৰি থকা দেখি আৰু সুদীৰ্ঘ আন্ধাৰ পথেদি দূৰৈত প্ৰেতাত্মাৰ দৰে থিয় দি থকা বাসগৃহটো লক্ষ্য কৰি জিকাৰ খাই উঠিল।

তেওঁ লাহেকৈ সুধিলে, "ইয়াতে হৈছিল নেকি?"

"নহয়, ইউ গলিটো সিটো ফালেহে আছে।"

মলিন মুখেৰে ডেকা উত্তৰাধিকাৰীজনে চাৰিওফালে এবাৰ চালে। তেওঁ ক'লে, "মোৰ খুৰাই এনে পৰিৱেশত বিপদৰ কথা চিন্তা কৰি থকাটোৱেই স্বাভাৱিক। যিকোনো মানুহেই ইয়াত ভয় খাব। ছমাহৰ ভিতৰতে মই এশাৰী বিজুলী বাতিৰ ব্যৱস্থা কৰি দিম। বাসগৃহৰ সম্মুখত 'ছৱান এণ্ড এডিছন' কোম্পানিৰ এহাজাৰ 'কেণ্ডল্ পাৱাৰ'ৰ বিজুলীৰ ব্যৱস্থা হ'লে এই পৰিৱেশ আৰু নাথাকিব।"

পথৰ মূৰত এডৰা বিশাল মটৰ-বাহান আৰু তাৰ পাছতে আমি বাসগৃহৰ সম্মুখত উপস্থিত। ম্লান পোহৰতে মই ধৰিব পাৰিলোঁ মাজৰ মূল গৃহটোৰপৰা এটা বুলনীঘৰ ওলাই আহিছে। বাসগৃহটোৰ সম্মুখ ফালটো আইভিলতাই বেৰি আছে। আইভিলতাই পাৰিবাৰিক প্ৰতীক চিহ্ন আৰু খিৰিকিবোৰক ঠাই এৰি দিছে। মূল গৃহটোৰপৰাই সুপ্ৰাচীন স্তম্ভ দুটা ওপৰলৈ ওলাই গৈছে। স্তম্ভৰ বেৰত ঠায়ে ঠায়ে কামান-হিলৈ স্থাপন কৰিব পৰাকৈ ছিদ্ৰ আছে। বন্দুকৰ গুলীয়ে ভেদি কৰা দাগো স্তম্ভৰ গাত দেখা গৈছে। স্তম্ভৰ দুয়োকাষে আছে ক'লা গ্ৰেনাইটেৰে নিৰ্মাণ কৰা আধুনিক পাৰ্শ্ব বাসস্থান। বৃহদাকাৰ খিৰিকিবোৰৰ মাজেৰে ম্লান পোহৰৰ ৰেখা দেখা পোৱা গৈছে।

ঘৰৰ মূধচৰ ওপৰৰ ওখ চিমনিয়েদি ক'লা ধোঁৱা নিৰ্গত হৈ আছে।

"ছাৰ হেনৰি, স্বাগতম। বাস্কাৰভিল হললৈ স্বাগতম।"

বুলনী চ'ৰাৰ আন্ধাৰৰপৰা এজন ওখ মানুহ ওলাই আহি আমাৰ বাগীখনৰ দুৱাৰ খুলি দিলেহি। হলৰ হালধীয়া পোহৰত এগৰাকী নাৰীৰ অৱয়ব দেখা গ'ল। তেওঁ ওলাই আহিল আৰু মানুহজনক বস্তু-বাহানি নমোৱাত সহায় কৰিলে।

ডাঃ মৰ্টিমাৰে ক'লে, "ছাৰ হেনৰি, বেয়া নাপাব। মই পোনে পোনেই ঘৰলৈ যাব খোজোঁ। পত্নীয়ে চাগে মোলৈ অপেক্ষা কৰি আছে।"

"আপুনি নিশ্চয় ইয়াতে ৰাতিৰ আহাৰ খাইহে যাব?"

"নাই, নাই, মই যাবহে বিচাৰোঁ। বোধকৰোঁ কৰিবলগীয়া কিবা কামো থাকিব পাৰে। মই আপোনাক ঘৰটো দেখুৱাবলৈ অলপ ৰৈ যাব পাৰিলে ভাল আছিল, পাছে এই কামত বেৰিম'ৰ মোতকৈ বেছিহে উপযুক্ত। বিদায়, যেতিয়াই কিবা প্ৰয়োজন হয়,

দিনতে হওক বা ৰাতিয়েই হওক, মই আপোনাক সহায় কৰিবলৈ পালে আনন্দ পাম।"

বাগীখন ঘূৰিল। ছাৰ হেনৰি আৰু মই ঘৰত সোমোৱাৰ লগে লগে গধুৰ দুৱাৰখন শব্দ কৰি বন্ধ কৰি দিয়া হ'ল। বাহিৰত জৰাজীৰ্ণ যেন লাগিলেও ঘৰটোৰ ভিতৰখন অতিকৈ সুন্দৰ। ওখ, বিশাল, বয়সে ক'লা বোল সনা অ'ক গছৰ বিশাল চতি আৰু কৰাই শোভা কৰা কোঠাৰ ভিতৰত আমি সোমাই পৰিলোঁ। আহল-বহল পুৰণিকলীয়া জুহালখনৰ লোহাৰ চিকৰ ওপৰত কাঠৰ ডগমগীয়া জুই জ্বলি আছে। দীঘলীয়া যাত্ৰাত ঠেঁটুৱৈ ধৰা জাৰত জঠৰ হোৱা হাতকেইখন ছাৰ হেনৰি আৰু মই জুইৰ ওপৰত মেলি ধৰিলোঁ। প্ৰাচীন [illegible] আইনাৰ ওখ পাতল খিৰিকি, অ'ক কাঠৰ কামবোৰ, হৰিণৰ মূৰ আৰু দেৱালত ওলমি থকা পৰিয়ালৰ প্ৰতীক চিহ্নবোৰ, মাজত জ্বলি থকা লণ্ঠনৰ মৃদু পোহৰত এই সকলোবোৰেই গাম্ভীৰ্য্য সহকাৰে আমাৰ দৃষ্টিপটত ধৰা দিলে।

ছাৰ হেনৰিয়ে ক'লে, "সকলোবোৰ মই যেনেকৈ ভাবিছিলোঁ তেনেই দেখিছোঁ। এয়া জানো প্ৰাচীন পৰিয়ালৰ বাসগৃহৰ চিত্ৰপট নহয়? চিন্তা কৰি চাওকচোন, পাঁচ শতিকা জুৰি এই গৃহতে মোৰ পূৰ্বপুৰুষসকলে বাস কৰিছিল। কথাষাৰ ভাবিলেই মনটো এক গভীৰ শ্ৰদ্ধাৰ ভাবেৰে ভৰি পৰে।"

বালকসুলভ উৎসাহেৰে চাৰিওফালে থৰ লাগি চাই থকা তেওঁৰ মলিন মুখখন উজলি উঠা দেখিলোঁ। আমাৰ কোঠাবোৰত বস্তু-বাহানিবোৰ থোৱাৰ পাছত বেৰিম'ৰ ঘূৰি আহিল। তেওঁ এতিয়া এজন সু-শিক্ষিত ভৃত্যৰ দৰেই আমাৰ সন্মুখত বিনয়েৰে থিয় দি থাকিল। তেওঁ এজন ওখ-পাখ, মুখত একোছা ক'লা ডাঢ়ি আৰু শেঁতা বৰণৰ বিশিষ্টতাপূৰ্ণ অৱয়বেৰে সুশ্ৰী লোক।

"মহাশয়, নিশাৰ আহাৰ পৰিৱেশন কৰিম নেকি এতিয়া?"

"সাজু নেকি?"

"মহাশয়, কেইমিনিট মানৰ ভিতৰতে সাজু হ'ব। আপোনাৰ কোঠাত গৰম পানীৰো ব্যৱস্থা কৰা হৈছে। নতুনকৈ ব্যৱস্থা নকৰালৈকে মই আৰু মোৰ পত্নীয়ে আপোনাৰ সেৱাৰ কাৰণে ইয়াত থাকি ভালেই পাম। বৰ্তমানৰ নতুন পৰিৱেশত পাছে সুযোগ্য কৰ্মচাৰীৰ প্ৰয়োজন হ'ব।"

"নতুন পৰিৱেশ কি?"

"মই ক'ব বিচাৰিছোঁ যে ছাৰ চাৰ্লছে এক অকলশৰীয়া অৱসৰ জীৱন-যাপন কৰিছিল। আমি সহজেই তেওঁৰ প্ৰয়োজনখিনি মিটাব পাৰিছিলোঁ। স্বাভাৱিকতে

আপোনাৰ বন্ধু-বান্ধৱ, আহলী-অতিথি বৃদ্ধি পাব। সেয়েহে গৃহ পৰিচালনাতো সলনি ঘটিব।"

"তুমি ক'ব খুজিছা নেকি যে সপত্নীক আমাৰ বাসগৃহ এৰি যাব খুজিছা?"

"আপোনাৰ কোনো অসুবিধা নকৰাকৈ আমি যাব খোজোঁ।"

"কিন্তু তোমালোকৰ পৰিয়ালেতো আমাৰ গৃহত পুৰুষানুক্ৰমে আছা, নহয় জানো? এটা পৰিয়ালৰ লগত এনেদৰে সম্পৰ্ক ছেদ কৰি ইয়াত জীৱন-যাপন আৰম্ভ কৰিবলৈ মই ভাল নাপাম।"

ভৃত্যজনৰ বগা মুখখনৰ অভিব্যক্তিত দেখা গ'ল আবেগ প্ৰৱণতাৰ আভাস।

"মোৰো তেনেই অনুভৱ। মোৰ পৰিবাৰেও একে ধৰণেই ভাবে। পাছে প্ৰকৃত কথাটো হ'ল ছাৰ চাৰ্লছৰ লগত আমি বৰকৈ বান্ধ খাই পৰিছিলোঁ। তেওঁৰ মৃত্যুত আমি অতিকৈ আঘাত পালোঁ। ইয়াৰ পৰিৱেশ এতিয়া আমাৰ সহ্য নোহোৱা হৈছে। বাস্কাৰভিল হলত স্বাভাৱিকভাৱে কাম কৰাটো আমাৰ কাৰণে কঠিন হ'ব।"

"পাছে তোমালোকে কি কৰিম বুলি ভাবিছা?"

"আমি কিবা এটা ব্যৱসায় আৰম্ভ কৰিব পাৰিম। তাত সন্দেহ নাই। ছাৰ চাৰ্লছৰ বদান্যতাই আমাক বৰকৈ সহায় কৰিলে। এতিয়া মহাশয়, মই আপোনালোকৰ কোঠাবোৰ দেখুৱাওঁ।"

পুৰণা হলঘৰটোৰ ওপৰত চাৰিওপিনে চাৰিচুকীয়াকৈ ৰেইলিঙেৰে ঘেৰা এখন বাৰাণ্ডা। তাৰ মাজ ভাগৰপৰাই দুটা দীঘলীয়া কৰিডৰেৰে যাব পৰাকৈ পাৰ্শ্ব বাসস্থানৰ কোঠাবোৰ আছে। মোক দিয়া কোঠাটো বাস্কাৰভিলক দিয়াটোৰ একে শাৰীতে আৰু প্ৰায় কাষতে অৱস্থিত। কোঠাবোৰ বাসগৃহটোৰ মাজৰ অংশৰ তুলনাত অতি আধুনিক যেন লাগিল। উজ্জ্বল আৱৰণ আৰু অসংখ্য মমৰ পোহৰে আহি পাওঁতেই আমাৰ মনলৈ অনা বিমৰ্ষ অনুভূতি আঁতৰাই পেলালে। কিন্তু হলঘৰটোত থকা ভোজন গৃহৰ আন্ধাৰ আৰু ছাঁয়ে আমাৰ মন সেমেকাই পেলালে।

এইটো এটা দীঘলীয়া কোঠা। পৰিয়ালৰ খোৱা-বোৱা কৰা মঞ্চৰ দৰে ঠাইখনৰপৰা এখোজ তলত তলতীয়া কৰ্মচাৰীসকলৰ ঠাই। এফালে গান-বাজনা কৰা লোকৰ কাৰণে থকা গেলাৰি। আমাৰ মূৰৰ ওপৰত ক'লা চতি কাঠবোৰ আছে। তাৰ ওপৰতে ধোঁৱাই ক'লা কৰা ছিলিং। শাৰী শাৰী চকু ছাট মৰা চাকিয়ে যদি এতিয়া পোহৰ বিলালেহেঁতেন আৰু অতীতৰ ভোজ সভাৰ আনন্দোচ্ছল পৰিৱেশ যদি আজিও বিৰাজমান হ'লহেতেন, গোমা অৱস্থাটো হয়তো এতিয়া অনুভূত নহ'লহেঁতেন। পাছে এই মুহূৰ্তত ক'লা-পৰিধানেৰে এটা লণ্ঠনৰ শেঁতা পোহৰত বি দুজন ভদ্ৰলোক বহি

আছে, তেওঁলোকৰ এজনৰ মাত হেৰাল আৰু আনজনৰ আনন্দোচ্ছ্বাস সেমেকি গ'ল।

অস্পষ্ট পোহৰৰ মাজতে এলিজাবেথীয় যুগৰপৰা আৰম্ভ কৰি, বিভিন্ন সাজ পিন্ধি এলানি নাইটে আমালৈ এতিয়া মনোযোগেৰে নিৰীক্ষণ কৰি আছে। তেওঁলোকৰ নিৰ্বাক সংগই আমাক ভীতিগ্ৰস্ত কৰি তুলিলে। আমি খাওঁতে বিশেষ একো কথা-বতৰা নাপাতিলোঁ। খোৱা শেষ কৰিয়েই আমি আধুনিক ধৰণে নিৰ্মাণ কৰা বিলিয়াৰ্ড খেলা কোঠাটোলৈ সোমাই গৈ একোটা চুৰট মুখত দি ৰেহাই পালোঁ।

ছাৰ হেনৰিয়ে ক'লে, "মই ভাবোঁ এইখন মনোৰম ঠাই নহয়। অৱশ্যে ঠাইখনৰ লগত খাপ খাবলৈ প্ৰয়াস কৰিব পৰা যায়, পাছে বৰ্তমানে মই অসহায় অনুভৱ কৰিছোঁ। এই ঘৰত অকলে থাকি মোৰ খুৰা যে ঘনাই অস্থিৰ হৈ উঠিছিল, সি তেনেই স্বাভাৱিক। যদি আপুনি বেয়া নাপায়, আজি নিশা, সোনকালেই এৰা-এৰি হওঁ। কিজানি পুৱালৈ ভালেই লাগে।"

বিছনাত পৰাৰ আগতে মই খিৰিকিৰ পৰ্দাখন একাষলৈ নি বাহিৰলৈ চালোঁ। হলঘৰৰ সম্মুখৰ ঘাঁহনিলৈ মোৰ চকু গ'ল। তাৰ সিফালেই দুশাৰী গছে বতাহত হালিজালি কাতৰোক্তি কৰিছে। আকাশত দৌৰি ফুৰা মেঘৰ মাজেৰে অৰ্ধ-চন্দ্ৰই ভুমুকি মাৰিছে। এই শীতৰ নিশা গছ-গছনি চেৰাই গৈ মোৰ দৃষ্টি নিবদ্ধ হ'ল বিমৰ্ষ তৃণভূমি অঞ্চল আৰু শৈল স্তূপৰ সুদীৰ্ঘ প্ৰান্তৰেখাত। মই ভাবিলোঁ শোৱাৰ আগতে এয়ে মোৰ শেষ স্মৃতি।

পাছে এয়া শেষ স্মৃতি প্ৰকৃততে নহ'ল। ভাগৰে মোক হেঁচি ধৰিছে, অথচ মই সাৰে আছোঁ। বিছনাত ইফালে এবাগৰ, সিফালে এবাগৰ মাৰি টোপনি অনাৰ চেষ্টা কৰিছোঁ, কিন্তু সফল হোৱা নাই। দূৰত ক'ৰবাত প্ৰতি পোন্ধৰ মিনিটে ঘড়ীৰ ঘন্টা বাজিছে। ঘণ্টাধ্বনিৰ ব্যতিৰেকে মাথোঁ নৈঃশব্দ বিৰাজমান। নিশা তেতিয়া গভীৰ, মোৰ কাণত হঠাতে প্ৰতিধ্বনিত হ'ল অতি স্পষ্ট, তীব্ৰ আৰু সন্দেহাতীত এক শব্দ। নাৰীৰ উচুপনিৰ শব্দ। বাধাহীন বেদনাত বিদীৰ্ণ কাৰোবাৰ ডিঙি চেপা খাই হোৱা কণ্ঠৰুদ্ধ হোঁপনিৰ শব্দ। মই বিছনাতে উঠি বহিলোঁ। শব্দটো আকৌ মনোযোগেৰে শুনিলোঁ। এই শব্দ দূৰৰপৰা অহা হ'বই নোৱাৰে। নিশ্চয় ই এই বাসগৃহৰ অন্তৰ্বৰ্তী কোনোবা ঠাইৰপৰা আহিছে। মোৰ সমস্ত স্নায়ুতন্ত্ৰ সজাগ কৰি ৰাখি আধা ঘন্টা সময় মই অপেক্ষা কৰি ৰ'লোঁ। নাই, সেই শব্দ আৰু শুনা নগ'ল। মাথোঁ শুনা গ'ল ঘড়ীৰ ঘণ্টা-ধ্বনি আৰু দেৱালত বগোৱা আইভিলতাৰ সৰ্‌সৰণি শব্দ।

অধ্যায় ৭

# মেৰিপিট হাউছৰ নিবাসী ষ্টেপলটন

বাস্কাৰভিল হলত প্ৰথম অভিজ্ঞতাতে পোৱা বৰ্ণহীন, বিষাদময় অনুভৱৰ ভালেখিনি পাছদিনা পুৱাৰ সতেজ সৌন্দৰ্য্যই ধুই-মচি নিকা কৰিবলৈ সমৰ্থ হ'ল। ছাৰ হেনৰি আৰু মই যেতিয়া প্ৰাতবাশৰ কাৰণে বহোঁ, ওপৰত থকা খিৰিকিবোৰেদি সূৰ্য্যৰ ৰশ্মিৰ টৌ বাগৰি পৰিছে আৰু প্ৰতীক চিহ্নবোৰ বোলাই থোৱা বিভিন্ন পানী ৰঙে সূৰ্য্যৰ সোণালী পোহৰত অপূৰ্ব বৰ্ণৰ সমাৱেশ ঘটাইছে। ক'লা কাঠৰ ফলকবোৰত সোণালী ৰশ্মি পৰি ব্ৰঞ্জৰ দৰে জিলিকিছে। আমাৰ মানসত এই গৃহই যে কালি সন্ধিয়া বিমৰ্ষতাৰ সৃষ্টি কৰিছিল, সেইটো এতিয়া উপলব্ধি কৰাই কঠিন।

বেৰনেটজনে ক'লে, "আমাৰ কালিৰ উপলব্ধিৰ কাৰণে দোষটো বোধকৰোঁ আমাৰ নিজৰে, ঘৰটোৰ একো দোষ নাই। সুদীৰ্ঘ যাত্ৰাৰ কাৰণে আমি আছিলোঁ ক্লান্ত, ঠেটুৰে লগা জাৰে আমাৰ দেহা অৱশ কৰিছিল, সেয়েহে ঠাইখনে আমাক বিমৰ্ষ কৰিছিল। এতিয়া আমি সতেজ, সজীৱ; ঠাইখনো এতিয়া মনোৰম।"

মই উত্তৰ দিলোঁ, "তথাপিও পাছে সকলোখিনিকে আমাৰ কল্পিত মানসৰ সৃষ্টি বুলি উলাই কৰিব নোৱাৰি। যেনে, আপুনি বাৰু নিশা কোনোবা এগৰাকীয়ে, তেওঁ এগৰাকী তিৰোতা মানুহ যেন লাগে, উচুপি উচুপি কন্দা শুনা নাছিলনে?"

"কথাটো বৰ কৌতূহলজনক, কিয়নো মোৰ তন্দ্ৰা-মগ্ন অৱস্থাতে তেনেকৈ কোনোবাই কন্দা যেন পাইছিলোঁ। মই অলপ সময় কাণ উনাই ৰ'লোঁ, পাছে আৰু নুশুনিলোঁ, সেয়েহে ভাবিলোঁ মই কিজানি সপোনহে দেখিছোঁ।"

"মই স্পষ্টকৈ শুনিছিলোঁ। আৰু মই একেবাৰে নিশ্চিত যে সেয়া তিৰোতা মানুহৰ উচুপনি আছিল।"

"আমি এতিয়াই এই বিষয়ে সোধা ভাল হ'ব।" এইবুলি কৈ তেওঁ ঘণ্টা বজালে আৰু বেৰিম'ৰ অহাত তেওঁ ঘটনাটোৰ বিষয়ে সুধিলে। মোৰ এনেহে লাগিল যেন গৰাকীৰ প্ৰশ্ন শুনি ভৃত্যজনৰ শেঁতা মুখমণ্ডল আৰু অলপ বেছি শেঁতা পৰি গ'ল।

তেওঁৰ উত্তৰ, "ছাৰ হেনৰি, আমাৰ এই বাসগৃহত দুগৰাকী তিৰোতা মানুহেই আছে, এগৰাকীয়ে বাচন-বৰ্তন ধোৱে। তেওঁ সিফালৰ কাষৰ ঘৰটোত থাকে, আৰু আনগৰাকী হ'ল মোৰ পৰিবাৰ। মই এইটো নিশ্চিতভাৱে ক'ব পাৰোঁ যে মোৰ পৰিবাৰে কন্দা নাই।"

দেখদেখকৈয়ে ভৃত্যজনে মিছা মাতিলে। প্ৰাতৰাশৰ পাছতে তেওঁৰ পৰিবাৰক মই বুলনীত লগ পালোঁ। সূৰ্যৰ পোহৰ তেওঁৰ সমগ্ৰ মুখমণ্ডলত পৰিছে। তেওঁ এগৰাকী শকত-আৱত উদাস স্বভাৱৰ তিৰোতা, মুখত কাঠিন্যৰ আভাস। তেওঁ মোলৈ দৃষ্টি পেলাওঁতেই তেওঁৰ ৰঙা পৰা চকু আৰু উখহা চকুৰ পতাৰ পৰা মই আচল সন্দেহটোকে পালোঁ। তাৰ মানে তেৱেঁই নিশা উচুপিছিল আৰু তেওঁৰ স্বামীয়ে সেয়া গম পাইছিল। তথাপি তেওঁ মিছা মাতিলে আৰু পাছত ধৰা পৰাৰ বিপদটো চপাই ল'লে। কিয় তেওঁ এনে কৰিলে? তেওঁৰ পত্নীয়েনো কিয় ফেকুৰি ফেকুৰি কান্দিছিল? ইতিমধ্যে এই শেঁতামুখীয়া, ক'লা ডাঢ়ীয়া সুশ্ৰী মানুহজনৰ প্ৰতি এক বিমৰ্ষ, ৰহস্যজনক ধাৰণা গঢ় লৈছে। এৱেঁইতো পোন প্ৰথমতে ছাৰ চাৰ্লছৰ মৃতদেহ আৱিষ্কাৰ কৰিছিল আৰু বৃদ্ধগৰাকীক মৃত্যুমুখলৈ লৈ যোৱাৰ সকলো ঘটনাৰ বিৱৰণ এওঁৰ মুখৰপৰাইতো শুনা গৈছে। আমি ৰিজেন্ট ষ্ট্ৰীটত গাড়ীখনত দেখা পোৱা মানুহজন বেৰিম'ৰেই আছিল নেকি? ডাঢ়িকোছাতো এনেকুৱাই আছিল। অৱশ্যে কচোৱানজনে মানুহজন চাপৰ বুলি কৈছিল, কিন্তু তেওঁৰ ভুলো হ'ব পাৰে। এই দোধোৰ-মোৰত পৰিলোঁ, কথাটোৰ কেনেকৈ মীমাংসা কৰা যায়? স্বাভাৱিকতে এতিয়া মোৰ প্ৰথম কামটোৱেই হ'ব গ্ৰিমপেন পোষ্ট অফিছলৈ গৈ তাৰ পোষ্টমাষ্টৰৰপৰা এইটো নিশ্চিত কৰা যে তেওঁ আমি পঠোৱা পৰীক্ষামূলক টেলিগ্ৰামখন প্ৰকৃত বেৰিম'ৰ নিজৰ হাতত দিছিলনে নাই। তেওঁৰ উত্তৰ যিয়েই নহওক, মই শ্বাৰলক হ'ম্‌ছলৈ ৰিপ'ৰ্ট পঠোৱাত সি সহায়ক হ'ব।

ছাৰ হেনৰি প্ৰাতৰাশৰ পাছতে দৰকাৰী কাগজ-পত্ৰ চোৱাত ব্যস্ত হ'ল। এই সময়তে মই চফৰলৈ ওলালোঁ। তৃণভূমিৰ কাষে কাষে চাৰি মাইল পথ খোজ কাঢ়ি ভালেই লাগিল। অৱশেষত মই বিশেষত্বহীন সৰু গাঁওখন পালোঁ। গাঁওখনৰ বৃহদাকাৰ ঘৰ দুটাৰ এটা হ'ল ডা০ মৰ্টিমাৰৰ বাসগৃহ আৰু আনটো চৰাইখানা। পোষ্টমাষ্টৰজনেই গাঁৱৰ গেলামাল বেচোঁতাও। টেলিগ্ৰামখনৰ কথা তেওঁৰ মনত ভালকৈয়ে আছে।

তেওঁ ক'লে, "এইটো নিশ্চয়কৈ ক'ব পাৰোঁ যে সেই টেলিগ্ৰামখন নিৰ্দেশ অনুসাৰেই মিষ্টাৰ বেৰিম'ৰক দিয়া হৈছিল।"

"কোনে দিছিল?"

"এই মোৰ ল'ৰাজনেই গৈ দি আহিছিল। জেমছ, তুমি যোৱা সপ্তাহত 'হল'লৈ গৈ মিষ্টাৰ বেৰিম'ৰক টেলিগ্ৰামখন দি অহা নাছিলানে?"

"দিছিলোঁ, দেউতা।"

মই সুধিলোঁ, "তেওঁৰ নিজৰ হাতত?"

"মই যাওঁতে তেওঁ একেবাৰে আটালত কিবা কাম কৰি আছিল। সেয়েহে মিছেছ বেৰিম'ৰৰ হাতত সেইখন দিলোঁ। তেওঁ টেলিগ্ৰামখন তৎক্ষণাৎ মিষ্টাৰ বেৰিম'ৰক দিব বুলি কৈছিল।"

"তুমি বেৰিম'ৰক দেখিছিলা?"

"নাই মহাশয়, মই দেখোন কৈছোঁৱেই তেওঁ আটালত আছিল বুলি।"

"যদি তুমি দেখাই নাছিলা, তেন্তে তেওঁ ওপৰত আছিল বুলি তুমি কেনেকৈ জানিলা?"

পোষ্টমাষ্টৰজনে বিৰক্তিৰে ক'লে, "তেওঁৰ পত্নীয়ে নিশ্চয় জানিছিল তেওঁ ক'ত আছিল। তেওঁ টেলিগ্ৰামখন পোৱা নাই নেকি? যদি কিবা ভুল হৈছে, তেনেহ'লে মিষ্টাৰ বেৰিম'ৰেহে নিজে অভিযোগ কৰিব পাৰে।"

মোৰ অনুসন্ধান আৰু আগুৱাই লৈ যোৱাটো অৰ্থহীন বুলি ভাবিলোঁ। হ'মছে কূট-কৌশল খটায়ো সেই সময়ত বেৰিম'ৰ লণ্ডনত আছিল নে নাই সঠিক প্ৰমাণ সংগ্ৰহ কৰিব নোৱাৰিলে। যদি তেওঁ সেই সময়ত লণ্ডনতে আছিল, যদিহে তেৱেঁই শেষ মুহূৰ্তত ছাৰ চাৰ্লছক জীৱিত অৱস্থাত দেখিছিল আৰু যদি তেৱেঁই নতুনকৈ ইংলণ্ডলৈ অহা উত্তৰাধিকাৰীজনক অনুসৰণ কৰিছিল, তেনেহ'লে কি ধাৰণা কৰিব পৰা হয়? তেওঁ আন কাৰোবাৰ এজেণ্ট স্বৰূপে কাম কৰিছিলনে, নে তেওঁৰ নিজৰে কিবা কুটিল চক্ৰান্ত আছে নেকি? বাস্কাৰভিল পৰিয়ালৰ অনিষ্ট সাধন কৰিলে তেওঁৰ কি স্বাৰ্থ পূৰণ হ'ব? মই 'টাইমছ' কাকতৰ প্ৰবন্ধৰপৰা আখৰ আনি এঠাই দি লিখা চিঠিখনত থকা আচহুৱা সাৱধানবাণীৰ কথা চিন্তা কৰিলোঁ। এই কামটো তেওঁৰে আছিলনে নে আন কোনোবা ব্যক্তিৰ, যিজনে তেওঁৰ আঁচনি নিষ্ফল কৰিব খুজিছিল? চিন্তা কৰি চালে এটাই উদ্দেশ্য ওলাই পৰে, যিটোৰ এটা আভাস ছাৰ হেনৰিয়ে দিছিল। ছাৰ হেনৰিয়ে কৈছিল যে বোধগম্য উদ্দেশ্যটো হ'ল কেনেবাকৈ তেওঁৰ পৰিয়ালৰ লোকক ভয় খুৱাই আঁতৰাই পঠাব পাৰিলেই বেৰিম'ৰৰ পৰিয়ালে চিৰস্থায়ীকৈ এক মনোৰম বাসগৃহ পাব। কিন্তু ডেকা বেৰনেটজনৰ বিৰুদ্ধে যি এক গভীৰ আৰু গোপন ষড়যন্ত্ৰৰ অদৃশ্য জাল ৰচনা কৰা যেন লাগিছে, তাৰ ইমান সহজ ব্যাখ্যা নিশ্চয় যথোপযুক্ত নহয়। হ'মছে নিজেইতো কৈছে তেওঁ দীৰ্ঘদিনীয়া ৰোমহৰ্ষক অনুসন্ধানত কেতিয়াও এনে জটিল কেছৰ সন্মুখীন হোৱা নাছিল। ধূসৰবৰ্ণ নিৰ্জন পথটোৰেদি উভতি যাওঁতে মই মাথোঁ প্ৰাৰ্থনা জনাইছোঁ যে সোনকালেই মোৰ বন্ধুজন তেওঁৰ আন জৰুৰী কামৰপৰা মুক্ত হওক আৰু ইয়ালৈ আহি এই কেছটোৰ গধুৰ দায়িত্ব মোৰপৰা চমজি লওক।

হঠাতে মোৰ পিছফালে দৌৰাৰ শব্দই মোৰ চিন্তা স্ৰোতত আউল লগালে। কোনোবাই মোক নাম কাঢ়ি মতাও শুনিলোঁ। মই ডাঃ মৰ্টিমাৰক দেখা পাওঁ বুলি মূৰ ঘূৰাই দেখা পালোঁ যে কোনোবা এজন অচিনাকি লোকহে মোৰ পিছে পিছে আহিছে। মানুহজন চুটি-চাপৰ, ডাঢ়ি চাফাকৈ খুৰোৱা, চুলি শেঁতা-হালধীয়া, বয়স চল্লিছ বছৰমান, পৰিধানত ধোঁৱা বৰণীয়া ছুট আৰু মূৰত খেৰৰ টুপী। তেওঁৰ বাহুত ওলমিছে জৈব নমুনা কঢ়িওৱা এটা টিনৰ বাকছ, আৰু এখন হাতত আছে এখন পখিলা ধৰা জাল।

মোৰ ওচৰলৈ দৌৰি আহি মানুহজনে যোঁপাই-জোঁপাই ক'লে, "ডাঃ ৱাটছন, মই নিশ্চিত, আপুনি মোৰ ধৃষ্টতা ক্ষমা কৰিব। এই তৃণভূমিত আমি এটা পৰিয়ালৰ নিচিনা, সেয়েহে আনুষ্ঠানিকভাৱে পৰিচয় হোৱাটো নিষ্প্ৰয়োজন। আপুনি নিশ্চয় আমাৰ উমৈহতীয়া বন্ধু মৰ্টিমাৰৰপৰা মোৰ বিষয়ে শুনিছে। মই মেৰিপিট হাউছ নিবাসী ষ্টেপলটন।"

মই ক'লোঁ, "আপোনাৰ জাল আৰু বাকছে পৰিচয় দিছেই, কিয়নো মই ইতিমধ্যে গম পাইছোঁ, যে মিষ্টাৰ ষ্টেপলটন এজন প্ৰকৃতিবিদ। কিন্তু আপুনি মোৰ কথা কেনেকৈ জানিলে?"

"মৰ্টিমাৰৰ ওচৰলৈ মই আহিছিলোঁ। তেওঁৰ শল্য-চিকিৎসাৰ কোঠাৰপৰা খিৰিকিয়েদি আঙুলিয়াই আপোনাৰ চিনাকিটো দিলে। যিহেতু আপুনি যোৱা বাটেৰেই ময়ো ঘৰলৈ যাব লাগিব, সেয়েহে ভাবিলোঁ অলপ বেগাই আহি আপোনাৰ লগত চিনাকি হওঁ। ছাৰ হেনৰিয়ে চাগে যাত্ৰাটোত একো অসুবিধা পোৱা নাই?"

"ধন্যবাদ, তেওঁ ভালেই আছে।"

"ইয়াকে ভাবি আমি ভয় খাই আছিলোঁ যে ছাৰ চাৰ্লছৰ দুখজনক মৃত্যুৰ পাছত নতুন বেৰনেটজনে ইয়ালৈ আহিবলৈ থেৰেগেঁৱো কৰিব। এনেকুৱা এখন ঠাইলৈ এগৰাকী সম্পদশালী মানুহক আহি বসতি কৰিবলৈ কোৱাটো সঁচাকৈয়ে কঠিন, পাছে তেনে ব্যক্তিৰ উপস্থিতিয়ে এনে গ্ৰাম্য এলেকাৰ প্ৰচুৰ উপকাৰ সাধে। বোধকৰোঁ ঘটনাটোক লৈ ছাৰ হেনৰিৰ অন্ধবিশ্বাসজনিত একো ভয় নাই?"

"তেওঁৰ এনে ভয় নাই।"

"আপুনি নিশ্চয় পৰিয়ালটোৰ অনিষ্ট কৰা পিশচীয়া কুকুৰটোৰ উপাখ্যানটো জানে?"

"শুনিছোঁ।"

"ইয়াৰ খেতিয়কসকলে যে কথাটো ইমান বেছিকৈ বিশ্বাস কৰে। বাকে সোধক

তেৰেঁই নিজ চকুৰে তেনে এটা প্ৰাণী তৃণভূমিত দেখা বুলি ক'ব।" কথাবাৰ কওঁতে তেওঁ মিচিকিয়াই আছিল, কিন্তু তেওঁৰ দৃষ্টিত এনে এক অভিব্যক্তি ফুটি উঠিছে যে মোৰ ধাৰণা, তেৰোঁ কথাটো গুৰুত্ব সহকাৰে লৈছে। তেওঁ আকৌ ক'লে, "উপাখ্যানটোৱে ছাৰ চাৰ্লছৰ মনত প্ৰভাব পেলাইছিল, আৰু ইয়েই যে তেওঁৰ মৃত্যু ঘটাইছিল তাত কোনো সন্দেহ নাই।"

"কিন্তু কেনেকৈ?"

"তেওঁৰ স্নায়ুতন্ত্ৰ এনেদৰে উত্তেজিত হৈ আছিল যে কোনো কুকুৰৰ আবিৰ্ভাৱেই তেওঁৰ দুৰ্বল কলিজাত বিৰূপ প্ৰভাব পেলাই মৃত্যু ঘটাব পাৰে। মই ভাবোঁ সেই শেষ নিশাটোত তেওঁ ইউ গলিত কুকুৰ এটা দেখা পায়েই মৃত্যু বৰণ কৰিছিল। এনেকুৱা এটা অঘটন সংঘটিত হ'ব পাৰে বুলি মোৰ বৰ ভয় লাগি আছিল, কিয়নো বৃদ্ধগৰাকীক মই বৰ ভাল পাইছিলোঁ আৰু তেওঁৰ হৃদযন্ত্ৰও বৰ দুৰ্বল আছিল বুলি গম পাইছিলোঁ।"

"তেওঁৰ শাৰীৰিক অৱস্থাৰ কথা আপুনি কেনেকৈ জানিছিল?"

"বন্ধু মৰ্টিমাৰে মোক এই খবৰবোৰ দিছিল।"

"তেনেহ'লে আপুনি ভাবে যে কুকুৰ এটাই ছাৰ চাৰ্লছৰ পিছ লৈছিল আৰু তাৰ ভয়তে তেওঁৰ মৃত্যু ঘটিল?"

"আপোনাৰ কিবা আন ভাল ব্যাখ্যা আছে নেকি?"

"মই কোনো সিদ্ধান্তলৈ অহা নাই।"

"শ্বাৰলক হ'ম্‌ছো আহিছে নেকি?"

মুহূৰ্ততে মোৰ যেন উশাহ হেৰাই গ'ল। কিন্তু তেওঁৰ ধীৰ, শান্ত আৰু স্থিৰ চকুত দৃষ্টি পেলাই গম পালোঁ যে তেওঁ ইয়াত আচৰিত হ'বলগীয়া একো নাই বুলিয়েই ভাবিছে।

তেওঁ ক'লে, "ডাঃ ৱাটছন, আমি মিছাকৈ ভাও জুৰি থাকি লাভ নাই। ডিটেক্টিভজনৰ অভিলেখৰ বিষয়ে আমি অৱগত, আৰু আপোনাৰ নামটো লওঁতেই আপোনাৰ চিনাকি স্পষ্ট হ'ল। আপুনি যেতিয়া ইয়ালৈ আহিছে, এইটো স্বতঃসিদ্ধ যে শ্বাৰলক হ'ম্‌ছ ঘটনাটো সম্পৰ্কে আগ্ৰহী। স্বাভাৱিকতে মোৰো জানিবলৈ কৌতূহল হৈছে তেওঁনো ঘটনাটো সম্বন্ধে কি ভাবে।"

"মই দুঃখিত যে আপোনাক ইয়াৰ উত্তৰ দিব নোৱাৰিম।"

"তেওঁ নিজে এবাৰ ইয়ালৈ আহি আমাক কৃতাৰ্থ কৰিবনে?"

"বৰ্তমানে নগৰ এৰি তেওঁ আহিব নোৱাৰে। আন কেইটামান কেছত তেওঁ ব্যস্ত।"

"পুতৌজনক! আমাৰ তমসাচ্ছন্ন অৱস্থাত তেওঁ জ্যোতিৰ সন্ধান দিব পাৰিলেহেঁতেন। কিন্তু আপোনাৰ অনুসন্ধানত কিবাধৰণে মই সহায় আগ বঢ়াবলৈ প্ৰস্তুত, আপুনি নিৰ্দেশ দিলেই হ'ল। যদিহে আপুনি কেনেকুৱা সন্দেহ কৰিছে বা কেনেকৈ অনুসন্ধানত আগ বাঢ়িব খুজিছে জনায়, ময়ো আপোনাক বোধকৰোঁ এতিয়াই কিবা পৰামৰ্শ অথবা সাহায্য আগ বঢ়াব পাৰিম।"

"মই আপোনাক নিশ্চিতভাৱে কওঁ যে মোৰ বন্ধু ছাৰ হেনৰিৰ ওচৰলৈহে মই আহিছোঁ আৰু সেয়েহে মোৰ কোনো প্ৰকাৰৰ সাহায্যৰ প্ৰয়োজন নাই।"

ষ্টেপলটনে ক'লে, "ঠিক আছে! আপুনি সাৱধান আৰু সতৰ্ক হোৱাৰ সঠিক ব্যৱস্থাই লৈছে। মোৰ অন্যায় আৰু অনধিকাৰ হস্তক্ষেপৰ গৰিহণা ঠিক ধৰণেই পালোঁ। আপোনাৰ ওচৰত মোৰ প্ৰতিশ্ৰুতি [illegible] যে ভৱিষ্যতে এই বিষয়ে একো নোসোধোঁ।"

আমি আহি পথটোৰ এনে এডোখৰ ঠাইত ব'লোঁহি, য'ৰপৰা এটা ঘাঁহনিৰে ভৰা গলি তৃণভূমিৰ ফালে গৈছে। সোঁফাললৈ এখন থিয়, শিলাময় পাহাৰ; সেইখন বহুদিনৰ আগতে গ্ৰেনাইটৰ কুৰেৰি আছিল। আনফালেও এখন টেকীয়া, জেতুলি পকা জাতীয় গছেৰে ভৰা আন্ধাৰ পৰ্বত দেখা গৈছে। অলপ দূৰৈত ছাই বৰণীয়া ধোঁৱাৰ পাখি ওপৰলৈ উৰি থকা দেখিলোঁ।

তেওঁ ক'লে, "তৃণভূমিৰ এই গলিয়েদি অলপ খোজ কাঢ়িলেই আমি 'মেৰিপিট হাউছ' পাম। এঘণ্টামান সময় যদি দিব পাৰে, বোধকৰোঁ মোৰ ভগ্নীৰ লগত আপোনাক চিনাকি কৰি দিব পাৰিলোঁহেঁতেন।

পোনতে ভাবিলোঁ যে মই এতিয়া ছাৰ হেনৰিক সংগ দিয়াটোহে ভাল হ'ব। কিন্তু মোৰ মনত পৰিল যে তেওঁৰ পঢ়াৰ মেজত এদ'ম কাগজ, বিল আদি জমা হৈ আছে। সেইবোৰৰ যথোপযুক্ত ব্যৱস্থা কৰাত তেওঁকতো মই একো সহায় কৰিব নোৱাৰোঁ। তৃণভূমিত বাস কৰা প্ৰতিবেশীসকলৰ বিষয়ে অনুসন্ধান কৰিবলৈ হ'মছে মোক স্পষ্টভাৱে কৈছিল। সেয়েহে মই ষ্টেপলটনৰ নিমন্ত্ৰণ ৰক্ষা কৰি গলিটোৱেদি বাট বুলিলোঁ।

তৃণভূমিৰ ঠাৌৰ দৰে উঠা-নমা কৰি থকা পথাৰ আৰু থিয় হৈ থকা ৰুক্ষ গ্ৰেনাইটৰ ওপৰেৰে উথলি উঠা ঢৌৰুনীয়া সেউজৰ ঢৌৰে সৃষ্টি কৰা চমৎকাৰ দৃশ্যৰ ফালে দৃষ্টি বুলাই ষ্টেপলটনে ক'লে, "এই যে তৃণভূমি, সঁচাকৈয়ে এক বিস্ময়ৰ ঠাই।

আপুনি ইয়াত কেতিয়াও ক্লান্তি অনুভৱ নকৰে। ইয়াত থকা আশ্চৰ্য্যজনক গুপুত ৰহস্যৰ কথা ভাবি ওৰ পোৱা নাযায়। ইমান বিশাল, ইমান ৰুক্ষ আৰু ইমানেই ৰহস্যপূৰ্ণ।"

"তেনেহ'লে ঠাইখনৰ বিষয়ে আপুনি সম্পূৰ্ণৰূপে অৱগত?"

"মই ইয়ালৈ অহা মাথোঁ দুবছৰ হৈছে। ইয়াৰ নিবাসীসকলেও মোক এজন নতুন অধিবাসী স্বৰূপেই গণ্য কৰে। ছাৰ চাৰ্লছে থানথিত লোৱাৰ অলপ দিনৰ পাছতে আমিও আহোঁ। কিন্তু মোৰ আগ্ৰহ আছিল বাবেই মই অঞ্চলটোৰ চাৰিওফালে চুকে-কোণে অভিযান আৰম্ভ কৰিলোঁ। মই দৃঢ়ভাৱে ক'ব পাৰোঁ যে তৃণভূমিখনৰ বিষয়ে বিতং তথ্য জনা লোক মোক বাদ দি দুই-এজনহে আছে।"

"জনাটো বৰ কষ্টসাধ্য নেকি?"

"সঁচাকৈ বৰ কঠিন। এটা উদাহৰণ দিওঁ। এই যে উত্তৰ ফালে বিশাল সমভূমি অঞ্চল আছে আৰু তাৰ মাজে মাজে দুইখন পাহাঁৰেও ভূমুকি মাৰিছে—ইয়াৰ বিশেষত্ব বাৰু কি লক্ষ্য কৰিছেনে?"

"ঠাইখনত ঘোঁৰা দৌৰাবলৈ ভাল হ'ব।"

"স্বাভাৱিকতে আপুনি তেনেকৈয়ে ভাবিব। কিন্তু এইদৰে ভবাটোৱেই বহুতৰ কাৰণে কাল হ'ল। আপুনি সেই গাঢ় সেউজীয়া স্থানবোৰ অ'ত-ত'ত দেখিছে নহয়?

"দেখিছোঁ, সেই স্থানবোৰ আন এলেকাতকৈ সাৰুৱা যেন লাগে।"

ষ্টেপলটনে হাঁহি হাঁহি ক'লে, "সেইবোৰ হ'ল গ্ৰিমপেনৰ প্ৰখ্যাত পিটনি। ভুলতে তাত এখোজ দিলেই জন্তুৱেই হওক বা মানুহেই হওক, নিৰ্ঘাত মৃত্যুক সাবটি ল'ব। কালি মাথোঁ তৃণভূমিত চৰি ফুৰা ঘোঁৰা এটা এনেকুৱা এঠাইত সোমোৱা মই দেখিছিলোঁ। জন্তুটো আৰু শেষত ওলাই নাহিল। পিটনিৰ মাজেৰে সি বহু সময়লৈকে ডিঙি মেলি চাই থকা দেখিছিলোঁ, শেষত চিৰদিনৰ কাৰণে পিটনিয়ে তাক শুহি ল'লে। শুষ্ক ঋতুতে ঠাইখনত ঘূৰা-পকা কৰা মস্কিল, কিন্তু এই শৰৎ কালৰ কেইজাকমান বৰষুণৰ পাছত ঠাইখন জঘন্য হৈ পৰে। মই কিন্তু তথাপি ইয়াৰ মাজভাগতো ফুৰাচকা কৰি নিৰাপদে উভতি আহিব পাৰোঁ। অ' হৰি, সেয়া দেখোন আন এটা হতভগীয়া ঘোঁৰা।"

জলাহৰ ডাঠ ঘাঁহনিৰ মাজত মুগাবৰণীয়া কিবা এটা বস্তু পাকঘূৰণি খাই ছটফটোৱা দেখিলোঁ। তাৰ পাছত যন্ত্ৰণাত অকাই-পকাই থকা এটা দীঘল ডিঙি ওপৰলৈ জাঁপ মাৰি উঠিল আৰু এক আতংকিত চিঞৰ সমস্ত তৃণভূমিত প্ৰতিধ্বনিত হ'ল। এক ভীতি-বিহ্বলতাই মোক অৱশ কৰি পেলালে। মোৰ সংগীজনৰ স্নায়ুতন্ত্ৰ মোতকৈ সবল যেন লাগিল।

তেওঁ ক'লে, "এইটোও গ'ল। পিটনিয়ে তাকো গুছি ল'লে। দুদিনত দুটা। বহুতৰেইতো এনে দশা হয়। শুকান বতৰত সিহঁতে নিৰাপদ বুলি ভাবে, কিন্তু পিটনিয়ে সিহঁতক চেপি নধৰালৈকে গম নাপায়। এইখন বেয়া ঠাই। এয়া হ'ল গ্রিমপেনৰ বিশাল পিটনি।"

"আপুনিতো ইয়াৰ ভিতৰত সোমাব পাৰে বুলি কৈছে, নহয়নে?"

"কৈছোঁ। ইয়াত এটা বা দুটা বাট আছে, যিটো এজন অতি সজাগ, সমৰ্থ মানুহে ল'ব পাৰে। মই বাটকেইটা বিচাৰি উলিয়াইছোঁ।"

"কিন্তু আপুনিনো কিয় এনে ভয়াবহ ঠাই এখনলৈ যাব বিচাৰে?"

"আপুনি বাৰু দূৰৈৰ পাহাৰবোৰ দেখিছেনে? সেইবোৰৰ চাৰিওফালে বহু বছৰ ধৰি গঢ় লোৱা, অগম্য পিটনিয়ে ঘেৰি আছে। কিন্তু তাতেইতো আপুনি দুষ্প্ৰাপ্য গছ-গছনি আৰু পখিলাৰ সন্ধান পাব; অৱশ্যে যদিহে আপুনি তালৈ যোৱাৰ উপায় উদ্ভাৱন কৰিব পাৰে।"

"কোনোবা এদিন ময়ো চেষ্টা কৰিম।"

বিস্ময়াভিভূত হৈ তেওঁ মোলৈ দৃষ্টি পেলালে।

তেওঁ ক'লে, "ভগৱানৰ দোহাই, আপুনি তেনে চিন্তা নকৰিব। আপোনাৰ তেজ গৈ মোৰ মূৰত উঠিব। আপুনি জীৱিতাৱস্থাত ঘূৰি আহিব পৰাৰ একো সম্ভাৱনা নাই। কেইটামান অতি জটিল বিশিষ্ট চিহ্ন মনত ৰাখিহে মই ঘূৰি আহিবলৈ সমৰ্থ হওঁ।"

মই চিঞৰি উঠিলোঁ, "হেৰি, সেইটো কি?"

সমস্ত তৃণভূমি ব্যাপী, সুদীৰ্ঘ সময় জুৰি, এক বৰ্ণনাতীত যাতনাৰ অনুচ্চ কেঁকনিৰে পূৰ্ণ, কিন্তু ইয়াৰ উৎস সম্বন্ধে কোৱাটো অসম্ভৱ। এক অস্পষ্ট ধ্বনিৰপৰাই ই ক্ৰমশঃ গভীৰ গৰ্জনত পৰিণত হৈ পুনৰ এক বেদনাৰ্ত গুমগুমনি সৃষ্টি কৰা কেঁকনিত পৰ্য্যৱশিত হ'ল। মুখৰ এক কৌতূহলজনক অভিব্যক্তিৰে ষ্টেপলটনে মোলৈ চাই ৰ'ল।

তেওঁ ক'লে, "এই তৃণভূমি সঁচাই এক কৌতূহলজনক ঠাই!"

"কিন্তু এইটো কি?"

"খেতিয়কসকলে কয় যে এয়া বাস্কাৰভিলৰ চিকাৰী কুকুৰে তাৰ চিকাৰ বিচৰা শব্দ। মই দুই-এবাৰ আগতেও শব্দটো শুনিছোঁ, কিন্তু ইমান ডাঙৰকৈ শুনা নাছিলোঁ।"

হিমশীতল ভয়ত মোৰ হিয়া কঁপি উঠিল। অ'ত-ত'ত সেউজীয়া বাঁহেৰে আবৃত এই বিশাল তৃণভূমিৰ চাৰিওফালে মই আকৌ এবাৰ দৃষ্টি পেলালোঁ, বহু দূৰত কা-কা

আৰাওৰে উবি যুৰা এযোৰ টোৰা কাউবীত বাদে এই বিস্তীর্ণ এলেকাত একোকে লৰচৰ কৰা নেদেখিলোঁ।

মই ক'লোঁ, "আপুনি এগৰাকী শিক্ষিত লোক। আপোনাৰ নিশ্চয় এই বাৰে-বাংকৰা কথাবোৰত বিশ্বাস নাই। কিন্তু এই ইমান আচহুৱা শব্দটোৰ সম্বন্ধে আপোনাৰ কি ধাৰণা?"

"পিটনিৰপৰাও কেতিয়াবা আহুৰা শব্দ ওলায়। এইটো বোধকৰোঁ মাটিবোৰ থিত লওঁতে হয়, পানী উথলি উঠোঁতেও হ'ব পাৰে, অথবা আন কিবা কাৰণো থাকিব পাৰে।"

"উহুঁ, উহুঁ, সেইটো এটা জীৱন্ত শব্দ আছিল।"

"এৰা, সেইটো বোধকৰোঁ জীৱন্ত শব্দই আছিল। আপুনি বাৰু কেতিয়াবা বিটার্ন চৰাইৰ গুমগুমনিৰ দৰে মাত শুনিছেনে?"

"নাই, মই কেতিয়াও শুনা নাই।"

"অৱশ্যে এই চৰাইটো এতিয়া ইংলণ্ডত দুর্লভ হৈ পৰিছে। ইয়াৰ অস্তিত্ব নাই বুলিয়েই ক'ব পাৰি। কিন্তু এই তৃণভূমিত সম্ভাৱনাৰো অন্ত নাই। মই যদি গম পাওঁ যে ইংলণ্ডৰ শেষ বিটার্ন চৰাইটোৰ চিঞৰেই আমি শুনিছোঁ, তাত আচৰিত হ'ব লগা নাই।"

"মোৰ জীৱনত শুনা এয়া আটাইতকৈ অলৌকিক, আচৰিত আৱাজ।"

"এৰা, ক'বলৈ গ'লে এইখন সম্পূর্ণৰূপে, অদ্ভুত ঠাই। দূৰৈৰ পাহাৰৰ ফাললৈ চাওকচোন। সেইবোৰ বাৰু কি?"

এটলীয়া ওখ পাহাৰ গাবোৰত মুগা বৰণীয়া শিলে ঘেৰি থকা বৃত্তাকাৰ ঠাই। কমেও একুৰিমান এনে ঠাই হ'ব।

"সেইবোৰনো কি? ভেড়াৰ গঁৰাল নেকি?"

"উহুঁ, সেইবোৰ হ'ল আমাৰ সুযোগ্য পূর্বপুৰুষসকলৰ বাসগৃহ। প্রাগৈতিহাসিক মানুহে লেপ্‌থেপ্‌কৈ তৃণভূমিতে বাস কৰিছিল আৰু পাছলৈ তাত আন কোনো বাস নকৰাত, তেতিয়াৰ এই ক্ষুদ্র বাসস্থান এতিয়াও লৰচৰ নোহোৱাকৈ আছে। এইবোৰেই আছিল সিহঁতৰ মুধচ নোহোৱা তম্বু। আপোনাৰ কৌতূহল হ'লে এতিয়াও তাৰ ভিতৰত সোমাই সিহঁতৰ জুহাল আৰু বিছনা চাই আহিব পাৰে।"

"এইখন দেখিছোঁ এখন চহৰেই। কেতিয়ানো মানুহে ইয়াত বসবাস কৰিছিল?"

"নৱপ্রস্তৰ যুগৰ মানুহে। সময় নাজানো।"

"সিহঁতেনো কি কাম কৰিছিল?"

"সিহঁতে এই এচলীয়া ঠাইবোৰত জীৱ-জন্তু চৰাইছিল। শিলৰ কুঠাৰ যেতিয়া অব্যবহৃত হ'বলৈ ধৰিলে আৰু তাৰ ঠাইত ব্ৰঞ্জৰ তৰোৱাল আহিল, সিহঁতে টিন বিচাৰি মাটি খান্দিবলৈকো শিকিলে। সিফালৰ পাহাৰখনত ডাঙৰ খাৱৈটো চাওকচোন। সেইটোৱেই সিহঁতৰ মাটি খন্দাৰ চিন। এৰা, ড্ৰাতৃ ৱাটছন, এই তৃণভূমিত আপুনি কিছুমান বৈশিষ্ট্যপূৰ্ণ ঠাই পাব। অ', অলপ ৰ'ব দেই। এইটো নিশ্চয় ছাইক্ল'পাইডিছ।"

পখিলাৰ দৰে সৰু পোক এটা পাখি কোবাই আমাৰ বাটটোতে ওলাইছিলহি। মুহূৰ্ততে অবিশ্বাস্য গতি আৰু শক্তিৰে ষ্টেপলটনে তাৰ পিছ ল'লে। মোৰ দেখি দুখ লাগিল যে পোকটোৱে পোনে পোনে বিশাল পিটনিখনলৈ উৰা মাৰিলে। কিন্তু মোৰ সদ্য পৰিচিত লোকজন থমকি নৰ'ল। তেৰোঁ ঘাঁহৰ মাজে মাজেই পোকটোৰ পিছে পিছে দৌৰ লগালে, তেওঁৰ হাতৰ সেউজীয়া জালখন তেতিয়া আকাশত উৰিছে। ছাইৰঙী পৰিধানৰে বেঁকা-বেঁকিকৈ দৌৰি জঁপিয়াই যোৱা তেওঁকো বৃহদাকাৰ পখিলা যেনহে লাগিছিল। ভয়-শংকা আৰু শ্ৰদ্ধাৰ এক মিশ্ৰিত অনুভূতিৰে মই তেওঁলৈ থিয়তে থৰ লাগি চালোঁ। [illegible] শংকা, জানোচা কেনেবাকৈ বিপদশংকুল পিটনিত তেওঁৰ ভৰি সোমাই পৰে। আকৌ তেওঁৰ অসাধাৰণ কৰ্মশক্তিয়ে মোৰ শ্ৰদ্ধাও উদ্ৰেক কৰিছে। এনেতে মই কাৰোবাৰ ভৰিৰ খোজৰ শব্দ শুনি ঘূৰি চাই দেখোঁ যে এগৰাকী নাৰী পথটোৱেদি আগুৱাই আহিছে। তেওঁ সেই যোঁৱা উৰি থকা মেৰিপিট হাউছৰ ফালৰপৰাই আহিছে। অতপৰে একেবাৰে ওচৰলৈ নহালৈকে তৃণভূমিখনে তেওঁক আঁৰ কৰি ৰাখিছিল।

মোৰ সন্দেহ নাছিল যে এই গৰাকীয়েই হ'ল মিছ ষ্টেপলটন। এই তৃণভূমিত তিৰোতাৰ সংখ্যা নিচেই কম বুলি মোক কোৱা হৈছিলেই। মোৰ এইটোও মনত আছিল যে কোনোবাই তেওঁক এগৰাকী অতিশয় সৌন্দৰ্য্যময়ী নাৰী বুলি কৈছিল। মোৰ ওচৰত উপস্থিত হোৱা এৰোঁ নিশ্চয় তেনে এগৰাকী বিশেষ নাৰী। তেওঁৰ অৱয়ৱ অৱশ্যে ভ্ৰাতৃৰ সম্পূৰ্ণ বিপৰীত। মিষ্টাৰ ষ্টেপলটনৰ বৰ্ণ উজ্জ্বল নহয়, বগা চুলি আৰু ধূসৰ চকু, আনহাতে মিছ ষ্টেপলটনৰ বৰ্ণ অলপ গোমা, ক্ষীণ, সুষমামণ্ডিত আৰু ওখ। মুখখন একেবাৰে কুন্দত কটা, সংবেদনশীল আৰু কৃষ্ণ নয়ন যুগল সুতীক্ষ্ন। তেওঁৰ সৌষ্ঠৱপূৰ্ণ পৰিধান আৰু ক্ষতি-খুনহীন দেহা স্বাভাৱিকতে এই নিৰ্জন তৃণভূমিৰ পথত এক বিৰল অভিব্যক্তি। তেওঁৰ দৃষ্টি পোনতে ভ্ৰাতৃৰ ওপৰত পৰিল, তাৰ পাছতে মোৰ ওচৰলৈ বেগাই আহিল। মই মূৰৰ টুপী ওপৰলৈ তুলি শ্ৰদ্ধা জনাই তেওঁক কিবা ক'ব

খোজোঁতেই তেওঁ মোক ক'লে, "ঘূৰি যাওক, তৎক্ষণাৎ পোনে পোনে লণ্ডনলৈ যাওকগৈ।"

এক অৰ্থহীন বিস্ময়বোধেৰে মই তেওঁলৈ থৰ লাগি চালোঁ। মোলৈ জ্বলন্ত দৃষ্টি পেলাই তেওঁ মাটিত ভৰি থেকেচিলে।

মই সুধিলোঁ, "কিয় মই ঘূৰি যাব লাগে?"

তেওঁ লাহে লাহে কৌতূহলজনকভাৱে খোনাই, আকুলকণ্ঠে ক'লে, "মই বুজাব নোৱাৰোঁ। কিন্তু ভগৱানৰ দোহাই, মই কৈছোঁ, আপুনি উভতি যাওক আৰু কেতিয়াও এই তৃণভূমিত ভৰি নিদিব।"

"কিন্তু মই আহিছোঁহে মাথোঁ।"

তেওঁ উচ্চৈস্বৰে ক'লে, "হেৰি! আপোনাৰ নিজৰ কাৰণেই যে এয়া সাৱধানবাণী, বুজি পোৱা নাইনে? লণ্ডনলৈ উভতি যাওক! আজি নিশাই যাত্ৰা কৰক। যিকোনো প্ৰকাৰে এই ঠাইৰপৰা আঁতৰি থাকক! অ', এই কথা বন্ধ, মো[illegible] আহিছে! মই কি কৈছোঁ ভুলতো নক'ব। সেই দূৰত থকা মেয়াৰ্ টেইল গছবোৰৰ মাজৰ কপৌফুলটো মোৰ কাৰণে আনিব পাৰিবনে বা[illegible]ৰ এই তৃণভূমিখন কপৌফুলেৰে ভৰি আছে। এই ঠাইৰ অপাৰ সৌন্দৰ্য্য ভালদৰে উপভোগ কৰাৰ সঠিক সময় আচলতে পাৰ হৈ গৈছে।

ষ্টেপলটনে পোকৰ পিছত লৰা-ঢপৰা বাদ দি উভতি আহিল। ভাগৰত ৰঙা-ছিঙা পৰি সম্পূৰ্ণৰূপে অন্তৰংগ যেন নলগা এক সুৰত তেওঁ ভনীয়েকক সম্বোধন কৰিলে, "বেৰিল নেকি!"

"জেক তুমি বৰ ভাগৰি আহিছা।"

"এৰা, মই ছাইক্ল'পাইড়িছ এটাৰ পিছত দৌৰিছিলোঁ। এইটো বৰ বিৰল প্ৰজাতিৰ পোক, আৰু কেতিয়াবাহে শৰৎকালৰ শেষৰফালে পোৱা যায়। দুৰ্ভাগ্য, মই তাক হেৰুৱালোঁ।"

অচিন্তনীয়ভাৱে কথাখিনি কৈ গৈছিল যদিও তেওঁৰ সৰু চকু দুটা ছোৱালীজনীৰপৰা মোলৈ বাগৰি আহিছিল।

"তুমিতো এওঁৰ লগত চিনাকি হৈছাই।"

"এৰা, মই ছাৰ হেনৰিক কৈছিলোঁ যে তৃণভূমিৰ প্ৰকৃত সৌন্দৰ্য্য উপভোগ কৰাৰ সময় প্ৰায় পাৰেই হ'ল।"

"কি ক'লা, তুমিনো এওঁ কোন বুলি ভাবিছা?"

"মই এওঁক ছাৰ হেনৰি বাস্কাৰভিল বুলিয়েই ভাবিছোঁ।"

মই ক'লোঁ, "নাই, নাই, মই এজন সাধাৰণ ব্যক্তি, অৱশ্যে তেওঁৰ বন্ধু। মোৰ নাম হ'ল ডাঃ ৱাটছন।"

তেওঁৰ অভিব্যক্তিপূর্ণ মুখশ্ৰীত এক বিৰক্তিৰ আভাস ফুটি উঠিল। তেওঁ ক'লে, "আমি বিপৰীতমুখী উদ্দেশ্যেৰে কথা পাতি আছোঁ।"

প্ৰশ্নবোধক দৃষ্টিৰে তেওঁৰ ভ্ৰাতৃয়ে মন্তব্য দিলে, "কিয়, বহুত সময় ধৰিয়েইতে কথা পাতিলা।"

তেওঁ ক'লে, "মই ডাঃ ৱাটছনক এজন ইয়াৰ নিবাসী বুলি ভাবিয়েই কথা পাতি আছিলোঁ। মই তেওঁ মাত্ৰ ফুৰিবলৈ অহা বুলি ভবাই নাই। সেইটো জানি তেওঁৰ বিশেষ একো লাভ নহ'ব। কিন্তু এতিয়া আপুনি মেৰিপিট হাউছলৈ নাহে জানো? আহক, আহক।"

অলপ গৈয়ে আমি এক বৈচিত্ৰ্যহীন তৃণভূমিৰ গৃহত উপস্থিত হ'লোঁ। অতীতৰ নদন-বদন অৱস্থাৰ সময়ত কোনোবা পশুপালকে সজা পামঘৰ, এতিয়া অৱশ্যে ভালদৰে মেৰামতি কৰি আধুনিক নিবাসস্থলত পৰিণত কৰিছে। চাৰিওফালে এখন ফলমূলৰ বাগিচা। কিন্তু, তৃণভূমিত শ্ৰীবৃদ্ধি নাপাই গছ-গছনিবোৰ মুজুৰা পৰা। খৰা আৰু চুটি চাপৰ। ঠাইখন দেখাতে বৈশিষ্ট্যহীন আৰু নিৰানন্দময়। আমাক এজন ক্ষীণকায়, আওপুৰণি কোট পিন্ধা, ভৃত্যই অভ্যৰ্থনা জনালে। তেৰেই ঘৰটো চোৰা-চিতা কৰে যেন পাওঁ। ভিতৰত কোঠাবোৰ আহল-বহল। সুষমামণ্ডিত আচবাব। ভদ্ৰমহিলাৰ ৰুচি শলাগিবলগীয়া। খিৰিকিৰে ভুমুকি মাৰি মই যেতিয়া অ'ত-ত'ত গ্ৰেনাইট শিল সিঁচৰতি হৈ থকা অন্তহীন তৃণভূমিখন সুদূৰ দিগ্‌বলয়ত মিলি বিস্তাৰিত হৈ থকা দেখিলোঁ, মই তেতিয়া মাথোঁ বিস্ময়াভিভূত হৈ চিন্তা কৰিলোঁ যে কি আকৰ্ষণতনো এই উচ্চ শিক্ষিত ব্যক্তিগৰাকী আৰু মোহময়ী ৰমণীগৰাকী এই ঠাইলৈ আহিল।

যেন মনৰ ভাব বুজি পায়েই ষ্টেপলটনে উত্তৰস্বৰূপে ক'লে, "নিবাসৰ কাৰণে এই আচহুৱা ঠাইখন কিয় বাছিলোঁ, নহয়নে? এৰা, তথাপিতো আমিতো সুখতে আছোঁ। নহয়নে, বেৰিল?"

ভগ্নীয়ে উত্তৰ দিলে, "অত্যন্ত সুখী।" কিন্তু তেওঁৰ কথাও প্ৰত্যয়জনক যেন নালাগিল।

ষ্টেপলটনে ক'লে, "উত্তৰাঞ্চলত এখন স্কুল খুলিছিলোঁ। মোৰ দৰে মানসিক সামৰ্থ্যৰ মানুহৰ কাৰণে কামটো কিন্তু যান্ত্ৰিক আৰু নিৰস আছিল। কিন্তু

অল্পবয়স্কসকলৰ লগত থাকি, তেওঁলোকক মানসিকভাৱে গঢ় দিবলৈ পাই আৰু নিজস্ব চৰিত্ৰ আৰু আদৰ্শেৰে তেওঁলোকৰ মাজত প্ৰভাৱ বিস্তাৰ কৰিবলৈ পাই মই আনন্দ পাইছিলোঁ। পাছে আমাৰ ভাগ্য সুপ্ৰসন্ন নহ'ল। স্কুলত এক মাৰাত্মক মহামাৰী ৰোগে দেখা দিলে। তিনিটা ল'ৰা মৃত্যুমুখত পৰিল। এই বিপদৰপৰা স্কুলখনে উদ্ধাৰ নাপালে। স্কুলৰ মূলধনো শেষ হ'ল। অৱশ্যে এতিয়াও মোৰ দুখ নাথাকিলহেঁতেন, কিয়নো জীৱবিজ্ঞান আৰু উদ্ভিদবিজ্ঞানৰ প্ৰতি মোৰ আছে তীব্ৰ আকৰ্ষণ, কিন্তু ল'ৰাহঁতৰ লগত থকা মধুৰ সম্পৰ্কৰ কথা মনত পৰিলে বেজাৰ লাগে। তথাপি, মোৰ কামৰ কাৰণে ইয়াত আছে বিশাল কৰ্মক্ষেত্ৰ আৰু মোৰ ভগ্নীও এগৰাকী প্ৰকৃতিপ্ৰেমী। ডাঃ ৱাটছন, আঁচলতে বিষয়টো সম্পৰ্কে আপোনাৰ মুখৰ অভিব্যক্তি লক্ষ্য কৰিয়েই মই সকলো কথা বুজাই ক'লোঁ।"

"এইটো সঁচা যে মোৰ মনতে ভাব হৈছিল যে আপোনালোকে ইয়াত নিৰানন্দ অনুভৱ কৰিব, আপোনাৰ এই অনুভৱ হয়তো এখেতভকৈ অলপ কম।"

ভদ্ৰমহিলাই ততালিকে ক'লে, "ওঁহোঁ, মই কেতিয়াও নিৰানন্দ উপলব্ধি কৰা নাই।"

"আমাৰ গ্ৰন্থ আছে, গ্ৰন্থাগাৰ আছে আৰু আছে মনোমত প্ৰতিবেশী। ডাঃ মৰ্টিমাৰ তেওঁৰ বিষয়ত এগৰাকী কৃতবিদ্য লোক। দুৰ্ভগীয়া ছাৰ চাৰ্লছো এগৰাকী শলাগিবলগীয়া সংগী আছিল। আমি তেওঁক ভালকৈ জানিছিলোঁ। তেওঁৰ দেহাৱসানে আমাৰ যি ক্ষতি কৰিলে সি বৰ্ণনাতীত। আজি আবেলি ছাৰ হেনৰিক লগ পাবলৈ গ'লে তেওঁ আমনি পাব নেকি বাৰু?"

"মই নিশ্চিত যে তেওঁ আনন্দহে পাব।"

"তেনেহ'লে আপুনি মই যাব খোজাৰ বিষয়ে তেওঁক একেষাৰ কৈ থ'লে ভাল পাম। এই নতুন পৰিৱেশত তেওঁ অভ্যস্ত হোৱাৰ কাৰণে যদিহে সামান্যভাৱে হ'লেও তেওঁক সহায় কৰিব পাৰোঁ, তেতিয়া নিশ্চয় ভাল লাগিব। ডাঃ ৱাটছন, এপাক ওপৰলৈ আহিব নেকি? মোৰ পখিলা প্ৰজাতিৰ সংগ্ৰহ আপোনাক দেখুৱাবলৈ ভাল পাম। এইটো সমস্ত দক্ষিণ-পশ্চিম ইংলণ্ডতে আটাইতকৈ সম্পূৰ্ণ সংগ্ৰহ। ইতিমধ্যে দুপৰীয়াৰ আহাৰ সাজু হ'ব।"

কিন্তু মোৰ দায়িত্বলৈ উভতি যাবলৈ মই ব্যগ্ৰ হৈ উঠিলোঁ। তৃণভূমিৰ বিষণ্ণতা, দুৰ্ভগীয়া ঘোঁৰাটোৰ মৃত্যু, বাস্কাৰভিলৰ ভয় লগা উপাখ্যানৰ লগত জড়িত কৰা অদ্ভুত শব্দ—এই সকলোবোৰেই মোৰ চিন্তা-ভাবনাত খেলিমেলি লগাই দিলে। এই অস্পষ্ট

চিন্তা-ভাবনাৰ মাজত মিছ ষ্টেপলটনে সনিৰ্বন্ধ অনুৰোধ কৰি দিয়া সাৱধানবাণীত কিবা গভীৰ কাৰণ থকা বুলিয়েই মোৰ সন্দেহ হৈছে। সেয়েহে জোৰ কৰা সত্ত্বেও মই দুপৰীয়াৰ আহাৰ খাবলৈ নৰ'লোঁ। ঘাঁহে আবৰি থকা আমি অহা পথটোৰেই মই ওভতনি খোজ পেলালোঁ।

পাছে অভিজ্ঞ মানুহৰ কাৰণে বোধকৰোঁ এটা চমু পথো আছে, নহ'লে পথটো আৰু মূল ৰাস্তাটোৰ সংযোগ স্থলতে মই গৈ পোৱাৰ আগতেই কাষৰীয়াকৈ শিল এটাত বহি থকা মিছ ষ্টেপলটনক নাপালোঁহেঁতেন। ভাগৰত তেওঁৰ মুখখন সুন্দৰকৈ ৰঙচুৱা হৈ গৈছে। তেওঁৰ লগত ভালদৰে পৰিচিত আছিলোঁ। তেওঁ ক'লে, "ডা০ ৱাটছন, গোটেই পথছোৱা মই দৌৰি আহিছোঁ। ততাতৈয়াকৈ মই আনকি টুপীটোও নিপিন্ধিলোঁ। মই বেছি পৰ নৰওঁ। দাদাই মোক বিচাৰিব। আপোনাক ছাৰ হেনৰি বুলি ভাবি মূৰ্খামি কৰাৰ কাৰণে মই দুঃখিত। আপুনি সেই কথাবোৰ পাহৰি পেলাওক, আপোনাৰ কাৰণেতো সেইবোৰৰ কোনো অৰ্থ নাই।"

মই ক'লোঁ, "কিন্তু সেইবোৰতো মই পাহৰিব নোৱাৰিম। মই ছাৰ হেনৰিৰ বন্ধু আৰু তেওঁৰ নিৰাপত্তা স্বাভাৱিকতে মোৰো চিন্তাৰ বিষয়। ছাৰ হেনৰিক লণ্ডনলৈ ঘূৰাই পঠোৱাৰ কাৰণে আপুনি ইমান উৎকণ্ঠিত কিয় মোক কওক।"

"নাৰীৰ মনৰ খেয়াল, ডা০ ৱাটছন। আপুনি মোৰ বিষয়ে ভালকৈ অৱহিত হ'লে গম পাব যে মই কি কৰোঁ, কি কওঁ, তাৰ যুক্তি মই সদায় দিব নোৱাৰোঁ।"

"নাই, নাই। কথাখিনি, কওঁতে আপোনাৰ মাতৰ উত্তেজনা মোৰ ভালকৈ মনত আছে, আপোনাৰ চকুৰ দৃষ্টিও মই পাহৰি যোৱা নাই। মিছ ষ্টেপলটন অনুগ্ৰহ কৰি খোলাকৈ সকলো কওক, কিয়নো মই ইয়ালৈ অহাৰপৰাই মোৰ চাৰিওফালৰ ছায়াৰ বিষয়ে মই সজাগ। বিশাল গ্ৰিমপেন পিটনিৰ দৰেই ইয়াৰ জীৱন, অ'ত-ত'ত থকা সেউজীয়া ঘাঁহনিতে কোনোবা সোমাই পৰিব পাৰে আৰু তেওঁক পথ-নিৰ্দেশ দি উলিয়াই আনিবলৈকো কোনো নাই। আপুনিনো কি বুজাব খুজিছে কওক, আৰু মই আপোনাক কথা দিছোঁ যে আপোনাৰ সাৱধানবাণী মই ছাৰ হেনৰিক জনাম।"

যেন একো থিবাং কৰিব পৰা নাই এনে এটা আভাস এক মুহূৰ্তৰ কাৰণে তেওঁৰ মুখত লক্ষ্য কৰিলোঁ, কিন্তু পাছ মুহূৰ্ততে তেওঁৰ দৃষ্টি কঠিন হ'ল আৰু তেওঁ মোক ক'লে, "আপুনি মোৰ কথাৰ অৰ্থই বদলাই পেলালে। ছাৰ চাৰ্লছৰ মৃত্যুত দাদা আৰু মই বৰকৈ বিহ্বল হৈ পৰিলোঁ। তেওঁৰ লগত আমি বৰ ঘনিষ্ঠ আছিলোঁ। তেওঁ তৃণভূমিত খোজ কাঢ়ি আমাৰ ঘৰলৈ আহিবলৈ ভাল পাইছিল। তেওঁ পাছে পৰিয়ালৰ অভিশাপটো লৈ বৰ চিন্তিত আছিল। যেতিয়া বিপৰ্য্যয়টো ঘটিল, মোৰো স্বাভাৱিকতে

অনুভৱ কৰিলোঁ যে তেওঁক চিন্তিত কৰা ভয়ৰ কাৰণটোৰ নিশ্চয় কিবা এক ভিত্তি আছে। মই উৎকণ্ঠিত হ'লোঁ আৰু সেয়েহে পৰিয়ালৰ আন এজন ইয়াত বাস কৰিবলৈ অহাত মই ভাবিলোঁ যে তেওঁক সাৱধান কৰি দিয়াটো উচিত। প্ৰকৃততে এইটোৱেই মোৰ উদ্দেশ্য।"

"কিন্তু ভয়টো কিহৰ?"

"আপুনিতো চিকাৰী কুকুৰৰ কাহিনীটো জানে?"

"মই তেনে অমূলক কথা বিশ্বাস নকৰোঁ।"

"মই কিন্তু কৰোঁ। যদি আপুনি কিবা প্ৰভাৱ খটুৱাবলৈ সক্ষম, তেনেহ'লে ছাৰ হেনৰিক এই ঠাইৰপৰা আঁতৰাই নিয়ক। ঠাইখন সদায়েই তেওঁলোকৰ পৰিয়ালৰ কাৰণে মৃত্যুদূত বুলি গণ্য হৈ আহিছে। এই সমস্ত ধৰাখন বিশাল। তেওঁনো কিয় ভীতিপূৰ্ণ ঠাইখনত থাকিবলৈ মন কৰিব লাগে?"

"ঠাইখন ভয়াবহ, সেয়েহে ছাৰ হেনৰিয়ে ইয়াতে বাস কৰিব বিচাৰে। সেইটোৱেই তেওঁৰ প্ৰকৃতি। আপুনি এতিয়া যিটো কৈছে, তাতকৈ যদি কিবা অধিক প্ৰত্যয়জনক তথ্য দিব নোৱাৰে, মোৰ বোধেৰে ছাৰ হেনৰিক লৰচৰ কৰোৱাটো অসম্ভৱ।"

"খাটাং কিবা এটা মই ক'ব নোৱাৰোঁ, কিয়নো খাটাংকৈ মই একো নাজানো।"

"মিছ ষ্টেপলটন, মোৰ আৰু এটা প্ৰশ্ন আছে। যদি আপুনি এইখিনি কথাকে মোক ক'বলৈ বিচাৰিছিল, তেনেহ'লে আপোনাৰ দাদাকক এয়া শুনাত বাধা দিয়াৰ কাৰণটো কি? ইয়াততো আপত্তিজনক একো নাছিল।"

"দাদা তেওঁক হলত বাস কৰোৱাত অত্যন্ত আগ্ৰহী। তেওঁৰ ধাৰণা, তেতিয়া তৃণভূমিৰ দুখীয়া অধিবাসীসকল উপকৃত হ'ব। যদি তেওঁ গম পায় যে ছাৰ হেনৰিক ইয়াৰপৰা আঁতৰি যোৱাত আগ্ৰহী কৰাৰ মই চেষ্টা চলাইছোঁ, তেওঁ মোৰ প্ৰতি অতিশয় কষ্ট হ'ব। কিন্তু মই মোৰ কৰ্তব্য কৰিছোঁ। মই আৰু এতিয়া একো নকওঁ। মই ঘূৰি যাওঁ, নহ'লে দাদাই সন্দেহ কৰিব মই আপোনাক দেখা কৰিছোঁ বুলি। বিদায়।" তেওঁ উভতি গ'ল আৰু কেইমিনিটমানৰ ভিতৰতে অ'ত-ত'ত পৰি থকা শিলবোৰৰ মাজত নেদেখা হ'ল। মনত এক অজান ভয় লৈ মই বাস্কাৰভিল হললৈ বুলি খোজ পেলালোঁ।

অধ্যায় ৮

# ডাঃ ৱাটছনৰ প্ৰথম প্ৰতিবেদন

এতিয়াৰেপৰা মই সন্মুখৰ মেজত থকা মিষ্টাৰ শ্বাৰলক হ'মৃছলৈ মই লিখা চিঠিবোৰকে লিপিবদ্ধ কৰি ঘটনাৰ বৰ্ণনা কৰিম। এটা পৃষ্ঠা হেৰাইছে, তাৰ বাহিৰে বাকীবোৰ মই লিখাৰ দৰেই আছে। মোৰ স্মৃতিৰ ওপৰত নিৰ্ভৰ কৰাতকৈ, এই চিঠিবোৰৰপৰাই সেই সময়ৰ বিষাদপূৰ্ণ ঘটনাৰ বিষয়ে আৰু মোৰ সন্দেহ অনুভৱৰ এক নিখুঁত বৰ্ণনা পাব পাৰি।

প্ৰিয় হ'মৃছ,

বাস্কাৰভিল হল

১৩ অক্টোবৰ

মোৰ আগৰ চিঠি-পত্ৰ আৰু টেলিগ্ৰামেৰে পৃথিবীৰ এই দুৰ্গম অঞ্চলত এতিয়ালৈকে ঘটা সকলো ঘটনাৰ বৰ্ণনা বিশদভাৱে দিছোঁ। যিকোনো ব্যক্তিয়ে যিমানে বেছি দিন ইয়াত বাস কৰিব, সিমানে এই তৃণভূমিৰ মননশীলতাই তেওঁৰ দেহমন গভীৰভাৱে আচ্ছন্ন কৰিব। তেওঁ মোহগ্ৰস্ত হ'ব তৃণভূমিৰ বিশালতাত, ইয়াৰ ভয়াবহ মোহিনী শক্তিত। যেতিয়াই তুমি ইয়াৰ বক্ষস্থলত বিচৰণ কৰিবা, তুমি তেতিয়া আধুনিক ইংলণ্ডৰ শেষ চিহ্নটোও এৰি আহিবা; ইফালে তুমি প্ৰাগৈতিহাসিক যুগৰ মানুহ আৰু সিহঁতৰ চলন-ফুৰণ, কাজকৰ্মৰ বিষয়ে সজাগ হৈ উঠিবা। খোজ কাঢ়ি যাওঁতে তুমি চাৰিওফালে মাথোঁ দেখিবা সেই বিস্মৃত মানৱ কুলৰ বাসস্থান, সিহঁতৰ কবৰ আৰু প্ৰকাণ্ড একোটা শিল, যিটো সিহঁতৰ মন্দিৰ। অ'ত-ত'ত থিয় হৈ থকা পাহাৰ দাঁতিত ছাই-বৰণীয়া শিলৰ সিহঁতৰ পঁজাত দৃষ্টি পেলোৱাৰ লগে লগে তুমি নিজৰ সময়ৰ এই যুগ পিছ পেলাই আহিলা; আৰু তাত ছালৰ পৰিধানেৰে, জোঙা শিল লগোৱা কাঁড় ধনুৰ গুণত লগাই, দীঘল নোম চুলিৰ মানুহ এজন বগুৱা বাই ওলাই অহাটোহে তোমাৰ নিজৰ উপস্থিতিতকৈ স্বাভাৱিক। সেই অতিশয় উখৰা স্থলভাগত সিহঁতে এনেকৈ লেপথেপাকৈ বাস কৰাটোও এক বিস্ময়। মই এজন পুৰাতত্ত্ববিদ নহয়, কিন্তু মই এইটো ধাৰণা কৰিব পাৰোঁ যে এই মানুহবোৰ যোদ্ধা নাছিল আৰু সিঁহতে বাৰম্বাৰ উপদ্ৰৱৰ সন্মুখীন হৈছিল। সেয়েহে সিহঁতে আনে বাস কৰিবলৈ ইচ্ছা নকৰা ঠাইতে থাকিবলৈ লৈছিল।

তুমি মোক যি উদ্দেশ্যেৰে পঠাইছিলা তাৰ লগত পাছে এইবোৰ কথাৰ কোনো

সম্বন্ধ নাই। তোমাৰ বাস্তববাদী মানসৰ কাৰণে সম্ভৱতঃ এইবোৰ তেনেই আমনিদায়ক যেন লাগিব। বেলিটোৱেই পৃথিবীৰ চাৰিওফালে ঘূৰেনে পৃথিবীয়েহে বেলিৰ চাৰিওফালে ঘূৰে এইটো জানিবলৈকো তোমাৰ একো আগ্ৰহ নাই বুলি তুমি এবাৰ কোৱা মোৰ এতিয়াও মনত আছে। সেয়েহে মই এতিয়া ছাৰ হেনৰি বাস্কাৰভিল সম্বন্ধীয় কথালৈ আহিছোঁ।

পাৰ হৈ যোৱা দিনকেইটাত তোমালৈ একো ৰিপৰ্ট নপঠোৱাৰ মূলতে হ'ল এয়ে যে আজিলৈকে এই বিষয়ে বিশেষ কোনো তথ্য আহৰণ কৰিব পৰা নাছিলোঁ। এনেতে এটা বৰ আশ্চৰ্য্যকৰ পৰিস্থিতিৰ উদ্ভৱ হ'ল, যিটোৰ বিষয়ে মই তোমাক সময়ত জনাম। কিন্তু পোনতে মই তোমাক ইয়াৰ পৰিস্থিতিৰ আন কিছুমান তথ্যৰ বিষয়ে জনাই লওঁ।

এইবোৰৰ এটা, যিটোৰ বিষয়ে মই ইতিমধ্যে কোৱা নাই, হৈছে এজন জেলৰপৰা পলাই অহা কয়দীয়ে তৃণভূমিত বিচৰণ কৰা বুলি সন্দেহ। এতিয়া পাছে সকলোভাৱত ঘূৰি নুফুৰি চিধাচিধি গুচি গ'ল বুলি দৃঢ় বিশ্বাস হৈছে। এই জিলাখনৰ নিঃসংগ গৃহস্থীসকলে এই কাৰণে যথেষ্ট সকাহ পাইছে। কয়দীটো পলোৱাৰ এপখেক হ'ল। তাক এতিয়ালৈকে কোনেও দেখা নাই, অথবা তাৰ বিষয়ে কোনোবাই কিবা কোৱাও শুনা নাই। ইমান দিনে তৃণভূমিতে বিচৰণ কৰি থকা কথাটো বিশ্বাসযোগ্য নহয়। অৱশ্যে তৃণভূমিত লুকাই থকাটো কঠিন নহয়। শিলৰ সেই পঁজাবোৰৰ যিকোনো এটাতে লুকাই থকা সহজ। কিন্তু যদিহে তৃণভূমিত চৰি ফুৰা ভেড়া ধৰি হত্যা কৰা নহয়, তাতকৈ খাবলৈ আন একো বস্তু নাই। সেয়েহে আমাৰ ধাৰণা যে সি তৃণভূমিত নাই। ফলস্বৰূপে দাঁতিয়লীয়া কৃষকসকলে এতিয়া শান্তিৰে শুবলৈ পাইছে।

এই বাসগৃহত আমি চাৰিগৰাকী সুস্বাস্থ্যৰ সমৰ্থ লোক আছোঁ, সেয়েহে আমি আমাৰ সুৰক্ষাৰ কথা চিন্তা কৰিব নালাগে। কিন্তু মই স্বীকাৰ কৰিব লাগিব যে ষ্টেপলটন পৰিয়ালৰ কথা ভাবি মই চিন্তাত পৰোঁ। সময়ত সহায়ৰ হাত আগ বঢ়াবলৈকো তেওঁলোক কেইবামাইল দূৰত থাকে। তেওঁলোকৰ পৰিয়ালটোত আছে এজনী পৰিচাৰিকা, এজন পুৰণা ভৃত্য আৰু ভ্ৰাতৃ-ভগ্নী; ভ্ৰাতাৰ দেহাও সিমান সবল নহয়। কেনেবাকৈ নটিং হিলৰ কয়দীটোৰ দৰে কোনোবা বেপৰোৱা অপৰাধী ভিতৰ সোমাব পাৰিলে পৰিয়ালটো অসহায় হৈ পৰিব। ছাৰ হেনৰি আৰু মই, দুয়োজনেই তেওঁলোকৰ অৱস্থাৰ কাৰণে চিন্তিত। আমি আনকি কচোৱান পাৰ্কিনছক নিশা তেওঁলোকৰ বাসগৃহত শোৱাৰো প্ৰস্তাৱ দিছিলোঁ, কিন্তু মিষ্টাৰ ষ্টেপলটনে আমাৰ এই পৰামৰ্শ নাকচ কৰিলে।

অ', এটা বিশেষ কথা। আমাৰ বন্ধু বেৰনেটজনে আমাৰ প্ৰতিবেশী সুন্দৰীগৰাকীৰ প্ৰতি বেছিকৈয়ে মনোযোগ দিছে। ইয়াত পাছে আচৰিত হ'ব লগা একো নাই। এই নিৰ্জন ঠাইত তেওঁৰ দৰে কৰ্মঠ লোকৰ বাবে সময় এনেয়েও নাযায় নুপুৱায়। ইফালে ৰমণীগৰাকীও চিত্তাকৰ্ষকভাৱে ধুনীয়া। ধীৰ, স্থিৰ, আবেগমুক্ত ভ্ৰাতৃৰ বিপৰীতে তেওঁৰ আছে এক আশ্চৰ্য্যকৰ আবেগপ্ৰৱণ স্বভাব। অৱশ্যে তেওঁৰ ভ্ৰাতৃৰ হৃদয়তো লুকাই থকা এক আৱেগৰ আভাস পোৱা যায়। এইটো নিশ্চিত যে ভগ্নীৰ স্বভাৱত ভ্ৰাতৃৰো এক গভীৰ প্ৰভাৱ পৰিছে। ৰমণীগৰাকীয়ে যেতিয়া কিবা কথা পাতে তেওঁ ঘনাই ভ্ৰাতৃৰ ফালে দৃষ্টি পেলায়, যেন তেওঁৰ প্ৰত্যেকটো কথাতে ভ্ৰাতৃৰপৰা অনুমোদন বিচাৰে। ভ্ৰাতৃৰ দৃষ্টিত এক শুষ্ক উজ্জ্বলতা আৰু তেওঁৰ পাতল ওঁঠ দুটা দৃঢ়; এনে গঠনৰ লোক বাস্তৱ গুণসম্পন্ন আৰু কঠোৰ স্বভাৱৰ বুলি এক ধাৰণা আছে। তোমাৰ অধ্যয়নৰ কাৰণে এক মনোগ্ৰাহী ব্যক্তিত্ব।

প্ৰথম দিনটোতে তেওঁ বাস্কাৰভিলক দেখা কৰি মাত লগাবলৈ আহিছিল। পাছদিনা পুৱাতে তেওঁ আমাৰ দুয়োজনকে দুষ্ট হিউগোৰ উপকাহিনীৰ উৎস বুলি গণ্য কৰা ঠাইখনলৈ নিলে। কেইবামাইল জোৰা আমাৰ এই যাত্ৰাত এনে এখন হতাশাজনক ঠাইলৈ নিলে, যিখনক কেন্দ্ৰ কৰি উপকাহিনীৰ জন্ম হ'বই পাৰে। দুকাষে ওখোৰা-মোখোৰা শিলাময় পাহাৰৰ মাজৰ এটা সৰু উপত্যকা; য'ত শেষ হৈছে, তাতে বগা কপাহী ঘাঁহেৰে আবৃত্ত এডোখৰ মুকলি ঠাই আছে। এই মুকলি ঠাইখনৰ মাজতে দুটা ডাঙৰ শিল থিয় হৈ পৰি আছে। কালক্ৰমে শিল দুটা ক্ষয় গৈ, মূৰৰ ফালে জোঙা হৈ, দেখিবলৈ এক অতিকায় জন্তুৰ জোঙা দাঁতৰ দৰে হৈছে। প্ৰাচীন বিষাদময় উপকাহিনীটোৰ লগত ঠাইখনৰ সাদৃশ্য সৰ্বপ্ৰকাৰে বিৰাজমান। ছাৰ হেনৰিয়ে বিষয়টোৰ প্ৰতি যথেষ্ট আগ্ৰহ প্ৰকাশ কৰিছিল। ষ্টেপলটনে মানুহৰ জীৱনত অতিপ্ৰাকৃতিক শক্তিৰ প্ৰভাৱৰ সম্ভাৱনা সম্বন্ধে সঁচাকৈয়ে বিশ্বাস কৰেনে নকৰে তাকে জানিবলৈ ছাৰ হেনৰিয়ে একাধিক বাৰ তেওঁক প্ৰশ্ন কৰিছিল। যদিও দেখাত কথাষাৰ পাতলকৈয়ে কৈছিল, তথাপি তেওঁ বিষয়টোৰ প্ৰতি আগ্ৰহান্বিত হোৱাটো স্পষ্ট। ষ্টেপলটনে উত্তৰবোৰ সতৰ্কতাৰে দিছিল। পাছে, এইটো স্পষ্ট তেওঁ যিমান জানে তাতকৈ কমাই কৈছিল। প্ৰকৃততে বেৰনেটজনৰ উপলব্ধিৰ কথা চিন্তা কৰিয়েই তেওঁৰ বৰ্ণনা সংক্ষিপ্ত কৰিছিল। তেওঁ আন কোনোবা পৰিয়ালে অপশক্তিৰ প্ৰভাৱত দুৰ্গতি ভোগাৰ উদাহৰণ দিছিল। মুঠতে যি বুজা গ'ল, তেৰোঁ সাধাৰণ লোকৰ ধাৰণাটোকে সমৰ্থন কৰে।

সেইদিনা উভতি আহোঁতেই আমি মেৰিপিট হাউছত দুপৰীয়াৰ আহাৰ খাবলৈ

সোমাইছিলোঁ। তাতে ছাৰ হেনৰিৰ মিছ ষ্টেপল্‌টনৰ লগত চিনাকি হয়। প্ৰথম দেখাৰ মুহূৰ্তৰপৰাই ছাৰ হেনৰি ৰমণীগৰাকীৰ প্ৰতি বৰকৈ আকৰ্ষিত হয়। মই যদি কওঁ এই আকৰ্ষণ পাৰস্পৰিক, তেনেহ'লে বোধকৰোঁ ভুল কোৱা নহ'ব। আমি পদব্ৰজে গৃহাভিমুখী হওঁতে তেওঁ এই ৰমণীৰ নাম বাৰংবাৰ উল্লেখ কৰিছিল। তেতিয়াৰপৰা এনে এটা দিন পাৰ হোৱা নাই যিটোত এই ভ্ৰাতৃ-ভগ্নীৰ প্ৰসংগ ওলোৱা নাই। তেওঁলোকে আজি ইয়াত খাব; ইতিমধ্যে তেওঁলোকৰ তালৈ পাছৰ সপ্তাহত যোৱাৰ কথা-বতৰা হৈছে। ষ্টেপল্‌টনে এনে এক সম্বন্ধৰ সম্ভাৱনাক স্বাগতম জনাব বুলিয়েই সাধাৰণতে ধাৰণা কৰিব পাৰি; কিন্তু ছাৰ হেনৰিৰ তেওঁৰ ভগ্নীৰ প্ৰতি হোৱা আকৰ্ষণক একাধিকবাৰ দৃঢ়ভাৱে প্ৰত্যাখ্যান কৰাটোহে তেওঁৰ মুখৰ অভিব্যক্তিত মই লক্ষ্য কৰিছোঁ। তেওঁ নিজৰ ভগ্নীক অত্যন্ত চেনেহ কৰে, তাত কোনো সন্দেহ নাই। ভগ্নীৰ অবিহনে তেওঁ এক নিসংগ জীৱন-যাপন কৰিব লাগিব। সেই বুলিয়েই এনে এখন চমকপ্ৰদ বিবাহত বাধাৰ প্ৰাচীৰ হৈ থিয় দিয়াটো চৰম স্বাৰ্থপৰতাৰ পৰিচায়ক বুলিয়েই মোৰ ধাৰণা। তথাপি মই নিশ্চিত যে তেওঁ তেওঁৰ ভগ্নীৰ ছাৰ হেনৰিৰ লগত হোৱা সান্নিধ্যই প্ৰেমেৰে পূৰ্ণতা লাভ কৰাটো নিবিচাৰে। বহু সময়ত দুয়োকে ভিতৰুৱাকৈ গভীৰ আলোচনাত মজ্জিত হোৱাৰপৰা বিৰত ৰাখিবলৈ তেওঁ আপ্ৰাণ প্ৰয়াস কৰে। কথাই কথাই মই এইটোও তোমাক জনাই থওঁ যে যদিহে প্ৰেমঘটিত এই কাহিনীটোও আমাৰ অন্যান্য অসুবিধাবোৰৰ লগত যোগ দিব লগা হয়, ছাৰ হেনৰিক ক'লৈকো অকলশৰে যাবলৈ নিদিয়াকৈ ৰখাৰ কাৰণে তুমি মোক দিয়া নিৰ্দেশটো যথাযথ পালন কৰাটো অতিশয় কষ্টকৰ হ'ব। তোমাৰ নিৰ্দেশ আখৰে আখৰে পালন কৰিবলৈ গ'লে মোৰ জনপ্ৰিয়তা নিশ্চয় হ্ৰাস পাব।

অন্য এটা দিনত, দিনটো বৃহস্পতিবাৰ আছিল, সেইদিনা ডা° মৰ্টিমাৰে আমাৰ লগত দুপৰীয়াৰ আহাৰ খাইছিল। তেওঁ সম্প্ৰতি 'লং ডাউন'ত এটা মৈদাম খান্দি, প্ৰাগৈতিহাসিক যুগৰ জঁকা এটা পাই মনৰ আনন্দত ক'ব নোৱৰা হৈ আছে। তেওঁৰ দৰে নিজৰ বিষয়ত একান্ত আগ্ৰহী আৰু উদ্যমী লোক কেতিয়াও পোৱা নাযায়। ষ্টেপল্‌টন ভ্ৰাতৃ-ভগ্নী পাছত আহিছিল। ছাৰ হেনৰিয়ে অনুৰোধ কৰাত ডা° মৰ্টিমাৰে আমাৰ সকলোকে সেই ভয়ংকৰ নিশা কি ঘটিছিল ঘটনাস্থলীলৈ লৈ গৈ দেখুৱালে। দুশাৰী কলম দিয়া ওখ জোপোহা গছৰ বেৰৰ মাজেদি, দুয়োফালে কাষত লাগি থকা ঘাঁহৰ ঠেক বেষ্টনীৰে আগ বঢ়া ইউ গলিত কৰা আমাৰ সুদীৰ্ঘ পদ-যাত্ৰা প্ৰীতিপ্ৰদ নাছিল। একেবাৰে শেষ প্ৰান্তত আছিল উৱলি যোৱা নিকুঞ্জ গৃহটো। মাজ মূৰতে তৃণভূমিৰ ফালে থকা গেটখন, সেইখিনিতেই বৃদ্ধজনে ছিগাৰৰ ছাই পেলাইছিল। তাৰ

কাষতে শিকলি লগোৱা বগা ৰঙৰ কাঠৰ গেট। ইয়াৰ সিপাৰেই বিশাল তৃণভূমিখন। তোমাৰ ঘটনাটোৰ বিষয়ে কৰা তথ্য-বিশ্লেষণ মোৰ মনত আছে। এতিয়া মই সেইদৰেই কথাবোৰ খাপ খুৱাবলৈ প্ৰয়াস কৰিছোঁ। বৃদ্ধগৰাকী যেতিয়া ঠাইখনত থিয় হৈছিল, তেওঁ তৃণভূমিয়েদি কিবা এটা অহা দেখিছিল। এই কিবাটোৱে তেওঁক ইমান ভয় খুৱাইছিল যে উপায়ান্তৰ হৈ তেওঁ তৰা-নৰা ছিগি দৌৰ লগাইছিল। ফলস্বৰূপে ভয় আৰু ভাগৰত তেওঁৰ মৃত্যু ঘটে। তেওঁ দৌৰি যোৱা গলিটো আছিল সুদীৰ্ঘ, অন্ধকাৰ। কিন্তু কি দেখি তেওঁ দৌৰিছিল? তৃণভূমিত ভেড়াৰ জাক তদাৰক কৰা কুকুৰ, নে প্ৰেতাত্মা বুলি সন্দেহ কৰা ক'লা, নিৰৱ, বিৰাটকাৰ চিকাৰী কুকুৰটো? ঘটনাটোৰ লগত কোনোবা মানুহ জড়িত আছিল নেকি? শেঁতা মুখৰ, সদা-সচেতন বেৰিম'ৰে ইতিমধ্যে কোৱাতকৈও বেছি খবৰ জানে নেকি? সকলোবোৰ কথাই অস্পষ্ট, অনিশ্চিত। কিন্তু সকলো সময়তে যেন অপৰাধৰ গভীৰ ছাঁয়ে খেদি ফুৰিছে।

তোমালৈ শেষৰ চিঠিখন লিখা সময়ৰ পাছত আৰু এজন প্ৰতিবেশীক লগ পাইছোঁ। এওঁ হ'ল লেফটাৰ হলৰ মিষ্টাৰ ফ্ৰেংকলেণ্ড। তেওঁৰ বাসগৃহ হ'ল আমাৰ দক্ষিণ ফালে, চাৰি মাইলমান দূৰত। মানুহজন বয়সস্থ, ৰঙা মুখৰ শ্বেতকেশী, খিংখিঙীয়া ভদ্ৰলোক। ব্ৰিটিছ আইন ছালি-জাৰি চোৱাত তেওঁৰ তীব্ৰ আসক্তি আৰু মামলা-মোকৰ্দমা কৰি তেওঁ প্ৰচুৰ ধন-পইচা ব্যয় কৰিছে। আইনৰ যুদ্ধ কৰি আনন্দ উপভোগ কৰে কাৰণেই তেওঁ এই যুদ্ধত অৱতীৰ্ণ হয়। যুদ্ধৰ বিষয়টোৰ যিকোনো এটা ফালে তেওঁ সমৰ্থন আগ বঢ়ায়। স্বাভাৱিকতে তেওঁৰ এই আমোদ-আহৰণ অতিশয় খৰচী। মাজে-সময়ে তেওঁ সমূহীয়া পথ এটাকে বন্ধ কৰি দিব, আৰু স্থানীয় প্ৰশাসনে সেইটো খুলিবলৈ আহিলে যেনেপেৰি পাতি ধৰিব। আকৌ কেতিয়াবা তেওঁ স্বহস্তে আন কোনোবা মানুহৰ গেটখনকে ভাঙি পেলাব আৰু ঘোষণা কৰিব যে স্মৰণাতীত কালৰপৰাই সেই ফালেদি এটা ৰাজহুৱা পথ আছিল। তেতিয়া, ঘৰৰ গৃহস্থই তেওঁৰ বিপক্ষে অনধিকাৰ প্ৰৱেশৰ গোচৰ আনিব পাৰে। প্ৰাচীন ভূ-সম্পত্তি আৰু সামাজিক স্বত্ব সম্বন্ধে তেওঁ এজন তথ্যবিজ্ঞ লোক। তেওঁৰ এই বিজ্ঞতা 'ফাৰ্নবাৰ্ডিৰ গ্ৰামবাসীসকলৰ সপক্ষেও ব্যৱহৃত হয়, আৰু কেতিয়াবা তেওঁ ইয়াক বিপক্ষেও কামত লগায়। সেয়েহে, তেওঁৰ সমৰ্থনৰ ওপৰত ভিত্তি কৰি গ্ৰামবাসীসকলে কেতিয়াবা তেওঁক মূৰত তুলি নাচে, আৰু কেতিয়াবা তেওঁৰ প্ৰতিকৃতিও দাহ কৰে। বৰ্তমানে তেওঁ সাতটামান মোকৰ্দমাত লাগি আছে। তেওঁৰ বাকী থকা সা-সম্পদ বোধকৰোঁ এইকেইটা মোকৰ্দমাত অন্ত পেলাব আৰু তেতিয়া তেওঁৰ বিষ নাইকিয়া হ'ব। ফলস্বৰূপে ভৱিষ্যতে তেওঁ বিহদাঁত ভগা নিৰীহ ব্যক্তিত পৰিণত হ'ব। আইনৰ

মেৰপেছত লগাৰ কথা চিন্তা নকৰিলে, তেওঁ এজন মৰমিয়াল, সু-প্ৰকৃতিৰ লোক। মই তেওঁৰ কথা বিশেষভাৱে উল্লেখ কৰিছোঁ এই কাৰণেই যে তুমি মোক আমাৰ চাৰিওফালে থকা প্ৰতিবেশীসকলৰ বিষয়েও কিবা অলপ লিখিবলৈ কৈছিলা। এই লোকজন পাছে এতিয়া এক কৌতূহলজনিত কামত ব্যস্ত। এনেয়েও তেওঁ এজন অপেছাদাৰী জ্যোতিৰ্বিদ। তেওঁৰ এটা অতিশয় সংবেদনশীল দূৰবীক্ষণ যন্ত্ৰ আছে। এইটো বাসগৃহৰ মূধচত ৰাখি তেওঁ এতিয়া সমস্ত দিন ধৰি তৃণভূমিত কেনেবাকৈ পলৰীয়া অপৰাধীটোক দেখা পায় নেকি তাৰে তন্নতন্নকৈ সন্ধান কৰে। এইটো কামতে তেওঁৰ শক্তি নিয়োগ কৰাহেঁতেন ভালেই আছিল, পাছে এতিয়া ঘুনুক-ঘানাককৈ শুনা গৈছে যে ডা° মৰ্টিমাৰে নিকটতম আত্মীয়ৰ আগতীয়া সম্মতি নোলোৱাকৈ 'লং ডাউন'ত এটা মৈদাম খান্দি নৱ প্ৰান্তৰ যুগৰ এটা কংকাল উলিয়াই অনাৰ কাৰণে তেওঁ বোলে ডাক্তৰৰ বিপক্ষে এটা মোকৰ্দমা তৰাৰ ইচ্ছা। আমাৰ জীৱনটো বৈচিত্ৰ্যৰ অভাৱ নোহোৱাকৈ ৰখাত আৰু মাজে মাজে অতিকে প্ৰয়োজনীয় সামান্য আমোদৰ যোগান ধৰাত এই লোকগৰাকীয়ে নিশ্চয়কৈ সহায় কৰিছে।

এইখিনিয়েই হ'ল পলৰীয়া অপৰাধী, ষ্টেপলটন ভ্ৰাতৃ-ভগ্নী, ডা° মৰ্টিমাৰ আৰু লেফটাৰ হলৰ ফ্ৰেংকলেণ্ডৰ বিষয়ে শেহতীয়া খবৰ। এতিয়া মই আটাইতকৈ দৰকাৰী বেৰিম'ৰ দম্পতীৰ বিষয়ে আৰু অলপ কৈ, বিশেষকৈ কালি নিশা ঘটা ঘটনা এটাৰ বৰ্ণনাৰে, চিঠিখন শেষ কৰিব খোজোঁ।

প্ৰথম কথাটো হ'ল তুমি লণ্ডনৰপৰা পঠোৱা পৰীক্ষামূলক টেলিগ্ৰামখন সম্বন্ধে। তুমি এইখন পঠাইছিলা বেৰিম'ৰ ইয়াত প্ৰকৃততে আছিলনে নাই জানিবৰ বাবে। মই ইতিমধ্যে পোষ্টমাষ্টৰৰ সাক্ষ্যৰ কথা তোমাক জনাই কৈছিলোঁ যে পৰীক্ষা অৰ্থহীন হ'ল আৰু আমি সত্যতা নিৰূপণত ব্যৰ্থ হ'লোঁ। মই ছাৰ হেনৰিকো সকলো কথা ক'লোঁ। তেওঁ তৎক্ষণাৎ কথাটোত খাটাং হ'বৰ বাবে বেৰিম'ৰক মাতি সুধিলে যে তেওঁ নিজেই টেলিগ্ৰামখন লৈছিলনে নাই। বেৰিম'ৰে ক'লে যে তেওঁ লৈছিল।

ছাৰ হেনৰিয়ে আকৌ সুধিলে, "ল'ৰাজনে সেইখন আনি আপোনাৰ নিজৰ হাততে দিছিলনে?"

বেৰিম'ৰে বিস্ময়াভিভূত হৈ অলপ সময়ৰ বাবে কিবা চিন্তা কৰিলে।

তেওঁ ক'লে, "নাই, মোৰ হাতত দিয়া নাই। সেই সময়ত মই আটালৰ কোঠাটোত আছিলোঁ। আৰু মোৰ পত্নীয়ে টেলিগ্ৰামখন মোৰ ওচৰলৈ লৈ আহিছিল।"

"উত্তৰটো আপুনি নিজেই লিখি দিছিলনে?"

"নাই, মই উত্তৰটো পত্নীক কৈহে দিছিলোঁ আৰু তেওঁ তললৈ গৈ সেইটো লিখি দিছিল।"

সন্ধিয়া বেৰিম'ৰে নিজেই এই প্ৰসংগটো উনুকিয়ালে।

তেওঁ ক'লে, "ছাৰ হেনৰি, আজি ৰাতিপুৱা প্ৰশ্নটো আপুনি কি উদ্দেশ্যেৰে কৰিছিল ঠিক ধৰিব নোৱাৰিলোঁ। মই নিশ্চয় এনে কোনো কাম কৰা নাই, যিটোৰ কাৰণে আপোনাৰ আস্থা মই হেৰুৱাই পেলাইছোঁ।"

ছাৰ হেনৰিয়ে তেওঁক তেনে একো হোৱা নাই বুলি কৈ তেওঁৰ ভালৰি বোলাবলৈ নিজৰ পুৰণা পোছাক-পৰিচ্ছদৰ ভালেখিনি তেওঁক দি দিলে। অৱশ্যে ইতিমধ্যে ছাৰ হেনৰিৰ লণ্ডনৰ পোছাক-পৰিচ্ছদবোৰ আহি পাইছেহি।

শ্ৰীমতী বেৰিম'ৰৰ সম্বন্ধেও মোৰ আগ্ৰহ বৃদ্ধি পাইছে। মানুহগৰা[illegible]শকত-আৱত, বলিষ্ঠ, আত্ম-নিয়ন্ত্ৰিত আৰু সমীহ আদায় কৰিব পৰা। অলপ ৰক্ষণশীল যেনো লাগে। বৰ আৱেগিক যেন নালাগে। কিন্তু মই তোমাক জনাইছোঁৱেই যে আমাৰ ইয়াত প্ৰথম নিশাটোতে এওঁ বৰকৈ উচুপা মই শুনিছিলোঁ, তেতিয়াৰপৰা মই কেইবাদিনো তেওঁৰ চকুত চকুলোৰ সাঁচ দেখা পাইছোঁ। কিবা গভীৰ দুখে তেওঁৰ অন্তৰ খুলি খুলি খাইছে। কেতিয়াবা মই ভাবোঁ যে কিবা দোষী দোষী ভাবৰ স্মৃতিয়ে তেওঁক আমনি কৰে, কেতিয়াবা আকৌ মোৰ ধাৰণা হয় যে গৃহস্থালীত বেৰিম'ৰ এজন অত্যাচাৰী পুৰুষ, যিটোৰ ফল মানুহগৰাকীয়ে ভুগিব লাগিছে। মই অৱশ্যে সদায় সন্দেহ কৰি আহিছোঁ যে বেৰিম'ৰৰ চৰিত্ৰ সন্দেহমুক্ত নহয়। কিন্তু কালি নিশাৰ অভিযানে মোৰ সন্দেহক চৰম পৰ্য্যায়ত উপনীত কৰালে।

ঘটনাটো কিন্তু তথাপিও এটা সৰু কথা যেনেই লাগে। তুমি জানা যে মোৰ টোপনি কেতিয়াও গধুৰ নহয় আৰু যিহেতু মই এই বাসগৃহত সদা সচেতন হৈ থাকোঁ, মোৰ টোপনি আগতকৈও পাতল হৈছে। যোৱা নিশা প্ৰায় দুই বজাত মোৰ কোঠাটোৰ কাষেৰে কোনোবাই লঘু পদক্ষেপেৰে পাৰ হৈ যোৱা যেন লাগিল আৰু মই তৎক্ষণাৎ সাৰ পালোঁ। মই শোৱাৰপৰা উঠিলোঁ, কোঠাৰ দুৱাৰখন খুলিলোঁ আৰু বাহিৰলৈ জুমি চালোঁ। কৰিডৰেদি এটা দীঘল ছাঁ ক্ৰমশঃ চুঁচুৰি যোৱা দেখিলোঁ। ছাঁটো হাতত মম লৈ ঠেক পথেৰে গতি কৰা মানুহ এজনৰ। শাৰ্ট-পেণ্ট পিন্ধা মানুহজনৰ ভৰিৰ পতাত কিন্তু একো আৱৰণ নাই। মই মানুহজনৰ বহিৰাকৃতি মাথোঁ দেখা পাইছিলোঁ, কিন্তু তেওঁৰ উচ্চতাৰপৰা মই থিৰাং কৰিছিলোঁ যে এইজন বেৰিম'ৰৰ বাহিৰে আন কোনো

নহয়। তেওঁ বৰ লাহে লাহে সতৰ্কভাৱে খোজ দিছিল। তেওঁৰ সমস্ত অভিব্যক্তিতে বৰ্ণনাতীত কিবা দোষ আৰু গোপনীয়তাৰ ভাব দেখা পাইছিলোঁ।

মই তোমাক জনাইছিলোঁ যে 'হল'ৰ চাৰিওফালে থকা বেলকনিটোত কৰিডৰটো শেষ হৈছে। কিন্তু বেলকনিটোৰ সিপাৰেও কৰিডৰটো আকৌ আৰম্ভ হৈছিল। অলপ পৰ বৈ মানুহজন চকুৰ আঁৰ হোৱাৰ লগে লগে, মই একেটা পথৰেই মানুহজনক অনুসৰণ কৰিলোঁ। মই বেলকনিটোৰ শেষ প্ৰান্তত উপনীত হোৱাৰ সময়ত তেওঁ সিপাৰৰ কৰিডৰৰ শেষ প্ৰান্ত পাইছেগৈ। মই দেখা পালোঁ যে তেওঁ এটা কোঠাত সোমাইছে আৰু খোলা দুৱাৰখনেদি পোহৰৰ টিমিক-ঢামাক পোহৰ ওলাই আহিছে। তাত থকা সকলো কোঠাতে কোনো নাথাকে আৰু তাত একো আচবাবো নাই। সেয়েহে এই অভিযানটো মোৰ দৃষ্টিত অধিক ৰহস্যপূৰ্ণ যেন লাগিল। দুৱাৰেদি ওলাই অহা পোহৰ স্থিৰ হৈ থকা দেখি তেওঁ অলপো লৰচৰ নকৰাকৈ থকা বুলি ধাৰণা হ'ল। যিমান পাৰোঁ নিঃশব্দে মই পথটোৰেদি বগুৱা বাই আগ বাঢ়ি গ'লোঁ আৰু খোলা দুৱাৰখনৰ চুকেদি জুমি চালোঁ।

খিৰিকি এখনত কুঁজা হৈ বেৰিম'ৰে [illegible] তৃণভূমিৰ ফালে চাই মমডাল আইনাত হেঁচুকি ধৰি আছে। তৃণভূমিৰ আন্ধাৰত দৃষ্টি পেলাই তেওঁ যেন কিবা এটা যেন প্ৰত্যাশা কৰি আছে। মুখখন কঠিন। কেইমিনিটমানৰ বাবে তেওঁ নিবিষ্ট মনে সতৰ্ক দৃষ্টি ৰাখিলে। তাৰ পাছত তেওঁ সশব্দে এটা হুমুনিয়াহ কাঢ়িলে আৰু এক অস্থিৰ ভংগী কৰি মমডাল নুমাই পেলালে। ময়ো তৎক্ষণাৎ মোৰ কোঠালৈ ঘূৰি আহিলোঁ আৰু অলপ পাছতে চুপি চুপি উলটি যোৱা খোজৰ আভাস পালোঁ। বহু সময়ৰ পাছত মোৰ যেতিয়া পাতলীয়াকৈ টোপনি আহিছে, ক'ৰবাত তলাত চাবি ঘূৰোৱা শব্দ শুনিবলৈ পালোঁ, পাছে শব্দটোনো ক'ৰপৰা আহিছিল মই ধৰিব নোৱাৰিলোঁ। এই সকলোবোৰ ঘটনাৰপৰা কিনো ঘটি আছে মই অনুমান কৰিব পৰা নাই। কিন্তু এই তমসাচ্ছন্ন বাসগৃহত গোপনীয় কিবা কাম যে চলি আছে সি ধ্ৰুৱপ। সোনকালেই হওক বা পলমকৈয়ে হওক, আমি ইয়াৰ আঁতিগুৰি উলিয়ামেই। মোৰ নিজৰ ধাৰণাৰে মই তোমাক আমনি কৰিব নোখোজোঁ, কিয়নো তুমি মোক মাথোঁ তথ্যসমূহহে পৰিৱেশন কৰিবলৈ কৈছিলা। সুদীৰ্ঘ সময় ধৰি হ্যাৰ হেনৰিৰ লগত আজি পুৱা মই এই বিষয়ে কথা পাতিছোঁ। যোৱা নিশাৰ ঘটনাবোৰৰ বিষয়ে মোৰ ধাৰণাক ভিত্তি কৰিয়েই এক প্ৰচাৰ অভিযান চলাবলৈ আমি আঁচনি কৰিছোঁ। ইয়াৰ বিষয়ে মই এতিয়া নকওঁ। কিন্তু ইয়েই মোৰ পাছৰ প্ৰতিবেদনখন মনোগ্ৰাহী কৰিব।

অধ্যায় ৯

# ডাক্তৰ ৱাটছনৰ দ্বিতীয় প্ৰতিবেদন

## তৃণভূমিৰ ওপৰত আলোকপাত

বাস্কাৰভিল হল,
১৫ অক্টোবৰ

প্ৰিয় হ'মৃছ,

মোৰ 'মিছন'ৰ প্ৰথমৰ দিনবোৰত যদিও তোমালৈ বিশেষ খবৰ পঠাব পৰা নাছিলোঁ, এতিয়া কিন্তু তাৰ ক্ষতিপূৰণ কৰিছোঁ। বহুতো ঘটনা এতিয়া দ্ৰুতগতিত সংঘটিত হৈছে। ইয়াৰ আগৰ প্ৰতিবেদনৰ শেষৰ ফালে খিৰিকিমুখত বেৰিম'ৰ সম্বন্ধে তোমাক জনাইছোঁ। এতিয়া মোৰ জোলোঙাত দেখাৰ খবৰ গোট খাইছে। যদি মোৰ অনুমান ভুল হোৱা নাই, এই খবৰবোৰে তোমাকো বিস্ময়াভিভূত কৰিব। ঘটনাৰ এই দ্ৰুত পৰিবৰ্তন সম্বন্ধে মই কোনো আগতীয়া অনুমান কৰিব পৰা নাছিলোঁ। যোৱা আঠচল্লিছ ঘণ্টাত কোনো কোনো ক্ষেত্ৰত ঘটনাবোৰ অধিক স্পষ্ট হৈছে। আকৌ কোনো প্ৰকাৰে এইবোৰ বেছি জটিল হৈ পৰিছে। যি নহওক, সকলো ঘটনাৰ বিষয়ে মই তোমাক জনাম আৰু তুমি নিজেই এইবোৰ বিবেচনা কৰিবা।

মোৰ অভিযানৰ পাছদিনা পুৱা প্ৰাতৰাশৰ আগতেই মই কৰিডৰেদি গৈ আগদিনা নিশা বেৰিম'ৰ সোমোৱা কোঠাটো পৰীক্ষা কৰিলোঁ। মই লক্ষ্য কৰিলোঁ যে পশ্চিম ফালৰ যিখন খিৰিকিৰ মাজেৰে বেৰিম'ৰে তধা লাগি চাইছিল, সেইখনৰ, ঘৰটোৰ আন খিৰিকিবোৰতকৈ, বিশেষভাৱে এটা কথাত প্ৰভেদ আছে। এইখন খিৰিকিৰে তৃণভূমিৰ দৃশ্য ভালদৰে আৰু একেবাৰে ওচৰৰপৰা দেখা পায়। দুজোপা গছৰ মাজত থকা এটা ফাঁকৰ কাৰণেহে এইটো সম্ভৱ হয়। আনবিলাক খিৰিকিৰে চকামকাকৈহে তৃণভূমিৰ দূৰৈৰ দৃশ্য দেখা যায়। সেয়েহে এইটো ধৰিব পাৰি যে বেৰিম'ৰে তৃণভূমিত কোনোবা মানুহ বা কিবা বস্তু চাবলৈ এই খিৰিকিখন বাছি লৈছিল। নিশাটো আছিল অতিশয় অন্ধকাৰময়। সেয়েহে মই নাভাবোঁ যে তেওঁ কাৰোবাক দেখা পোৱাৰ আশা কৰিছিল। মোৰ মনত খেলাইছে যে এইটো গুপ্ত প্ৰণয় সংক্ৰান্ত ঘটনা হোৱাটোও অসম্ভৱ নহয়। বেৰিম'ৰে চুপেচাপে আহ-যাহ কৰা ঘটনাটো আৰু তেওঁৰ পত্নীৰ অস্থিৰ অৱস্থাই এনে এক সম্ভাৱনালৈকে আঙুলিয়ায়। মানুহজন অত্যন্ত ধুনীয়া, আকৰ্ষণীয় তেওঁ গাঁৱৰ ৰমণীৰ হিয়া জয় কৰাত স্বাভাৱিকতে সমৰ্থ।

ইও মোৰ ধাৰণাটোকে সমৰ্থন জনায়। মই কোঠাত আহি শোৱাৰ পাছত শুনা দুৱাৰৰ তলা খোলাৰ অৰ্থ এয়ে হ'ব পাৰে যে তেওঁ ক'ৰবাত গুপুতে কাৰোবাক সাক্ষাৎ কৰিবলৈ গৈছিল। ৰাতিপুৱা মই কথাবোৰ এইদৰেই চালি-জাৰি চাইছিলোঁ। মোৰ সন্দেহ কোন দিশে গতি কৰিছে তোমাক জনালোঁ। পাছত হয়তো এইটোও প্ৰমাণিত হ'ব পাৰে যে এই কথাবোৰ ভিত্তিহীন আছিল।

বেৰিম'ৰ এই গোপন আহ-যাহৰ ব্যাখ্যা যিয়েই হওক, মই গোনতে কথাখিনি নিজেই ধৰি ৰাখিলেও শেহত এই বিষয়ে ছাৰ হেনৰিৰ লগত আলোচনা কৰাটো উচিত বুলি ভাবিলোঁ। প্ৰাতৰাশৰ পাছত পঢ়া কোঠাত তেওঁৰ সৈতে মোৰ সাক্ষাৎ হ'ল। মই তেওঁক সকলো বিৱৰি ক'লোঁ। মই ভবাৰ দৰে তেওঁ কিন্তু বৰ আচৰিত নহ'ল।

তেওঁ ক'লে, "মই জানো যে বেৰিম'ৰে নিশা ৰবকৈ আহা-যাহ কৰে আৰু মই তেওঁক এই বিষয়ে কোৱাৰ কথাই আছিল। কালি নিশা আপুনি কোৱা সময়তে মৱো কৰিডৰৰ পথেদি আহা-যোৱা কৰা ভৰিৰ খোজৰ শব্দ শুনিবলৈ পাইছিলোঁ।"

মই ক'লোঁ, "বোধকৰোঁ তেওঁ প্ৰতি নিশাই সেই বিশেষ খিৰিকিখনৰ ওচৰলৈ যায়।"

"বোধকৰোঁ যায়। যদি তেওঁ তাকে কৰে, আমি তেওঁক অনুসৰণ কৰি তেওঁনো কি কৰে জানিব পাৰিম। আপোনাৰ বন্ধু হ'ম্‌ছ যদি এই সময়ত ইয়াত থাকিলহেঁতেন, তেওঁনো কি কৰিলেহেঁতেন জানিবলৈ ইচ্ছা হয়।"

মই ক'লোঁ, "মোৰ বিশ্বাস, আপুনি এতিয়া যিটো পৰামৰ্শ দিলে, তেৰোঁ ঠিক সেইটোকে কৰিলেহেঁতেন। তেওঁ বেৰিম'ৰক অনুসৰণ কৰিলেহেঁতেন আৰু তেওঁনো কি কৰে চালেহেঁতেন।"

"তেনেহ'লে আমিও একেলগে তাকেই কৰিম।"

"কিন্তু নিশ্চয় তেৰোঁ আমি অনুসৰণ কৰাটো গম পাব।"

"মানুহজন বধিৰ যেন লাগে। যি নহওক, আমি এটা সুযোগ ল'বলৈ প্ৰয়াস কৰিম। তেওঁ অহালৈকে আজি আমি মোৰ কোঠাত বহি থাকিম।"

কথাখিনি কৈ ছাৰ হেনৰিয়ে আনন্দতে হাত দুখন মোহাৰিবলৈ ধৰিলে। তেওঁৰ ভাব-ভংগীৰপৰা এইটো স্পষ্ট যে তৃণভূমিৰ নিস্তৰংগ জীৱন-যাপনৰপৰা এইদৰে সকাহ পাবলৈকে যেন তেওঁ এই অভিযানক আদৰণি জনাইছে।

বেৰনেটজনে ছাৰ চাৰ্লছৰ হৈ গৃহৰ আঁচনি কৰা স্থপতি আৰু লণ্ডনৰ এজন ঠিকাদাৰৰ লগত যোগাযোগ কৰিছে। গতিকে অতি সোনকালেই আমি ইয়াৰ বাসগৃহৰ যথেষ্ট পৰিৱৰ্তন আশা কৰিব পাৰোঁ। 'প্লাইমাউথ'ৰপৰা আচবাব আৰু সজ্জা শিল্পী

অনা হৈছে। এইবোৰৰ অৰ্থ হ'ল আমাৰ বন্ধুৱে অশেষ কষ্ট আৰু বিস্তৰ বিত্তৰ বিনিময়ত তেওঁৰ পৰিয়ালৰ গৰিমা পুনঃপ্ৰতিষ্ঠা কৰাত উঠি-পৰি লাগিছে। বাসগৃহটো সংস্কাৰ কৰি নতুন আচবাবেৰে সজাই তোলাৰ পাছত ইয়াক পূৰ্ণাংগ ৰূপ দিবলৈ প্ৰয়োজন হ'ব তেওঁৰ এগৰাকী পত্নীৰ। আমি ভবা মতে, যদিহে ৰমণীগৰাকীয়ে খেঁৰোগেঁৰো নকৰে এইটো কামো সোনকালেই হ'ব। বেৰনেটজন আমাৰ ৰূপহী প্ৰতিবেশী মিছ ষ্টেপলটনৰ প্ৰেমত যি ধৰণে হাবুডুবু খাইছে, তেনে নেতিবাচক ঘটনা কেতিয়াবা কাচিৎহে ঘটে। এনে পৰিৱেশত আশা কৰা অনুসৰি পাছে এই প্ৰকৃত প্ৰেম মসৃণ গতিত আগ বঢ়া নাই। আজিয়েই এনে এটা ঘটনা ঘটিছে, যি এই মসৃণতাত বাধাৰ সৃষ্টি কৰি আমাৰ বন্ধুক বিৰক্ত আৰু বিবশ কৰিছে।

বেৰিম'ৰৰ বিষয়ে ওপৰত কোৱা ধৰণে কথা-বতৰা হোৱাৰ পাছত ছাৰ হেনৰিয়ে-তেওঁৰ টুপীটো পিন্ধি বাহিৰলৈ ওলাই যাবলৈ সাজু হ'ল। স্বাভাৱিকতে ময়ো সাজু হৈ ওলালোঁ।

কৌতূহলেৰে মোলৈ চাই তেওঁ সুধিলে, "কি হ'ল, ৱাটছন, আপুনিও যাব খুজিছে নেকি?"

মই ক'লোঁ, "আপুনি যদি তৃণভূমিত ফুৰিবলৈ ওলাইছে।"

"এৰা, মই তৃণভূমিতে ফুৰিম।"

"মোক কি নিৰ্দেশ দিয়া হৈছিল, আপুনি ভালদৰেই জানে। আপোনাক অকলশৰে নেৰিবলৈ, বিশেষকৈ আপুনি যেতিয়া তৃণভূমিত ফুৰে, তেতিয়া কেতিয়াও লগ এৰা নিদিবলৈ হ'মছে মোক দঢ়াই দঢ়াই কোৱা আপুনি নিজেও শুনিছিল। আপোনাক অসুবিধা দিয়াৰ কাৰণে ক্ষমা কৰিব।"

ছাৰ হেনৰিয়ে মোহনীয় মিচিকি হাঁহি মাৰি, মোৰ বাহুত এখন হাত থৈ ক'লে, "প্ৰিয় বন্ধু, অতিকৈ বিজ্ঞ লোক হোৱা সত্ত্বেও হ'মছে মই তৃণভূমিলৈ অহাৰ পাছত সংঘটিত কিছুমান ঘটনাৰ বিষয়ে অনুমান কৰিব পৰা নাছিল। আপুনি নিশ্চয় মোৰ কথা বুজিছে? মই নিশ্চিত যে মোৰ ব্যক্তিগত আনন্দ উপভোগত বাধাৰ সৃষ্টি কৰা আপুনি এজন নিৰস ব্যক্তি নহয়। মই অকলে যাবই লাগিব।"

তেওঁৰ কথাই মোক মহা বিপাণ্ডত পেলালে। মই কি কৰোঁ, কি কওঁ থিবাং কৰিব নোৱাৰি বিবুধি হ'লোঁ। মই কিবা কোৱাৰ আগতেই তেওঁ বেতৰ লাঠীডাল ল'লে আৰু ওলাই গ'ল।

কিন্তু কথাটো মোৰ বিবেকে সহ্য নকৰিলে। মই নিজকে ধিক্কাৰ দিলোঁ। যিকোনো অৱস্থাতে মই তেওঁক মোৰ চকুৰ আঁৰ হ'বলৈ দিব নালাগিছিল। যদিহে কিবা দুৰ্যোগ

ঘটে, মই তোমাৰ নিৰ্দেশ অমান্য কৰাৰ কি কৈফিয়ৎ দিম। এতিয়া, এইদৰে কথাটো ভাবি মই ৰঙা-ছিঙা পৰি গৈছোঁ। মই মনতে ভাবিলোঁ যে এতিয়াও মই তেওঁক লগ ধৰিব পাৰোঁ। সেয়েহে মই 'মেৰিপিট হাউছ'ৰ ফালে ততাতৈয়াকৈ যাত্ৰা কৰিলোঁ।

মই তৰা-নৰা ছিগি বেগাই গ'লোঁ যদিও ছাৰ হেনৰিৰ একো সন্ধান পোৱা নাছিলোঁ। শেষত মই এনে এখন ঠাইত উপস্থিত হ'লোঁহি, য'ৰপৰা মূল পথটো তৃণভূমিত কেইবাটাও শাখাত ভাগ লৈ আগ বাঢ়িছে। মই ভুল পথেদি আহিলোঁ বুলি চিন্তা কৰি, চাৰিওফালে চাবলৈ সুবিধা হ'ব বুলি ওচৰৰে পাহাৰ এখনত উঠিলোঁগৈ। তাৰপৰা কিন্তু তেওঁক তৎক্ষণাৎ দেখিলোঁ। প্ৰায় এমাইলৰ চতুৰ্থাংশ মান দূৰত তৃণভূমিৰ এটা পথেদি ধীৰ খোজেৰে তেওঁ গৈ আছে, কাষত এগৰাকী ৰমণী। তেওঁ আন কোনো নহয়, মিছ ষ্টেপলটনহে। এইটো স্পষ্ট যে তেওঁলোকে আগতীয়াকৈ কথা পাতি নিৰ্দিষ্ট পথটো ঠিক কৰি থৈছিল। গভীৰ কথা-বতৰাত নিমগ্ন তেওঁলোকে লাহে লাহে খোজ পেলাইছিল। মিছ ষ্টেপলটনে তেওঁৰ হস্তযুগল দ্ৰুতভাৱে সঞ্চালন কৰি আগ্ৰহেৰে ছাৰ হেনৰিক কিবা কৈ যোৱা মই দেখা পালোঁ। তেৰোঁ মনোযোগেৰে ৰমণীগৰাকীৰ কথা শুনি যোৱা যেন লাগিল, কিন্তু মাজে মাজে তেওঁ মূৰটো এনেকৈ জোকাৰিছে যে তেওঁ বোধকৰোঁ মিছৰ কথা সমৰ্থন কৰিব পৰা নাই। শিলৰ মাজত থিয় হৈ তেওঁলোকলৈ চাই মইনো এতিয়া কি কৰোঁ ভাবি দোধোৰ-মোৰত পৰিলোঁ। তেওঁলোকক অনুসৰণ কৰা আৰু ঘনিষ্ঠ কথা-বতৰাৰ মাজত বাধাৰ সৃষ্টি কৰাটো হ'ব এক ঘোৰ অন্যায়। অথচ তেওঁলোকক কোনোপধ্যেই মুহূৰ্তৰ কাৰণে হ'লেও মোৰ দৃষ্টিৰ আঁৰ হ'বলৈ দিয়াটো হ'ব মোৰ কৰ্তব্যৰ গাফিলতি। এজন বন্ধুৰ বিপক্ষে চোৰাংচোৱা হ'বলৈ যোৱাটো এক ঘৃণনীয় কাম। তথাপি, পাহাৰখনৰ ওপৰৰপৰাই তেওঁলোকক নিৰীক্ষণ কৰাৰ বাহিৰে মোৰ অন্য উপায় নাই। মোৰ বিবেক শুদ্ধ কৰিবলৈ ছাৰ হেনৰিৰ ওচৰত পাছত দোষ স্বীকাৰ কৰিব লাগিব। অৱশ্যে যদিহে তেওঁৰ কিবা বিপদ হয়, ইমান দূৰৰপৰা মই কিবা সহায় কৰিব পৰাটো সম্ভৱ নহ'ব, তথাপি বৰ্তমান পৰিস্থিতিত মইতো আৰু একো কৰিব নোৱাৰোঁ বুলি তুমি নিশ্চয় বুজি পাইছা।

মোৰ বন্ধু ছাৰ হেনৰি আৰু মহিলাগৰাকী বাটতে ৰ'ল আৰু গভীৰভাৱে কথা-বতৰাত নিমগ্ন হ'ল। মোৰ সজাগ দৃষ্টিত হঠাতে ধৰা পৰিল যে এই নিবিড় সাক্ষাৎকাৰৰ সাক্ষী অকল ময়ে নহয়। বতাহত উৰি থকা সেউজীয়া থোপা এটাই মোৰ দৃষ্টি আকৰ্ষণ কৰাৰ পাছ মুহূৰ্ততে মই দেখিলোঁ যে থোপাটো মাৰি এডালত গুজাই থোৱা আছে আৰু সেই মাৰিডাল কঢ়িয়াই আনিছে ওখোৰা-মোখোৰা তৃণভূমিত ঘূৰি ফুৰা মানুহ এজনে। এই মানুহজন আন কোনো নহয়, পখিলাৰ জালৰে সৈতে তেওঁ

মিষ্টাৰ ষ্টেপলট্‌ন। প্ৰেমিক দুগৰাকীৰ নিচেই ওচৰ পালেগৈ আৰু তেওঁলোকৰ ফাললৈ আগ বাঢ়ি যোৱাও দেখিলোঁ। সেই সময়তে আকৌ মিছ ষ্টেপলট্‌নক ছাৰ হেনৰিয়ে হঠাতে গাৰ কাষলৈ টানি নিয়া দেখিলোঁ। তেওঁ মহিলাগৰাকী সাবটি ধৰোঁতে তেওঁ যেন মুখখন তেওঁৰপৰা আঁতৰাই আনিছিল। তেওঁৰ মূৰটো মহিলাগৰাকীৰ মূৰৰ ওপৰত আৰু মহিলাগৰাকীয়ে যেন এখন হাত দাঙি কিবা আপত্তি কৰিছে। পাছ মুহূৰ্ততে মই দেখিলোঁ দুয়ো কিবা চঁক খোৱাৰ দৰে পৰস্পৰৰপৰা জঁাপ মাৰি আঁতৰি আহি মূৰ ঘূৰাই দিলে। কাৰণটো হ'ল ষ্টেপলট্‌নৰ আগমনত হোৱা ব্যাঘাত। অদ্ভুত জালখন পিঠিৰ ফালে ওলমাই উন্মত্তভাৱে তেওঁ দুয়োৰে ওচৰলৈ দৌৰি গ'ল। অংগী-ভংগী কৰি তেওঁ প্ৰেমিক যুগলৰ সন্মুখত যেন নাচিবলৈ ধৰিলে। দৃশ্যটো সম্বন্ধে মই সম্পূৰ্ণকৈ ধাৰণা কৰিব নোৱাৰিলেও এইটো বুজিলোঁ যে ষ্টেপলট্‌নে ছাৰ হেনৰিক তিৰস্কাৰ কৰিছে আৰু ছাৰ হেনৰিয়েও নিজাকৈ ব্যাখ্যা দিছে। তেওঁৰ ব্যাখ্যা শুনি ষ্টেপলট্‌নৰ খং যেন দুগুণে চৰিল। দুৰ্বিনীত নিৰৱতাৰে মহিলাগৰাকী থিয় হৈ থাকিল। অৱশেষত ষ্টেপলট্‌ন উভতিল আৰু উদ্ধতভাৱে ভনীয়েককো মাতিলে। ছাৰ হেনৰিৰ ফালে এক দ্বিধাগ্ৰস্ত চাৱনি দি তেওঁ ককায়েকৰ কাষলৈ গ'ল। প্ৰকৃতিবিদজনৰ ক্ৰুদ্ধ অংগী-ভংগীৰপৰা বুজা যায় মহিলাগৰাকীয়েও বাক্যবাণৰপৰা সাৰি যাব পৰা নাছিল। বেৰনেটজনে এক মিনিটমান তেওঁলোক যোৱা চাই থাকিল আৰু তাৰ পাছত লাহে লাহে তেওঁ অহা পথে উলটি আহিল। হতাশাত তেওঁ তলমূৰ কৰি খোজ পেলাইছিল।

এনে এক পৰিস্থিতিৰ তাৎপৰ্য্য মই ধাৰণা কৰিব নোৱাৰোঁ। কিন্তু মোৰ বন্ধুৰ অজ্ঞাতে এনে এক নিবিড় দৃশ্যৰ প্ৰত্যক্ষদৰ্শী হোৱা কাৰণে মই অতিকৈ লাজ পালোঁ। পাহাৰৰ ওপৰৰপৰা নামি গৈ মই বেৰনেটজনক লগ ধৰিলোঁগৈ। খঙত তেওঁ ৰঙা-চিঙা পৰিছে, তেওঁৰ কপাল কোঁচ খাইছে আৰু তেওঁ এতিয়া কিংকৰ্তব্যবিমূঢ়।

"অ' ৱাটছন দেখোন! আপুনিনো ক'ৰপৰা সৰি পৰিল?" তেওঁ সুধিলে। "আপুনি নিশ্চয় মোৰ পিছে পিছে অহা নাই।"

মোৰ অৱস্থাৰ কথা তেওঁক বুজাই ক'লোঁ, মই ক'লোঁ যে তেওঁৰপৰা আঁতৰি থকাটো মোৰ কাৰণে অসম্ভৱ, সেয়েহে মই তেওঁক অনুসৰণ কৰিছিলোঁ আৰু সংঘটিত ঘটনাটোৰ সকলোখিনিয়েই দেখা পাইছিলোঁ। মোৰ কথা শুনি তেওঁ এক জ্বলন্ত দৃষ্টি নিক্ষেপ কৰিলেও মোৰ স্পষ্ট স্বীকাৰোক্তিৰ কাৰণেই বোধকৰোঁ তেওঁৰ খং লাহে লাহে কমিল। অৱশেষত তেওঁ বৰঞ্চ এক বিষাদৰ হাঁহি মাৰিলে।

"এই প্ৰেইৰি অঞ্চলৰ মাজভাগৰ নিৰ্জনতাত অন্ততঃ এজন লোকে অকলশৰে ব্যক্তিগত চিন্তা-চৰ্চা কৰাৰ কাৰণে নিৰাপদ বুলি বিবেচনা কৰিব পাৰে। কিন্তু সমস্ত

গাঁওখনেই যেন মোৰ প্ৰেম নিবেদন চাবলৈহে বৈ আছিল, সঁচাই কি যে এক চৰম দুৰ্ভগীয়া প্ৰেম-নিবেদন। আপুনিনো ক'ত বহি আছিল?"

"মই পাহাৰৰ ওপৰত আছিলোঁ।"

"এহ, একেবাৰে শেষৰ শাৰীত? কিন্তু তেওঁৰ দাদাক আহি একেবাৰে সম্মুখত ওলালহি। আপুনি তেওঁক আমাৰ ওচৰলৈ অহা দেখিছিলনে?"

"এৰা, দেখিছিলোঁ।"

"এই দাদাকজন বাৰু আপুনি অপ্ৰকৃতিস্থ বুলি নাভাবেনে?"

"মই ঠিক ক'ব নোৱাৰোঁ।"

"ময়ো ক'ব নোৱাৰোঁ। মইতো তেওঁক আজিৰ এই ঘটনাটো সংঘটিত হোৱাৰ আগলৈকে এজন সুস্থিৰ লোকৰ মানুহ বুলিয়েই জ্ঞান কৰিছিলোঁ। আপুনি বিশ্বাস কৰক, হয় তেওঁ, নহ'লে ময়েই উন্মাদ হ'ব লাগিব। মোৰ বিষয়ে চিন্তা কৰিব লগা কি আছে? বাটছন, আপুনিতো কেইবাসপ্তাহো ইতিমধ্যে মোৰ সৈতে আছে। এতিয়া আপুনি খোলাকৈয়ে কওকচোন বাৰু, এনে কিবা কথা আছে নেকি, যিটোৰ কাৰণে মোৰ প্ৰেয়সীৰ এজন যথোপযুক্ত স্বামী হোৱাৰ যোগ্যতা মোৰ নাই?"

"মই ক'বলৈ বাধ্য, তেনে কোনো কথা নাই।"

"মোৰ পাৰ্থিব সম্পদৰ বিষয়ে তেওঁ আপত্তি কৰিব নোৱাৰে। সেয়েহে নিশ্চয় তেওঁৰ মোক, মানুহটোক লৈয়ে আপত্তি আছে। মোৰ বিপক্ষে তেওঁকনো কি ক'ব লগা আছে? মই জীৱনত কোনো মানুহকে, তেওঁ পুৰুষেই হওক বা নাৰীয়েই হওক, কষ্ট দি পোৱা নাই। অথচ তেওঁ বোলে মোৰ প্ৰেয়সীৰ আঙুলিৰ মূৰটোও চুবলৈ নিদিয়ে।"

"তেওঁ তেনেকৈ কৈছে নেকি?"

"সেয়াতো কৈছেই, আৰু বহুতো কথা কৈছে। বাটছন, প্ৰেয়সীৰ সান্নিধ্যলৈ অহা মোৰ কেইসপ্তাহমানহে হৈছে। কিন্তু প্ৰথম দিনাই, মোৰ উপলব্ধি হৈছিল তেৱেঁই মোৰ মনৰ গৰাকী আৰু তেওঁৰ সৃষ্টি মোৰ কাৰণেই। মই ডাঠি ক'ব পাৰোঁ যে তেৱোঁ মোৰ সান্নিধ্যত অতিকৈ সুখী। ৰমণীৰ দৃষ্টিৰ জ্যোতিয়ে শব্দতকৈও উচ্চস্বৰে কথা ক'ব পাৰে। কিন্তু তেওঁ ভনীয়েকক কেতিয়াও মোৰ সৈতে অকলশৰীয়াকৈ থাকিবলৈ নিদিয়ে। আজি পোন প্ৰথমবাৰৰ বাবে মই তেওঁৰ লগত দুআষাৰ কথা অকলশৰে পতাৰ সুবিধা লৈছিলোঁ। কিন্তু তেওঁ কোনো প্ৰেমৰ কথা কোৱা নাছিল, আনকি তেওঁ মোকো তেনে কথা পতাৰপৰা বিৰত ৰাখিবলৈ বিচাৰিছিল। তেওঁ মাথোঁ বাৰে বাৰে কৈছিল যে এই ঠাইখন বৰ ভয়াবহ আৰু যেতিয়ালৈকে এই ঠাই এৰি মই গুচি নাযাওঁ,

তেতিয়ালৈকে তেওঁ সুখী নহয়। মই তেওঁক ক'লোঁ যে মই ততাতৈয়াকৈ এই ঠাই এৰি যাব নোখোজোঁ। তেওঁ যদি সঁচাকৈয়ে মই এই ঠাইখন এৰি যোৱাটো বিচাৰিছে, তেতিয়া তেৰোঁ মোৰ লগত যাবলৈ সাজু হ'ব লাগিব। এইকেইটা কথাৰে মই এক প্ৰকাৰ তেওঁক বিয়াৰ প্ৰস্তাৱেই দিছিলোঁ, কিন্তু তেওঁ কিবা উত্তৰ দিয়াৰ আগতেই উন্মাদৰ দৰে তেওঁৰ ককায়েক ওলালহি। খঙতে মানুহজনৰ মুখমণ্ডল শেঁতা পৰি গৈছে আৰু তেওঁৰ চকুকেইটা জ্বলি উঠিছে। মই তাত মহিলাগৰাকীৰ লগত কি কৰিছোঁ? মহিলাগৰাকীৰ কাৰণে অপ্ৰীতিকৰ এনে মনোযোগ আকৰ্ষণ কৰিবলৈ মই কেনেকৈ সাহ কৰিছোঁ? মই এইটো ভাবোঁ নেকি যে বেৰনেট হোৱাৰ কাৰণেই মোৰ যিহকেই ইচ্ছা তাকেই কৰিব পাৰোঁ। যদি তেওঁ ৰমণীগৰাকীৰ ককায়েক নহ'লহেঁতেন মই তেওঁক ভালকৈয়ে সমিধান দিলোঁহেঁতেন। এতিয়া অৱশ্যে তেওঁক ক'লোঁ যে তেওঁ তেওঁৰ ভনীক মই সসন্মানে পত্নীৰ মৰ্য্যাদা দিব খোজোঁ বুলি ক'বলৈ মোৰ কোনো দ্বিধা নাই। মোৰ কথাত পাছে পৰিস্থিতি ভাললৈ নাহিল, আৰু সেয়েহে মোৰো খং উঠিল। মই বোধকৰোঁ ভনীয়েকৰ সম্মুখতে তেওঁক অলপ বেয়াকৈয়ে ক'লোঁ। তেৰোঁ শেষত ভনীয়েকক লগত লৈ গ'ল, যিটো আপুনি দেখিছে। মই এতিয়া দোধোৰ-মোৰ অৱস্থাত। বাটছন, এতিয়া আপুনি মোক কওক, মই কি কৰিব পাৰোঁ। এই পৰামৰ্শৰ কাৰণে মই আপোনাৰ ওচৰত ঋণী হৈ থাকিম।"

মই এটানে দুটা ব্যাখ্যা আগ বঢ়ালোঁ, কিন্তু প্ৰকৃততে ময়ো নিজেই বিমোৰত পৰিলোঁ। আমাৰ বন্ধুৰ খিতাপ, তেওঁৰ সা-সম্পত্তি, তেওঁৰ বয়স, তেওঁৰ চৰিত্ৰ আৰু তেওঁৰ অৱয়ৱ—এই সকলোবোৰেই তেওঁৰ সপক্ষে আছে। এই পৰিয়ালে ভোগ কৰা দুৰ্কপলীয়া ঘটনাটোৰ বাদে মই তেওঁৰ বিপক্ষে ক'ব লগা আন কিবা আছে বুলি নাজানো। মহিলাগৰাকীৰ নিজৰ ইচ্ছা-অনিচ্ছাৰ একো সম্ভেদ নোলোৱাকৈ তেওঁৰ প্ৰস্তাৱ ইমান অমাৰ্জিতভাৱে উপেক্ষা কৰাটো আৰু মহিলাগৰাকীয়েও বিনা প্ৰতিবাদেৰে এই প্ৰতিকূল পৰিস্থিতি মানি লোৱাটো বৰ বিস্ময়কৰ কথা। যি নহওক, আমাৰ ভাবনা-চিন্তা সকলো সেইদিনা আবেলিয়েই তল পৰিল। কিয়নো বিয়লি বেলিকা ষ্টেপল্‌টন নিজেই পুৱা বেলাৰ তেওঁৰ অপ্ৰীতিকৰ আচৰণৰ বাবে ক্ষমা খুজিবলৈ আহিল। ছাৰ হেনৰিৰ পঢ়া কোঠালিত দুয়োৰে সুদীৰ্ঘ ব্যক্তিগত আলোচনা হ'ল। এই আলোচনাৰ পৰিণতিস্বৰূপে দুয়োৰে মনোমালিন্য একেবাৰে দূৰ হ'ল। এই সমিল-মিলৰ নিদৰ্শনস্বৰূপে পাছৰ শুক্ৰবাৰে আমি মেৰিপিট হাউছত আহাৰ গ্ৰহণ কৰাটোও ঠিক হ'ল।

ছাৰ হেনৰিয়ে মোক ক'লে, "মই পাছে এতিয়াও তেওঁ এজন অপ্ৰকৃতিস্থ লোক

বুলিয়েই ভাবোঁ। ৰাতিপুৱা মোৰ ওচৰলৈ লৰি আহোঁতে তেওঁৰ চকুৰ উন্মাদ দৃষ্টি মই পাহৰিব নোৱাৰোঁ। পাছে মই এইটোও স্বীকাৰ কৰিব লাগিব যে তেওঁ যি ধৰণে মোৰ ওচৰত ক্ষমা ভিক্ষা খুজিলে তাতোকৈ ভালকৈ আন এজনে এই কামটো কৰা সম্ভৱ নহ'ব।"

"তেওঁৰ আচৰণৰ ব্যাখ্যা দিছিলনে?"

"তেওঁ কৈছিল যে ভনীয়েকেই তেওঁৰ জীৱনৰ সৰ্বস্ব। এইটো স্বাভাৱিক কথা, আৰু তেওঁ যে ভনীয়েকৰ মূল্য বুজিছে সেই কাৰণে মই আনন্দ পাইছোঁ। তেওঁলোক দুয়ো সদায় একেলগেই আছে, আৰু তেওঁৰ বৰ্ণনা অনুসৰিয়ে তেওঁ এজন নিঃসংগ লোক। মাথোঁ ভনীয়েকেই হ'ল তেওঁৰ একমাত্ৰ সংগী। সেয়েহে তাইক হেৰুৱাব লগা হোৱাটো প্ৰকৃততে তেওঁৰ কাৰণে অতি জটিল। তেওঁ নাজানিছিল যে মই ভনীয়েকৰ প্ৰতি আকৰ্ষিত, সেয়েহে চকুকে প্ৰকৃত ঘটনাৰ সম্মুখীন হৈ তেওঁ ভনীয়েকক হেৰুৱাব লাগিব বুলি ইমানেই মানসিক আঘাত পালে যে তেওঁ কি ক'লে, কি কৰিলে ক'বই নোৱাৰে। এনে ঘটনাৰ কাৰণে তেওঁ অত্যন্ত দুঃখিত। এতিয়া তেওঁ বুজিছে তেওঁ যে ভনীয়েকৰ দৰে এগৰাকী ৰূপহী গাভৰুক তেওঁ সমস্ত জীৱন ধৰি ৰাখিব পাৰিব বুলি চিন্তা কৰাটো চৰম স্বাৰ্থপৰতা আৰু মূৰ্খামিৰ বাহিৰে আন একো নহয়। যদি তেওঁ তাইক এৰিবই লগা হয়, তেনেহ'লে তাই আনৰ ওচৰলৈ যোৱাতকৈ বৰঞ্চ প্ৰতিবেশী এজনৰ ওচৰলৈ যোৱাই ভাল। পাছে এনে ঘটাটো স্বাভাৱিকতে তেওঁৰ কাৰণে হ'ব এক ৰূঢ় আঘাত। সেয়েহে তেওঁ নিজকে এনে পৰিস্থিতিৰ লগত মোকাবিলা কৰিবৰ কাৰণে কিছু সময়ৰ প্ৰয়োজন। যদি মই তিনি মাহলৈ বিষয়টো মুলতুবী ৰাখিম বুলি অংগীকাৰ কৰোঁ তেতিয়া তেওঁৰ আৰু কোনো আপত্তি নাথাকিব। এইখিনি সময়ত মই তেওঁৰ ভনীয়েকৰ লগত মাথোঁ সৌহাৰ্দ্য বজাই ৰাখিয়েই সন্তুষ্ট থাকিব লাগিব আৰু কোনো প্ৰণয় সংক্ৰান্ত কথাত মজিব নালাগিব। মই তেওঁ কোৱা ধৰণে মান্তি হোৱাত বিষয়টো সাময়িকভাৱে তল পৰিল।"

আমাৰ সৰু সৰু ৰহস্যসমূহৰ এটা এইদৰেই মেল খালে। এই জলাহ অঞ্চলত ককবকাই থকা এই ঘটনাটোৱে চৰম অৱস্থা পাইছিলগৈ। আমি এতিয়া গম পালোঁ কিয়নো ভনীয়েকৰ বাবে ছাব হেনৰিৰ দৰে অতিশয় উপযুক্ত প্ৰাৰ্থীগৰাকীৰ ক্ষেত্ৰতো ষ্টেপলটন আগ্ৰহ দেখুওৱা নাই। জট লগা সূতাৰ নেছটোৰপৰা মই এতিয়া আন এডাল সূতা উলিয়াই আনিব খুজিছোঁ। নিশাৰ সেই ৰহস্যময় উচুপনি, মিছেছ বেৰিম'ৰৰ চকুলো বৈ পৰা মুখ আৰু মিষ্টাৰ বেৰিম'ৰৰ পশ্চিম ফালে থকা জালি কটা খিৰিকিলৈ কৰা সংগোপন যাত্ৰা—এয়াই এতিয়া আমাৰ বিচাৰ্য্য, প্ৰিয় হ'মৃছ, আৰু এতিয়া তুমি

অভিনন্দন জনোৱা। মোক কোৱা, এজন এজেন্টস্বৰূপে মই অন্ততঃ তোমাক হতাশ কৰা নাই। মোক ইয়ালৈ পঠাই তুমি দেখুওৱা বিশ্বাসৰ কাৰণে তুমি এতিয়াও দুখ কৰিব লগা হোৱা নাই। এটা মাথোঁ নিশাতে এই সকলো কাম সমাধা কৰা হৈছে।

মই 'এটা মাথোঁ নিশাতে' বুলি কৈছোঁহে, প্ৰকৃততে কামটো কৰাত দুদিন লাগিছিল, কিয়নো প্ৰথম নিশা আমি একেবাৰে সফল হ'ব নোৱাৰিলোঁ। মই ছাৰ হেনৰিৰ কোঠাত ৰাতিপুৱা তিনি বজালৈকে বহিলোঁ, কিন্তু ছিৰিৰ ওপৰত থকা ঘড়ীৰ ঘণ্টাৰ সুমধুৰ ধ্বনিৰ বাহিৰে আমি আন একো শব্দ নুশুনিলোঁ। ই আছিল অতি নিৰানন্দময় সজাগতা আৰু বহি থকা চকীখনতে টোপনিত ঢাল খাই পৰি আমি ইয়াৰ অন্ত পেলাইছিলোঁ। সৌভাগ্যবশতঃ আমি হতাশ হোৱা নাছিলোঁ। আকৌ এবাৰ চেষ্টা চলাবলৈ মনস্থ কৰিছিলোঁ। পাছদিনা লেমৰ পোহৰ কমাই কোনো শব্দ নকৰাকৈ ছিগাৰেট খাই খাই বহি থাকিলোঁ। সময়বোৰ ধীৰে ধীৰে আগ বাঢ়ি ঘণ্টা ঘণ্টাকৈ পাৰ হৈ গৈছে। আমি চিকাৰৰ সন্ধানত থকা চিকাৰীৰ ধৈৰ্য্যেৰে অপেক্ষা কৰি আছোঁ। এক বাজিল, তাৰ পাছত দুই। হতাশ হৈ আমি দ্বিতীয়বাৰৰ কাৰণে আশা প্ৰায় এৰিয়েহ দিছিলোঁ, এনেতে এটা মুহূৰ্ততে আমি দুয়ো চকীত পোন হৈ বহিলোঁ। ক্লান্তি জোকাৰি পেলাই আমি আকৌ সজাগ হ'লোঁ। সুৰুঙীয়া পথটোত আমি খোজৰ শব্দ শুনিবলৈ পালোঁ।

আমি মনে মনে থাকি খোজটোৰ শব্দ দূৰৈত মিলি যোৱা গম পালোঁ। মানুহজনে ইতিমধ্যে গেলাৰিৰ কাষেদি পাৰ হৈ গ'ল। সিফালৰ কৰিডৰটো আন্ধাৰত বুৰ গৈ আছে। আমিও চুপি চুপি আগ বাঢ়ি আহি আমি সিফালৰ প্ৰান্ত ভাগত উপস্থিত হ'লোঁ। ঠিক সেই সময়তে আমি ক'লা ডাঢ়িৰ ওখ মানুহজনক চুপে-চাপে সুৰুঙীয়া পথেদি আগ বঢ়া চকামকাকৈ দেখা পালোঁ। তাৰ পাছত দেখিলোঁ, মই আগতে দেখাৰ দৰেই একেখন দুৱাৰেদি তেওঁ সোমাই গ'ল। সোমাওঁতে তেওঁ মমডাল খামুচি ধৰি আছে। কৰিডৰৰ আন্ধাৰ ভেদি মমডালৰ এটা হালধীয়া পোহৰৰ ৰেখা দুৱাৰখনেদি ওলাই আহিছে। আমি ভৰি টোঁচৰাই সাৱধানে আগ বাঢ়িলোঁ। ইতিমধ্যে আমি জোতা খুলি থৈ আহিছোঁ, কিন্তু সকলো সাৱধানতা সত্ত্বেও আমাৰ ভৰিৰ খোজৰ গধুৰ ভৰত পুৰণা কাঠেৰে নিৰ্মিত পথটোত হোৱা শব্দক বাধা দিব পৰা নাছিলোঁ। এই শব্দ মানুহজনে নুশুনাকৈ আছে বুলি ভাবিবলৈকে টান লাগে। কিন্তু সৌভাগ্যবশতঃ মানুহজনে কমকৈ শুনে আৰু তেওঁ সম্পূৰ্ণৰূপে নিজৰ কামতে ব্যস্ত আছে। অৱশেষত আমি দুৱাৰখনৰ ওচৰ পাই ভুমুকি মাৰি চালোঁ। আমি দেখিলোঁ যে বেৰিম'ৰ খিৰিকিখনৰ মুখত কুঁজা হৈ থিয় হৈ আছে, হাতত আছে মমডাল, বগা-মুখ খিৰিকিৰ

আইনাত হেঁচা মাৰি একাগ্ৰচিত্তে ৱাহিৰলৈ চাই আছে। তেওঁৰ আজিৰ অৱস্থাটোও দুৰাতি আগতে মই দেখা অৱস্থাৰ লগত একেই।

আমিনো কি কৰিম আগতীয়াকৈ কোনো আঁচনি কৰা নাছিলোঁ। কিন্তু বেৰনেটজনৰ কাৰণে লুকঢাক নোহোৱাকৈ সমস্যাৰ সম্মুখীন-হোৱাটোহে স্বাভাৱিক। তেওঁ কোঠাটোলৈ সোমাই গ'ল। তেওঁক দেখি বেৰিম'ৰে হঠাতে মূৰ দাঙি থিয় হ'ল, মুখেৰে ফোঁপাউৰি এটা মাৰিলে আৰু শেঁতা পৰা মুখেৰে আমাৰ আগত কঁপিবলৈ ধৰিলে। বিস্ময় আৰু ভয়ত কঁপি কঁপি তেওঁ ছাৰ হেনৰিৰপৰা মোৰ ফালে থৰ লাগি চাই ৰ'ল।

"বেৰিম'ৰ, তুমি ইয়াত কি কৰিছা?"

"একো নাই, মহাশয়।" তেওঁ ইমানেই উত্তেজিত হৈছিল যে তেওঁৰ মুখৰপৰা কথা নোলায়। তেওঁৰ হাতত থকা মমডাল উঠা-নমা কৰি থকাৰ কাৰণে তেওঁৰ অৱয়বৰ ছাঁটোও উঠা-নমা কৰি আছে। "এই খিৰিকিবোৰ, মহাশয়, খিৰিকিবোৰ বন্ধ কৰা হ'লনে নাই মই নিশা চাওঁ।"

"এই দ্বিতীয় তলাত?"

"হয় মহাশয়, সকলো খিৰিকিয়েই।"

ছাৰ হেনৰিয়ে কঠোৰভাৱে ক'লে, "বেৰিম'ৰ, শুনা। আমি তোমাৰপৰা সঁচা কথাটো উলিয়াবলৈ স্থিৰ সিদ্ধান্ত লৈ থৈছোঁ। সেয়েহে তুমি দেৰি কৰাতকৈ সোনকালেই প্ৰকৃত কথাটো কৈ দিলে বিপদৰপৰা ৰক্ষা পৰিবা। কোৱা! মিছা নামাতিবা! তুমি সেই খিৰিকিখনত কি কৰিছিলা?"

থৰকবৰক অৱস্থাত মানুহজনে, সন্দেহ আৰু দুৰ্দশাৰ শেষ প্ৰান্তত উপনীত হৈ হাত দুখন মোহাৰিবলৈ ধৰিলে।

"মইতো একো বেয়া কাম কৰা নাই। মই খিৰিকিৰ কাষত মাথোঁ মম এডাল ধৰি আছিলোঁ।"

"তুমিনো খিৰিকিৰ কাষত মমডাল কিয় ধৰি আছিলা?"

"ছাৰ হেনৰি, মোক নুসুধিব! মই দৃঢ়তাৰে কৈছোঁ, মহাশয়, এইটো মোৰ গোপন কথা নহয়, আৰু সেয়েহে এইটোৰ বিষয়ে মই আপোনাক ক'ব নোৱাৰোঁ। যদি ইয়াৰ লগত মাথোঁ মইহে জড়িত হ'লোঁহেঁতেন মই এইটো আপোনাক নজনোৱাকৈ থাকিবলৈ প্ৰয়াস নকৰিলোঁহেঁতেন?"

হঠাতে মোৰ মনত এটা বুদ্ধি খেলালে। ভৃত্যজনৰ কঁপি থকা হাতৰপৰা মই মমডাল ল'লোঁ।

মই ক'লোঁ, "তেওঁ নিশ্চয় এইডাল সংকেট চিহ্নস্বৰূপে ব্যৱহাৰ কৰিছে। কিবা সমিধান পাওঁ নেকি চাওঁচোন।" তেওঁ যেনেকৈ মমডাল ধৰি আছিল ময়ো তেনেকৈ ধৰিলোঁ আৰু নিশাৰ আন্ধাৰলৈ চাই ৰ'লোঁ। অস্পষ্টভাৱে মোৰ দৃষ্টিত ক'লা গছৰ শাৰী আৰু বিশাল তৃণভূমিৰ আভাস এটা পৰিল, কিয়নো জোনটো ডাৱৰে ঢাকি ৰাখিছিল। সেই মুহূৰ্ততে মোৰ মুখৰপৰা এক উল্লাসপূৰ্ণ চিঞৰ ওলাই আহিল, কিয়নো মই দেখা পালোঁ যে হালধীয়া পোহৰৰ এক সূচ্যাগ্ৰ আন্ধাৰৰ আৱৰণ ভেদি আহি অধিক উজ্জ্বল হৈ খিৰিকিৰ চাৰিচুকীয়া ছাঁটোৰ মধ্যভাগত পৰিছেহি।

মই উচ্চৈস্বৰে ক'লোঁ, "এয়া ইয়াতে উত্তৰ!"

ভৃত্যজনে বাধা দি ক'লে, "নাই নাই, মহাশয়, এয়া একো নহয়। মই দৃঢ়ভাৱে কৈছোঁ, মহাশয়...।"

ৱেৰনেটজনে উচ্চৈস্বৰে ক'লে, "ৰাটছন! খিৰিকিৰ ওপৰেদি মমৰ পোহৰটো ইফাল-সিফাল কৰি দিয়কচোন। চাওক, সিফালৰ পোহৰো লৰিছে। এতিয়া, এই দগাবাজ, তুমি ক'ব বিচাৰা নেকি যে তোমাৰ এইটো সংকেত নহয়? কথাটো খোলাকৈ কোৱাচোন, এই বাহিৰত থকা তোমাৰ দুষ্কৰ্মৰ সহযোগীজন কোন? এইটো ইয়াত কিহৰ ষড়যন্ত্ৰ চলিছে?"

মানুহজনে ফেপেৰি পাতি ধৰিলে।

"এয়া মোৰ কাম, আপোনাৰ নহয়। মই একো ক'ব নোৱাৰোঁ।"

"তেনেহ'লে এতিয়াই মোৰ চাকৰি এৰি যোৱাগৈ।"

"ঠিক আছে, মহাশয়। যদি যাবই লাগে, যাম।"

"তুমি পাছে অপযশ ৰাখিহে যাবাগৈ। তুমি লাজ পোৱা উচিত। আমাৰ পৰিয়ালৰ লগত তোমাৰ পৰিয়াল ইয়াতে এশ বছৰ ধৰি আছে। সেয়েহে মই ভাবোঁ মোৰ বিপক্ষে কিবা গভীৰ ষড়যন্ত্ৰ নাথাকিলে তুমি মোক এৰি নগ'লাহেঁতেন।"

"নাই, নাই, মহাশয়, আপোনাৰ বিপক্ষে একো নাই।" এইখিনি কথা এগৰাকী নাৰীৰ। মিছেছ বেৰিম'ৰ আহি কোঠাটোৰ দুৱাৰমুখত থিয় দিছেহি। তেওঁ অতিশয় আতংকিত আৰু মুখমণ্ডল স্বামীতকৈও শেঁতা। যদিহে মুখত এক গভীৰ উপলব্ধিৰ অভিব্যক্তি নুঠিলহেঁতেন, শ্বল আৰু স্কাৰ্ট পৰিহিত শকত-আৱত্ত লোদোৰ-পোদোৰ চেহেৰাৰ তেওঁক দেখি আমি আমোদহে পালোঁহেঁতেন।

ভৃত্যজনে ক'লে, "আমি ইয়াৰপৰা গুচি যাব লাগিব, এলিজা। এয়াই শেষ। তুমি বস্তু-বাহানি বান্ধাগৈ।"

"অ' জন, জন অ'। মই তোমাক এই অৱস্থাতহে পেলালোঁ? ছাৰ হেনৰি, এই

সকলো কামেই মোৰ। মোৰ কাৰণেহে তেওঁ কামবোৰ কৰিছে। মই কৰা অনুৰোধ ৰক্ষা কৰিবলৈহে তেওঁ এইবোৰ কৰিব লগা হৈছে।"

"তেনেহ'লে স্পষ্টকৈ কৈ দিয়া। ইয়াৰ অৰ্থ কি?"

"মোৰ অসুখীয়া ভ্ৰাতৃ তৃণভূমি অঞ্চলত খাবলৈ নোপোৱাকৈ আছে। আমাৰ দুৱাৰমুখতে আমি তেওঁক অনাহাৰে থাকিবলৈ দিব নোৱাৰোঁ। আমাৰপৰা পঠিওৱা পোহৰৰ সংকেতটো হ'ল যে তেওঁলৈ আহাৰ সাজু কৰা হৈছে আৰু তেওঁবো পোহৰৰ সংকেতেৰে কোন ঠাইলৈ আহাৰ আনিব লাগিব দেখুৱাই দিয়ে।"

"তাৰ মানে তোমাৰ ভায়েৰা হ'ল—"

"মহাশয়, পলৰীয়া কয়দী ছেলডন, সেই অপৰাধীটো।"

বেৰিম'ৰে ক'লে, "সেইটোৱেই সঁচা কথা। মই আপোনাক কৈছিলোঁ যে এইটো মোৰ গোপন কথা নহয় আৰু সেয়েহে মই আপোনাক ক'ব নোৱাৰোঁ। কিন্তু এতিয়া আপুনি গম পালে যে যদিহে কিবা ষড়যন্ত্ৰ আছিল, সেয়া আপোনাৰ বিপক্ষে নহয়।"

নিশাৰ গোপন অভিযান আৰু খিৰিকিৰ কাষৰ পোহৰৰ এয়াই হ'ল ব্যাখ্যা। ছাৰ হেনৰি আৰু মই দুয়োৱে বিস্ময়ত অভিভূত হৈ ৰমণীগৰাকীলৈ থৰ লাগি চালোঁ। এই ভাৱলেশহীন সন্মানীয় মহিলাগৰাকী দেশৰ আটাইতকৈ কুখ্যাত অপৰাধীজনৰ লগত একে তেজৰে হোৱাটো বাৰু সম্ভৱনে?

"হয়, মহাশয়, মোৰ উপাধিও ছেলডন আৰু সি মোৰ সৰু ভাই। ল'ৰা বয়সত তাক আমি অত্যধিক চেনেহেৰে লাই দি দি মূৰত তুলিলোঁ। নিজৰ ইচ্ছামতে প্ৰতিটো কামেই কৰিবলৈ পাই সি ভাবিবলৈ ল'লে যে পৃথিৱীখনৰ মাথোঁ তাৰ আনন্দৰ বাবেহে সৃষ্টি হৈছে, তাৰ যি ইচ্ছা তাকেই কৰিব পাৰে। ডাঙৰ হোৱাৰ লগে লগে সি দুষ্টৰ সংগ পালে আৰু তাৰ মূৰত চয়তানে বাহ ল'লে। মোৰ মা হতাশাত ভাগি পৰিল। আমাৰ ছেলডন উপাধিটো সি মলিন কৰিলে। এটাৰ পাছত এটাকৈ অপৰাধে তাক ক্ৰমশঃ তললৈ, আৰু তললৈ নিলে। অৱশেষত তাক পৰমেশ্বৰ ভগৱানেহে ফাঁচিকাঠৰপৰা বচাইছে। কিন্তু মোৰ কাৰণে সি সদায় সেই সৰু কেঁকোৰা চুলিৰ ল'ৰাটো। যিটো ল'ৰাক মই ডাঙৰ বায়েকৰ মৰম আৰু যত্নেৰে খেলা-ধূলা কৰি ডাঙৰ কৰিছিলোঁ। মহাশয়, এই কাৰণেই সি জেলৰপৰা পলাবলৈ সাহ কৰিলে। সি জানিছিল যে মই ইয়াত আছোঁ আৰু তাক সহায় নকৰাকৈ নাথাকোঁ। যেতিয়া এৰাতি সি ভাগৰে-জুগৰে, অনাহাৰী, দেহেৰে এইখিনি ওলালহি, ৰখীয়া-পৰীয়াইতো তাক নিশ্চয় পিছে পিছে খেদিছিল, মইনো কি কৰিব পাৰোঁ? আমি তাৰ ইয়াতে থকাৰ ব্যৱস্থা কৰিলোঁ। তেতিয়াই আপুনিও উভতি আহিল, মোৰ ভাইটোৱে ভাবিলে যে অন্য ঠাইতকৈ

তৃণভূমিতে সি হুলস্থুলটো কমালৈকে নিৰাপদে থাকিব পাৰিব। সেয়েহে সি এতিয়াও তৃণভূমিতে আছে। প্ৰতি দ্বিতীয় নিশাতে খিৰিকিত পোহৰ পেলাই আমি নিশ্চিত হওঁ যে সি তাতে আছে আৰু যদিহে তাৰপৰা উত্তৰ পোৱা যায়, তেতিয়া মোৰ স্বামীয়ে তালৈ ৰুটী আৰু মাংস লৈ যায়। প্ৰতি দিনেই আমি সি আঁতৰি যোৱাটোকে আশা কৰোঁ, কিন্তু সি যেতিয়ালৈকে থাকে আমি তাক অনাহাৰে ৰাখিব নোৱাৰোঁ। এগৰাকী সত্যনিষ্ঠ খ্ৰিষ্টান নাৰীস্বৰূপে মই কোৱা এই সকলো কথা সঁচা আৰু ইয়াৰ কাৰণে যদি কোনোবা দোষী, তেনেহ'লে তেওঁ মোৰ স্বামী নহয়, বৰঞ্চ মইহে। মোৰ কাৰণেই স্বামীয়ে অতবোৰ কাম কৰিব লগা হৈছে।"

তিৰোতাগৰাকীয়ে কথাবোৰ অত্যন্ত নিষ্ঠাৰে কৈছিল আৰু সেয়েহে এইবোৰ বিশ্বাসযোগ্য যেন লাগিছিল।

"বেৰিম'ৰ, তোমাৰ পত্নীৰ কথা সত্যনে?"

"সত্য মহাশয়, প্ৰতিটো শব্দই সঁচা।"

"ঠিক আছে, পত্নীৰ কথাৰ ওপৰত নিৰ্ভৰ কৰা কাৰণে মই তোমাক দোষ দিব নোৱাৰোঁ। মই কি কৈছিলোঁ পাহৰি পেলাবা। তোমালোক দুয়ো এতিয়া নিজৰ কোঠালৈ যোৱা। এই বিষয়ে আমি ৰাতিপুৱা কথা পাতিম।"

তেওঁলোক যোৱাৰ পাছত আমি খিৰিকিৰে আকৌ এবাৰ বাহিৰলৈ চালোঁ। ছাৰ হেনৰিয়ে হেঁচা মাৰি খিৰিকিখন খুলি দিলে। চেঁচা শীতল বায়ু আমাৰ মুখৰ ওপৰেৰে বাগৰি গ'ল। আন্ধাৰৰ মাজতে দূৰত এটা হালধীয়া পোহৰৰ বিন্দু এতিয়াও জিলিকি থকা দেখিলোঁ।

ছাৰ হেনৰিয়ে ক'লে, "তাৰ সাহস দেখি মই আচৰিত হৈছোঁ।"

"বোধকৰোঁ পোহৰকণ এনেকৈ ৰাখিছে যে তাক ইয়াৰপৰাহে দেখা যায়।"

"হ'ব পাৰে। ইয়াৰপৰা কিমান দূৰ হ'ব বাৰু?"

"শিলাময় পাহাৰখনৰ কাষতে বোধকৰোঁ।"

"এমাইল দুমাইলতকৈ বেছি দূৰত নহ'ব।"

"তিমানেই হ'ব।"

"এৰা, বেৰিম'ৰে আহাৰ লৈ যায় যেতিয়া বেছি দূৰ হ'ব নালাগে। অপৰাধীটো এতিয়াও মমডালৰ কাষতে বৈ আছে। ৱাটছন, মই কিন্তু তাক ধৰিবলৈ যাম।"

মোৰ মূৰতো একে চিন্তাই বাহ লৈছিল। বেৰিম'ৰ-দম্পতীয়েতো নিজে আমাক তাৰ কথা জনোৱা নাছিল। গোপন কথাটো আমি জোৰ কৰি সিহঁতৰপৰা উলিয়াইছিলোঁ। মানুহটো সমাজৰ কাৰণে এটা আতংক। এটা নিৰ্মম দুৰ্বৃত্ত। সি কোনো

পুতৌ বা ক্ষমাৰ অযোগ্য। তাক পুনৰ বন্দীশাললৈ ঠেলি দিয়াৰ ব্যৱস্থা কৰিলে আমি আমাৰ কৰ্তব্য কৰাহে হ'ব। বন্দীশালৰপৰাতো সি সমাজৰ অনিষ্ট কৰিব নোৱাৰিব। যদিহে তাক আমি নধৰোঁ, তাৰ নিষ্ঠুৰ আৰু হিংস্ৰ স্বভাৱৰ ফল সমাজৰ আনে ভুগিব। যিকোনো নিশাই সি আমাৰ প্ৰতিবেশী ষ্টেপলটনহঁতক আক্ৰমণ কৰিব পাৰে। বোধকৰোঁ এই কথাটো ভাবিয়েই ছাৰ হেনৰিয়ে অভিযানটোলৈ ওলাইছে।

মই ক'লোঁ, "ময়ো যাম।"

"তেনেহ'লে বিভলভাৰটো লওক। বুটযোৰো পিন্ধক। আমি বিমান ততাতৈয়াকৈ যাব পাৰোঁ সিমানেই ভাল। নহ'লে অপৰাধীটোৱে মমডাল নুমুৱাই ঠাইখনৰপৰা আঁতৰিব।"

পাঁচ মিনিটৰ ভিতৰতে আমি এই অভিযানৰ কাৰণে ঘৰৰপৰা ওলালোঁ। আন্ধাৰে আবৰি থকা জুটুলা গছ-গছনি, শৰতৰ অস্পষ্ট কাতৰধ্বনি আৰু সৰি পৰা পাতৰ খৰমৰণিৰ মাজেৰে আমি দ্ৰুত গতিত আগুৱাই গ'লোঁ। সেমেকা আৰু গেলা-পচা বস্তুৰ মিশ্ৰিত গোন্ধেৰে নিশাৰ বতাহ গধুৰ। মাজে মাজে জোনটোৱে দেখা দিয়ে, কিন্তু গোটেই আকাশখনেই মেঘাচ্ছন্ন। আমি ওলাই আহোঁতেই পাতলীয়া বৰষুণ এজাক পৰিছিল। সম্মুখৰ পোহৰ-বিন্দু এতিয়াও অচল।

মই সুধিলোঁ, "আপোনাৰ হাতত কিবা অস্ত্ৰ আছেনে?"

"মই চিকাৰৰ লাঠীডাল আনিছোঁ।"

"আমি তাক বেগেতে হেঁচা মাৰি ধৰিব লাগিব, সি কিন্তু এজন উন্মত্ত লোক। আমি তাক হঠাতে ধৰি পেলাম আৰু সি বাধা দিয়াৰ একো সুবিধাই নাপাব। সি তেতিয়া হ'ব আমাৰ কৃপা-প্ৰাৰ্থী।"

বেৰনেটজনে ক'লে, "ৱাটছন, হ'মছে বাৰু আমাৰ এই অভিযানৰ বিষয়ে কি ক'ব জানেনে? অশুভ শক্তিয়ে চৰম পৰ্য্যায় পোৱা সেই আন্ধাৰৰ সময় এয়া নেকি বাৰু?"

যেন এই প্ৰশ্নটোৰ উত্তৰ দিবলৈকে বিশাল তৃণভূমিৰ যোগ মৰা অন্ধকাৰ ভেদি হঠাতে এটা আচহুৱা চিঞৰ শুনা গ'ল। এই একেটা চিঞৰ মই বৃহৎ গ্ৰিমপেন পিটনিৰ কাষত শুনিছিলোঁ। নিশাৰ নিবৰতা ভেদি বতাহৰ লগত শুনা গ'ল এক সুদীৰ্ঘ, গাঢ় ভোৰভোৰণি, তাৰ পাছত আটাহ পৰা চিঞৰ আৰু শেষত বিষাদভৰা কেঁকনিৰে ক্ৰমশঃ নিবৰ হৈ যোৱা শব্দ। বাৰে বাৰে একেদৰেই শব্দটো শুনা গ'ল। সমস্ত পৰিবেশত গুমগুমনি তোলা শব্দটো কৰ্কশ, বন্য আৰু ভয়াবহ। বেৰনেটজনে মোৰ

অস্তিনত খামোচ মাৰি ধৰিলে আৰু তেওঁৰ মুখৰ আভা হেৰাই আন্ধাৰৰ মাজতে শেঁতা পৰিল।

"হে ভগবান, সেইটো কি, ৱাটছন?"

"মই ক'ব নোৱাৰোঁ। এই তৃণভূমিত ধ্বনিটো আছেই। মই এবাৰ আগতেও শুনিছিলোঁ।"

শব্দটো নাইকিয়া হ'ল। সম্পূৰ্ণ নিৰৱতাই আমাক আবৰি ধৰিলে। আমি কাণ উনাই থিয় দি ৰ'লোঁ। নাই আৰু একো শুনা নগ'ল।

বেৰনেটজনে ক'লে, "ৱাটছন, এইটো এটা চিকাৰী কুকুৰৰ চিঞৰ।"

তেওঁৰ কথা শুনি মোৰ তেজো শীতল পৰি গ'ল; কিয়নো তেওঁ মাতবাৰ থমকি থমকি কৈছিল আৰু হঠাতে কোৱা তেওঁৰ কথাত প্ৰকাশ পাইছিল এক ভীতি-বিহ্বলতা।

তেওঁ আকৌ সুধিলে, "তেওঁলোকে এই ধ্বনিটো কি বুলি কয়?"

"কোনে?"

"গাঁৱৰ মানুহবোৰে?"

"তেওঁলোক হ'ল অজ্ঞ, অশিক্ষিত জনসাধাৰণ। তেওঁলোকে কি বুলি ভাবে, জনাৰপৰা আপোনাৰ কি লাভ?"

"মোক কওক, ৱাটছন। তেওঁলোকে এইটো কিহৰ শব্দ বুলি কয়?"

মই থেৰোগেঁৰো কৰিলোঁ, কিন্তু প্ৰশ্নটোও এৰাই চলিব নোৱাৰিলোঁ।

"তেওঁলোকে কয় যে এইটো বাস্কাৰভিলৰ চিকাৰী কুকুৰৰ চিঞৰ।"

তেওঁ এক কাতৰ ধ্বনি কৰিলে আৰু কেইমুহূৰ্তমান নিস্বৰে ৰ'ল।

অৱশেষত তেওঁ ক'লে, "চিকাৰী কুকুৰ হয়, কিন্তু শব্দটো কেইবামাইল দূৰৰপৰা অহা যেন লাগে।"

"ক'ৰপৰা আহিছে কোৱাটো কঠিন।"

"বতাহৰ লগে লগে ধ্বনিটো উঠা-নমা কৰিছিল।

"এইফালেই জানো বিশাল গ্ৰিমপেন পিটনিখন নহয়?"

"এৰা, এইফালেই।"

"বাৰু শব্দটো তাৰপৰাই অহিছে। ৱাটছন, কওকচোন এতিয়া, আপুনিও নিজে এইটো নাভাবেনে যে শব্দটো এটা চিকাৰী কুকুৰৰ চিঞৰেই আছিল? মই কেঁচুৱা নহয়। আপুনি সঁচা কথাটো ক'বলৈ ভয় কৰিব নালাগে।"

"মই আগৰবাৰ শব্দটো শুনোতে মোৰ লগত ষ্টেপল্টন আছিল। তেওঁ কোৱা মতে এইটো অপৰিচিত চৰাইৰ মাতো হ'ব পাৰে।"

"নাই, নাই। এইটো এটা চিকাৰী কুকুৰেই। হে ভগৱান, এই কাহিনীবোৰতে কিবা সত্যতা আছে নেকি? এনে এক অশুভ কাৰণত মোৰ সঁচাকৈয়ে বিপদ হোৱাটো সম্ভৱ নেকি? ৱাটছন, আপুনিতো এইটো বিশ্বাস কৰা নাই, নহয় জানো?"

"নাই, নাই কৰা।"

"তথাপি, এই কথাটোৰ প্ৰসংগ লণ্ডনত হাঁহি উৰাই দিয়াটো বেলেগ কথা আৰু তৃণভূমিৰ এই অন্ধকাৰত নিজে এই চিঞৰ শুনাটো এটা বেলেগ কথা; আৰু মোৰ খুৰাৰ কথাটো। তেওঁৰ শৱদেহৰ কাষত চিকাৰী কুকুৰৰ খোজ আছিল। সকলো কথাৰে এক ভিত্তি আছে। ৱাটছন, মই নিজকে কাপুৰুষ বুলি নাভাবোঁ, কিন্তু এই শব্দটোৱে মোৰ তেজ শীতল পেলাই দিছে। মোৰ হাতখন চুই চাওকচোন!"

তেওঁৰ হাত এটুকুৰা মাৰ্বলৰ টুকুৰাৰ দৰে শীতল।

"কালিলৈ সকলো ঠিক হৈ যাব।"

"সেই চিঞৰ মই পাহৰিব পাৰিম বুলি নাভাবোঁ। আমি এতিয়া কি কৰোঁ?"

"আমি উভতি যাম নেকি?"

"নাই, নাই, আমি মানুহটো ধৰিবলৈ আহিছোঁ। তাক ধৰিমেই। আমি অপৰাধীটোৰ পিছত লাগিছোঁ। নৰকৰ কুকুৰটো আমাৰ পিছত হয়তো লাগিছে, হয়তো লগা নাই। আটাইবোৰ চয়তানে তৃণভূমিৰ ওপৰত দপদপাই থাকিলেও আমি আমাৰ কাম সমাধা কৰিমেই।"

আমি লাহে লাহে ঢলংপলংকৈ খোজ পেলাই আন্ধাৰৰ মাজতে আগ বাঢ়িলোঁ। আমাৰ চাৰিওফালে অস্পষ্টভাৱে দেখা ক'লা শিলাময় পাহাৰবোৰ আৰু সন্মুখত হালধীয়া পোহৰৰ চমকাটো। আন্ধাৰৰ মাজত পোহৰৰ দূৰত্বৰ দৰে বিভ্ৰান্তিকৰ বস্তু একোৱে নাই। মাজে মাজে পোহৰ চমকাটো বহু দূৰৈৰ দিগ্‌বলয়ত মিলি থকা যেন লাগে, আকৌ মাজে এনে লাগে সেইটো যেন কেইগজমান আঁতৰতে আছে। কিন্তু, অৱশেষত আমি পোহৰটো কোন ঠাইৰ পৰা আহিছে স্পষ্টকৈ দেখিলোঁ আৰু গম পালোঁ যে আমি প্ৰকৃততে আমাৰ লক্ষ্যৰ ওচৰত। গলি থকা মম এডাল শিলৰ মাজৰ ফাঁক এটাত লগাই থোৱা আছে। মমডাল দুয়োফালে শিলেৰে আবৰা, যাতে দূৰৈৰপৰা চকুত নপৰে আৰু বতাহেও নাপায়। একমাত্ৰ বাস্কাৰভিল হলৰ দিশৰপৰা মমডাল দেখা পোৱাকৈ খোলা আছে, সেইফালে কোনো শিলৰ বাধা নাই। আমি থোৱা বাটটোতে এটা গ্ৰেনাইট শিল আছে। কুঁজা হৈ আমি দুয়ো শিলটোতে অপৰাধীজনলৈ খাপ দিলোঁ আৰু মমডাললৈ চাই থাকিলোঁ। তৃণভূমিৰ মাজ ভাগত এইদৰে এডাল মম জ্বলি থকা দেখি

সঁচাই আচৰিত হৈছিলোঁ। ওচৰে-পাঁজৰে ক'তো জীৱৰ সন্ধান নাই—মাথোঁ দেখা গৈছে এডাল মমৰ পোহৰৰ জিলিঙনি আৰু মমৰ দুয়োফালে শিলত পোহৰৰ চমক।

ছাৰ হেনৰিয়ে ফুচফুচাই ক'লে, "আমি এতিয়া কি কৰিম?"

"ইয়াতে ৰওক। মমৰ পোহৰৰ ওচৰতে সি ক'ৰবাত আছে। চকামকাকৈ হ'লেও ক'ৰবাত দেখোঁ নেকি চাওঁ।"

মোৰ কথাকেইটা শেষ হৈছেহে মাথোঁ। এনেতে আমি দুয়োজনে তাক দেখিলোঁ। ফাঁকত মমডাল জ্বলি থকা শিলবোৰৰ ওপৰত হঠাতে এখন অশুভ হালধীয়া মুখে দেখা দিলে। মুখখন ভয় লগা জন্তুৰ দৰে, তীব্ৰ আক্ৰোহ আৰু আসক্তিৰ অভিব্যক্তি সমস্ত মুখমণ্ডলত। ধূলি বোকাৰে লেটি লোবা অৱয়ব, জোঙা জোঙা দাড়ি আৰু জট লগা চুলিৰে মানুহটোক পৰ্বতৰ কাষৰ গাঁতত থকা এটা আদিম মানৱ আখ্যা দিব পাৰি। তলৰ মমৰ পোহৰে তিৰবিৰণি তোলা সৰু, ধূৰ্ত চকুহালে সি চিকাৰীৰ আগমনৰ সম্ভাৱনাত সিয়ান বন্য জন্তুৱে চোৱাদি ইফালে-সিফালে চাইছে।

দেখদেখকৈয়ে কিবা কাৰণত তাৰ সন্দেহ হৈছে। হ'ব পাৰে, বেৰিম'ৰে কিবা ব্যক্তিগত সংকেত দিয়াৰ ব্যৱস্থা আছিল, যিটো আমি নাজানো, অথবা অন্য কিবা কাৰণতো মানুহজনে আশংকা কৰিব পাৰে। মই তাৰ কুটিল মুখত শংকাৰ আভাস ফুটি উঠা গম পাইছোঁ। যিকোনো মুহূৰ্তত সি মমডাল দলিয়াই, নুমাই নিজে আন্ধাৰত মিলি যাব পাৰে। সেয়েহে মই আগলৈ জাঁপ মাৰি তাক খেদি গ'লোঁ আৰু ছাৰ হেনৰিয়েও তাকেই কৰিলে। একে সময়তে সি এটা অশালীন গালি পাৰি আমালৈ এটা শিল দলিয়াই দিলে। শিলটোৱে আমি আশ্ৰয় লোৱা শিলটোত খুন্দা মাৰিলেগৈ। ভাগ্যক্ৰমে সেই সময়তে জোনটোৱেও মেঘৰ মাজেৰে ভুমুকি মাৰিলে। আৰু জাঁপ মাৰি দৌৰি যোৱা তাৰ চুটি চাপৰ, কুঁজা, শক্তিশালী অৱয়বটো মাথোঁ চকামকাকৈহে দেখা পালোঁ। দ্ৰুত গতিত দৌৰি যোৱা মানুহটোৰ পিছে পিছে আমি দুয়ো খেদা দিলোঁ। পাহাৰীয়া ছাগলী এটাৰ দৰে জঁপিয়াই জঁপিয়াই তবানবা ছিগি সি দৌৰিছে। মোৰ বিভলভাৰেৰে তাক খোৱা কৰি ধৰি পেলাব পাৰিলোঁহেঁতেন। কিন্তু মই সেইটো আনিছিলোঁ আত্মৰক্ষাৰ কাৰণেহে, পলাই যোৱা নিৰস্ত্ৰ মানুহক গুলীয়াবলৈ নহয়।

আমি দুয়োৱে বেগাই দৌৰিব পাৰোঁ। আমাৰ এই কামটোৰ কাৰণে শিক্ষা লোৱাও আছে। কিন্তু মানুহজন ইমান আগ বাঢ়িল যে অতি সোনকালেই আমি বহুত পিছ পৰিলোঁ আৰু তাক লগ ধৰাৰ আশা নাইকিয়া হ'ল। জোনৰ পোহৰত আমি তাক বহুতপৰ দেখিলোঁ, কিন্তু শেষত তাক শিলৰ মাজত সৰু কিবা এটা লৰচৰ কৰি থকা

বস্তুৰ দৰে লাগিল। দৌৰি, দৌৰি ভাগৰ লগাত আমি বৈ দিলোঁ আৰু দুটা শিলত দুজনে বহি ফোঁপাবলৈ ধৰিলোঁ। মানুহটো দূৰৈত নোহোৱা হ'ল।

এই মুহূৰ্ত্ততে এটা অতি আচৰিত আৰু অভাৱনীয় ঘটনা ঘটিল। আমি শিলৰপৰা উঠি ঘৰলৈ যাবলৈ বুলি সাজু হৈছোঁ। এতিয়া আৰু অপৰাধীৰ অনুসৰণ অৰ্থহীন। সোঁফালে জোনটো এতিয়া ওলমি আছে। ৰূপালী থালখনৰ তলফালটো আবৰি গ্ৰেনাইট শিলৰ কৰ্কশ জোং এটা থিয় দি আছে। তাতে, উজ্জ্বল পৃষ্ঠভূমিত শিলাময় পাহাৰত কিচকিচীয়া ক'লা বহিঃঅৱয়ৱৰ মূৰ্তি যেন এটা ক্ষীণ ওখ মানুহ থিয় হৈ থকা দেখিলোঁ। হ'ম্‌ছ, এইটো ভ্ৰম বুলি নাভাবিবা। তোমাক ডাঠি কৈছোঁ যে জীৱনত ইয়াতকৈ স্পষ্টকৈ মই একো বস্তু দেখা নাই। মই ধাৰণা কৰা মতে মানুহটো ওখ, ক্ষীণ। সি ভৰি দুখন সামান্য ফাঁক কৰি, হাত সাবটি মূৰটো দোঁৱাই থিয় দি আছিল, যেন তাৰ সন্মুখত থকা গ্ৰেনাইট আৰু গেলা-পচা জৈৱ পদাৰ্থবোৰৰ বিস্তৃতি সম্বন্ধে সি চিন্তাহে কৰি আছে। এহ ভয়ংকৰ ভূমিৰ যেন সিয়েই আচল আত্মা। সি কয়দীটো হ'ব নোৱাৰে। এই মানুহটো কয়দী পলাই যোৱা ঠাইৰপৰা বহুত দূৰৈত থিয় দি আছে। তদুপৰি, এই মানুহটো কয়দীটোতকৈ বহুত ওখ। বিস্ময়াভিভূত হৈ চিঞৰ মাৰি মই বেৰনেটজনক মানুহটো দেখুৱালোঁ। পাছে তেওঁ তাক নেদেখিলে। তাক ধৰিবলৈ মই চোঁচা ল'ব খোজোঁতেই মানুহটো পলাল। গ্ৰেনাইটৰ ওখ জোংটোৱে এতিয়াও জোনটোৰ আধা আবৰি আছে, কিন্তু জোঙৰ ওপৰত থিয় দি থকা সেই নিৰৱ, নিথৰ অৱয়ৱটো নাই।

শিলাময় পাহাৰখন ফালে গৈ মানুহটোৰ বিচাৰ-খোঁচাৰ কৰাৰ ইচ্ছা আছিল। কিন্তু ঠাইডোখৰ অলপ দূৰৈত। পৰিয়ালৰ অশুভ কাহিনীৰ কথা মনত পেলাই দিয়া সেই চিঞৰটোৰ ফলস্বৰূপে সৃষ্টি হোৱা বেৰনেটজনৰ স্নায়ুতন্ত্ৰৰ কঁপনি এতিয়াও মাৰ যোৱা নাই। সেয়েহে নতুন অভিযানৰ কাৰণে তেওঁ মানসিকভাৱে প্ৰস্তুত নহয়। তেওঁতো পাহাৰৰ শিলৰ ওপৰত থকা এই অকলশৰীয়া মানুহটোক দেখা নাই। সেয়েহে মানুহটোৰ আচহুৱা উপস্থিতি আৰু কৰ্তৃত্বব্যঞ্জক ভংগীয়ে মোৰ মনলৈ অনা উত্তেজনাৰ কথা তেওঁ অনুভৱ কৰিব নোৱাৰিব। তেওঁ ক'লে, "এজন ৰখীয়া নিশ্চয়। সন্দেহ নাই। সেই মানুহটো পলোৱাৰ পাছতে তৃণভূমিত ৰখীয়া-পৰীয়াবোৰে শিয়াপি দি ফুৰিছে।" ঠিক আছে, তেওঁ দিয়া ব্যাখ্যাও শুদ্ধ হ'ব পাৰে; মই কিন্তু এই বিষয়ত আৰু প্ৰমাণ বিচাৰোঁ। আজি আমি প্ৰিন্স টাউনৰ কৰ্মকৰ্তাসকলক জনাই দিম যে ক'ত তেওঁলোকে হেৰোৱা কয়দীটোৰ খবৰ কৰিব লাগে। কিন্তু এই কথাটো ভাবিলেকে আমাৰ ভাল লগা নাই যে কয়দীটোক আমি বন্দী কৰিবলৈ সক্ষম নহ'লোঁ। এয়াই হ'ল

আমাৰ নিশাৰ অভিযানৰ বিৱৰণ। মিষ্টাৰ হ'মৃছ, তুমি স্বীকাৰ কৰিব লাগিব যে প্ৰতিবেদন পঠোৱাত মই দক্ষতা দেখুৱাবলৈ সমৰ্থ হৈছোঁ। অৱশ্যে মোৰ প্ৰতিবেদনৰ বেছি ভাগ কথাই অপ্ৰাসংগিক। তথাপি মই উপলব্ধি কৰোঁ যে সকলো ঘটনাৰে সম্পূৰ্ণ বিৱৰণী তোমাক জনোৱাটোৱেই আটাইতকৈ উত্তম। এইবোৰৰপৰা তোমাৰ প্ৰয়োজনীয় তথ্যবোৰ সিদ্ধান্তৰ কাৰণে বাছি ল'ব পাৰিবা। আমি নিশ্চয় অলপ হ'লেও অগ্ৰগতি লাভ কৰিছোঁ। বেৰিম'ৰ দম্পতীৰ কথাবোৰ এতিয়া পৰিষ্কাৰ হ'ল। তেওঁলোকৰ কাম-কাজৰ উদ্দেশ্য আমি বিচাৰি উলিয়ালোঁ। কিন্তু তৃণভূমি আৰু ইয়াৰ আচহুৱা নিবাসীসকলৰ ৰহস্য আগৰ দৰেই বুজি নেপোৱা হৈয়ে ৰ'ল। বোধকৰোঁ মোৰ পাছৰ প্ৰতিবেদনত এই বিষয়ত আলোকপাত কৰিবলৈ মই সমৰ্থ হ'ম। কিন্তু, আটাইতকৈ উত্তম ব্যৱস্থা হ'ব তোমাৰ ইয়াত উপস্থিতি। যি নহওক, কেইদিনমানৰ ভিতৰতে তুমি মোৰপৰা আকৌ শুনিবলৈ পাবা।

## অধ্যায় ১০

# ডা০ ৱাটছনৰ দিনলিপিৰপৰা উদ্ধৃতি

বাস্কাৰভিল হলত কটোৱা আদি কালছোৱাত শ্বাৰলক হ'মৃছলৈ মই পঠোৱা প্ৰতিবেদনৰ উদ্ধৃতিকে এতিয়ালৈকে মই সন্নিবিষ্ট কৰিছিলোঁ। কিন্তু এতিয়া মোৰ কথাবোৰ এনেকৈ বৰ্ণনা কৰিব লগা হৈছে যে এই পদ্ধতি ত্যাগ কৰিবলৈ বাধ্য হৈছোঁ। সেয়েহে আকৌ মোৰ সোঁৱৰণীকে ভিত্তি কৰি, লগতে সেই সময়ত লিখা দিনলিপিৰ সহায় লৈ, মোৰ বিৱৰণী পৰিৱেশন কৰিম। মোৰ স্মৃতিত মচ নোযোৱাকৈ সম্পূৰ্ণভাৱে সঞ্চিত হৈ থকা দৃশ্যবোৰ মোৰ দিনলিপিৰ কেইটামান উদ্ধৃতিয়ে সজীৱ কৰি তুলিব। অপৰাধীৰ বিপক্ষে কৰা বিফল অনুসৰণ আৰু তৃণভূমিত হোৱা আমাৰ অন্যান্য অভিজ্ঞতাৰ বৰ্ণনাৰ পাছত মোৰ বিৱৰণী এতিয়া আগ বঢ়াই নিছোঁ।

১৬ অক্টোবৰ। কিনকিনীয়া বৰষুণ দি থকা, কুঁৱলীয়ে ঢকা, এটা গোমা দিন। ঘৰৰ চাৰিওফালে ডাৱৰে উঠা-নমা কৰি বাগৰি ফুৰিছে, পৰিলক্ষিত দেখা গৈছে তৃণভূমি অঞ্চলৰ ভয়াবহ বক্ৰৰেখা আৰু পাহাৰৰ দাঁতিত জিলিকি উঠিছে ৰূপালী সিৰ। বিজুলীৰ পোহৰে দূৰৈৰ তিতি থকা শিলসমূহ জিলিকাইছে। ভিতৰে-বাহিৰে এক বিষাদময় অৱস্থা। নিশাৰ উত্তেজনাৰ পাছত বেৰনেটজনৰ মনত এতিয়া এক বিষাদগ্ৰস্ত প্ৰতিক্ৰিয়া। মোৰো বুকুখন গধুৰ গধুৰ লাগিছে। এক ভয়াবহ বিপদৰ উপলব্ধি। এই বিপদ অধিক ভয়াবহ হোৱাৰ সম্ভাৱনা। এই ভয়ৰ সংজ্ঞা মই দিব নোৱাৰোঁ।

মোৰ এনে উপলব্ধিৰ হেতু একো নাইনে? আমাৰ চাৰিওফালে সংঘটিত হৈ থকা সুদীৰ্ঘ ঘটনাখিনিৰ কথা চিন্তা কৰি চাওকচোন। এইবোৰৰ কিবা অশুভ প্ৰভাৱ নাইনে বাৰু! পৰিয়ালটো সম্বন্ধে থকা উপকথা সম্পূৰ্ণ সত্য বুলি আভাস দিয়েই কুলৰ শেষৰজন নিবাসীৰ দেহাৱসান ঘটিল। কৃষকসকলৰ মাজত বাৰে বাৰে সেই আচহুৱা প্ৰাণীটোৰ তৃণভূমিত আবিৰ্ভাৱৰ বাতৰি ওলাই আছে। দূৰৈৰপৰা বতাহত ভাহি অহা, চিকাৰী কুকুৰৰ বৌৰৱণিৰ লগত সাদৃশ্য থকা, সেই প্ৰাণীৰ চিঞৰ বুলি ভবা শব্দ মই দুবাৰকৈ নিজ কাণে শুনিছোঁ। প্ৰকৃতিৰ স্বাভাৱিক নীতি-নিয়ম ব্যতিৰেকে এনে ঘটনা সংঘটিত হোৱাটো অসম্ভৱ, অবিশ্বাস্য। চিকাৰী কুকুৰৰ প্ৰেতাত্মাই কায়িক কুকুৰৰ ভৰিৰ খোজৰ চিন পেলোৱা আৰু বতাহত বৌৰৱণিৰ শব্দ তোলা নিতান্তই অচিন্তনীয়। এনে অন্ধবিশ্বাসৰ কথা ষ্টেপলটন আৰু মৰ্টিমাৰে বিশ্বাস কৰিব পাৰে, কিন্তু মোৰ সাধাৰণ জ্ঞানৰ অভাৱ হোৱা নাই। কোনো পৰিস্থিতিতে মই এনেকুৱা কথা বিশ্বাস নকৰোঁ। নহ'লে মই নিজকে দৰিদ্ৰ কৃষকসকলৰ পৰ্য্যায়লৈ লৈ যাব লাগিব। হ'লেও এনেকুৱা কল্পনাৰ ৰহণ লগা অবাস্তৱ কথাত মনোযোগ নিদিয়ে, আৰু মইতো ইয়াত তেওঁৰে প্ৰতিনিধি। তথাপি মই তথ্য বিকৃত কৰিব নোৱাৰোঁ। তৃণভূমিৰ ওপৰৰ সেই চিঞৰ নিজৰ কাণেৰেই দুবাৰ শুনিছোঁ। যদি ধৰি লোৱা হয় যে এটা বিৰাটকায় চিকাৰী কুকুৰ সঁচাকৈয়ে তৃণভূমিত মেলি দিয়া হৈছে। তেতিয়াতো সমস্যাৰ সৰল সমাধান হয়। কিন্তু তেনেকুৱা এটা কুকুৰ ক'ত লুকাই থ'ব, তাৰ আহাৰ ক'ত পোৱা হ'ব, ক'ৰপৰানো তাক অনা হৈছে আৰু কিয়নো বাৰু তাক কোনেও দিনৰ ভাগত দেখা নাই? সেয়েহে স্বাভাৱিকভাৱে এই পৰিস্থিতি বৰ্ণনা কৰা অতি দুৰূহ বুলি স্বীকাৰ কৰিবই লাগিব। চিকাৰী কুকুৰৰ এই কাহিনীৰ বাদেও লণ্ডনত মানৱ সংঘটিত ঘটনাবোৰতো আছে। ঘোঁৰাগাড়ীৰ মানুহজন, ছাৰ হেনৰিক তৃণভূমিলৈ নাহিবলৈ লিখা সাৱধানবাণী! অন্ততঃ এই কথাবোৰতো বাস্তৱ। এই কামবোৰ ছাৰ হেনৰিৰ সুহৃদৰ কাৰণে কৰা হৈছিলনে শত্ৰু শালিবলৈ কৰা হৈছিল? সেই সুহৃদ অথবা শত্ৰু এতিয়া

ক'ত? শিলাময় পাহাৰৰ ওপৰত মই দেখা অচিনাকি মানুহজনেই সেইজন নেকি?

এইটো সঁচা যে মই মানুহজনক মাথোঁ এবাৰহে মুহূৰ্তৰ কাৰণে দেখা পাইছিলোঁ। তথাপি কিছুমান কথা মই দৃঢ়তাৰে ক'ব পাৰোঁ। মই এই ঠাইৰ প্ৰতিবেশী আটাইকে লগ পাইছোঁ। কিন্তু মই তেওঁক ইয়াত দেখা নাই। মানুহজন ষ্টেপলটনতকৈও বহুত বেছি ওখ আৰু ফ্ৰেংকলেণ্ডতকৈ ক্ষীণ। মানুহজনৰ অৱয়বটোৰ বেৰিম'ৰৰ লগত মিল আছে, কিন্তু তেওঁকতো আমি এৰি থৈ আহিছিলোঁ আৰু তেওঁ আমাক অনুসৰণ কৰাৰ প্ৰশ্ন নুঠে। এই অচিনাকি মানুহজনে আমাক এতিয়াও জ্বলা-কলা কৰিছে, যেনেকৈ অচিনাকি মানুহ এজনে আমাক লণ্ডনতো চিন্তাত পেলাইছিল। মানুহজনে আমাক লগ এৰা নাই। কেনেবাকৈ এই মানুহজনক ধৰিব পাৰিলে আমাৰ সমস্যাবোৰ শেষ হ'ব। এই উদ্দেশ্যেৰেই মই এতিয়া মোৰ সমস্ত শক্তি প্ৰয়োগ কৰিম।

প্ৰথম উচ্ছ্বাসত মোৰ আঁচনি সম্বন্ধে ছাৰ হেনৰিক জনাম বুলি ভাবিছিলোঁ। কিন্তু কথাটো দুনাই চিন্তা কৰি মই বিজ্ঞোচিৎ সিদ্ধান্ত ল'লোঁ যে মোৰ কাম মই অকলেই কৰিম, আৰু এই বিষয়ে পৰাপক্ষত কাকো একো নকওঁ। ছাৰ হেনৰি এতিয়াও নিৰৱ আৰু অন্যমনস্ক। তৃণভূমিৰ সেই শব্দই তেওঁৰ স্নায়ুতন্ত্ৰত বিৰূপ প্ৰভাৱ পেলাইছিল। তেওঁৰ দুঃচিন্তা বাঢ়ি যাব পৰা কথা নোকোৱাই ভাল। মোৰ উদ্দেশ্য সাধনৰ ব্যৱস্থা মই নিজেই কৰিম।

আজি আমাৰ প্ৰাতৰাশৰ পাছত এক সৰু দৃশ্যৰ অৱতাৰণা হৈছিল। বেৰিম'ৰে কিবা কথা ক'বৰ কাৰণে ছাৰ হেনৰিৰ অনুমতি বিচাৰিলে আৰু দুয়ো পঢ়া কোঠাত অলপ সময়ৰ কাৰণে আলোচনাত বহিল। কাৰৰ বিলিয়াৰ্ড খেলা কোঠাত মই বহি আছিলোঁ। তেওঁলোকৰ আলোচনাৰ দুই-চাৰিটা বাক্য উফৰি আহি মোৰ কাণতো পৰিছিল; সেয়েহে আলোচনাৰ বিষয়বস্তু সম্বন্ধে মই বাৰুকৈয়ে বুজি পাইছিলোঁ। অলপ সময়ৰ পাছত বেৰনেটজনে কোঠাটোৰ দুৱাৰখন খুলি মোক ভিতৰলৈ মাতিলে।

তেওঁ ক'লে, "বেৰিম'ৰৰ এটা কথাত আক্ষেপ আছে। তেওঁৰ মতে আমি তেওঁৰ খুলশালিয়েকক ধৰিবলৈ যোৱাটো উচিত হোৱা নাছিল, বিশেষকৈ তেওঁ যেতিয়া গোপন খবৰটো নিজেই আমাক জনাই দিছিল।"

ভৃত্যজনে শেঁতা মুখেৰে, অথচ ধীৰ-স্থিৰ হৈ আমাৰ সন্মুখত থিয় দি আছিল।

তেওঁ ক'লে, "আন্তৰিকতাৰে কথাষাৰ কৈ যদি কিবা ভুল কৰিছোঁ ক্ষমা কৰিব। তথাপি, মই যেতিয়া গম পালোঁ যে আপোনালোকে ছেলডনক অনুসৰণ কৰি তৃণভূমিলৈ গৈছিল মই বৰ আচৰিত হ'লোঁ। মই খবৰ নিদিলেও বেচেৰাক খেদি ফুৰা ঢেৰ মানুহ আছে।"

বেৰনেটজনে ক'লে, "যদিহে তুমি নিজাকৈ খবৰ দিলাহেঁতেন, তেতিয়া কথাটো বেলেগ আছিল। প্ৰকৃততে তোমাক জোৰ কৰাৰ পাছত, যেতিয়া তোমাৰ আন উপায় নাছিল, তেতিয়া তুমি, তুমিও নহয়, তোমাৰ পৰিয়ালেহে খবৰটো দিছিল।"

"ছাৰ হেনৰি, আপুনি যে এই খবৰটোৰ সুবিধা ল'ব সেইটো মই ভবা নাছিলোঁ। সঁচাকৈয়ে মই ভবা নাছিলোঁ।"

"মানুহজন এক ৰাজহুৱা সংকট। তৃণভূমি অঞ্চলৰ অ'ত-ত'ত অকলশৰীয়া বাসগৃহ আছে। সেইজন মানুহেতো কৰিব নোৱৰা কাম একো নাই। এবাৰ তেওঁৰ মুখখন দেখা মানুহ মাত্ৰেই এই কথাত নিশ্চিত হ'ব। উদাহৰণস্বৰূপে, ষ্টেপলটনৰ বাসগৃহৰ অৱস্থিতিৰ কথাকে চিন্তা কৰা। তেওঁৰতো নিজৰ বাহিৰে সুৰক্ষাৰ কাৰণে যুঁজ দিবলৈ আন কোনো লোক নাই। ছেলডন বন্দীশালত নোসোমালৈকে কোনো নিৰাপদ নহয়।"

"মহাশয়, তেওঁ কাৰো ঘৰত নোসোমায়। মই শপত খাই কৈছোঁ। তেওঁ আৰু কেতিয়াও এই দেশৰ লোকক আমনি নকৰে। মই আপোনাক নিশ্চিতভাৱে জনাওঁ যে কেইদিনমানৰ ভিতৰতে তেওঁ প্ৰয়োজনীয় ব্যৱস্থা কৰি দক্ষিণ আমেৰিকালৈ যাত্ৰা কৰিব। ভগৱানৰ দোহাই, মই আপোনাক অনুৰোধ জনাওঁ যে তেওঁ এতিয়াও তৃণভূমিতে আছে বুলি যেন পুলিছক নজনায়। তেওঁলোকেতো ছেলডনক বিচাৰি উলিওৱাৰ প্ৰয়াস ইতিমধ্যেই বাদ দিছে। জাহাজ সাজু নোহোৱালৈকে এইকেইটা দিন তেওঁ আৰু একো নকৰে। তেওঁৰ বিষয়ে পুলিছক কিবা ক'লে আপোনালোকে মোক আৰু মোৰ পৰিয়ালক বিপদত পেলোৱাহে হ'ব। মোৰ একান্ত অনুৰোধ, মহাশয়, আপুনি যাতে পুলিছক একো খবৰ নিদিয়ে।"

"ৱাটছন, আপুনি কি কয়?"

বাহু জোকাৰি মই ক'লোঁ, "সি যদি নিৰাপদে দেশৰ বাহিৰে হৈ যায়, তেনেহ'লে কৰদাতাসকলৰ বোজা এটা লাঘৱ হ'ব।"

"কিন্তু সি যোৱাৰ আগতে ক'ৰবাত যদি ডকাইতি কৰে?"

"মহাশয়, এনেকুৱা পাগলামি তেওঁ নকৰে। তেওঁৰ প্ৰয়োজনীয় সকলো বস্তুৱেই আমি দিছোঁ। কিবা অপৰাধ কৰিলে তেওঁ ক'ত আছে ওলাই পৰিব।"

ছাৰ হেনৰিয়ে ক'লে, "সেইটো অৱশ্যে সঁচা। বাৰু, বেৰিম'ৰ...।"

"ঈশ্বৰে আপোনাৰ মংগল কৰক, মহাশয়। মোৰ আপোনালৈ আন্তৰিক ধন্যবাদ। তেওঁক আকৌ ধৰি নিয়াহেঁতেন বেচেৰী মোৰ পত্নীৰো মৃত্যু ঘটিলেহেঁতেন।"

"ৱাটছন, বোধকৰোঁ আমি গুৰুতৰ অপৰাধ এটা সংঘটন কৰাত সহায় সহযোগ

আগ বঢ়াব খুজিছোঁ, নহয়নে? কিন্তু সকলো কথা শুনাৰ পাছত মোৰ মানুহটোক ধৰাই দিয়াৰ ইচ্ছা নাই, সেয়েহে কথাটোৰ ইয়াতে ইতি পেলাইছোঁ। ঠিক আছে, বেৰিম'ৰ, তুমি যাব পাৰা।"

ভগা ভগা স্বৰেৰে কৃতজ্ঞতা জনাই মানুহজন যাব খুজিলে, কিন্তু খেৰোগেঁৰো কৰি তেওঁ পুনৰ উভতি আহিল।

"মহাশয়, আপুনি আমাক মৰম কৰিলে। বিনিময়ত মই আপোনালৈ এটা বিশেষ খবৰ জনাব খোজোঁ। ছাৰ হেনৰি, বোধকৰোঁ এইটো মই আপোনাক আগতেই জনাব লাগিছিল। কিন্তু ন্যায়িক অনুসন্ধান হৈ যোৱাৰ বহু দিন পাছতহে মই কথাটো গম পাওঁ। মই এতিয়ালৈকে কোনো ব্যক্তিক এই বিষয়ে ঘুণাক্ষৰেও জনোৱা নাই। এই খবৰটোৰ দুৰ্ভগীয়া ছাৰ চাৰ্লছৰ মৃত্যু লগত সম্বন্ধ আছে।"

বেৰনেট আৰু মই, দুয়ো যুগপৎ সজাগ হ'লোঁ।

"তেওঁ কেনেকৈ ঢুকাল জানা নেকি?"

"নাই, মহাশয়, সেইটো নাজানো।"

"তেনেহ'লে কি?"

"নিশাৰ সেই সময়ত তেওঁ কিয়নো তৃণভূমিৰ গেটখনৰ ওচৰলৈ গৈছিল, সেইটো জানো। এগৰাকী নাৰীক লগ ধৰিবলৈ।"

"এগৰাকী নাৰীক লগ ধৰিবলৈ। তেওঁ?"

"হয়, মহাশয়।"

"নাৰীগৰাকীৰ নাম?'

"মহাশয়, পুৰা নাম দিব নোৱাৰোঁ, কিন্তু মই আদ্যাক্ষৰ দুটা দিব পাৰিম। তেওঁৰ নামৰ আদ্যাক্ষৰ দুটা আছিল এল.এল.।

"বেৰিম'ৰ, তুমি এই কথা কেনেকৈ জানিলা?"

"শুনক, ছাৰ হেনৰি, আপোনাৰ খুৰাকে সেইদিনা ৰাতিপুৱা চিঠি এখন পাইছিল। ৰাজহুৱা কামত নিজকে নিয়োজিত কৰি থকা কাৰণে নিতৌ সাধাৰণতে তেওঁ বহুতো চিঠি-পত্ৰ পায়। তেওঁ অতিকৈ স্নেহশীল লোক। সেয়েহে কেতিয়াবা বিপদত পৰা মানুহে তেওঁৰ কাষ চাপে। কিন্তু সেইদিনা ৰাতিপুৱা মাথোঁ এই চিঠিখনহে আহিছিল। সেয়েহে এইখন চিঠি ভালকৈয়ে মোৰ দৃষ্টিত আছিল। চিঠিখন 'কুম্বে ট্ৰেচি'ৰপৰা আহিছিল, তিঁৰোতা মানুহৰ হাতৰ লেখা।"

"হুঁ?"

"হয়, ছাৰ হেনৰি। কথাটো মই চিন্তাই কৰা নাছিলোঁ আৰু কেতিয়াও ইয়াৰ কথা

নাভাবিলোঁহেঁতেন। পাছে মোৰ পত্নীয়েহে কথাটো উনুকিয়ালে। কেইসপ্তাহমান আগতে তেওঁ ছাৰ চাৰ্লছৰ পঢ়া কোঠালিটো পৰিষ্কাৰ কৰিছিল। তেওঁৰ মৃত্যুৰ পাছত এয়া প্ৰথমবাৰৰ কাৰণে কৰা চাফচিকুণ। তেওঁ জুহালৰ জালিখনৰ সিফালে ছাইৰ লগতে এই প্ৰায় পুৰি শেষ হোৱা চিঠিখনৰ তেনেই সামান্য অংশ এটা পালে। চিঠিখনৰ শেষৰ ফালে আধা পোৰা হৈ লাগি থকা সৰু টুকুৰা এটাৰ কথাখিনি পঢ়িব পৰা অৱস্থাত আছিল, যদিও আখৰবোৰ ধোঁৱা বৰণীয়া হৈ গৈছে। এই অংশটো আচলতে চিঠিখনৰ পুনশ্চ অংশহে। ইয়াত লিখা আছে, 'কাতৰ অনুৰোধ, আপুনি এগৰাকী ভদ্ৰলোক যেতিয়া এই চিঠিখন পুৰি পেলাব আৰু দহ বজাত গেটলৈ আহিব।' তলত চহী কৰা আছে এল এল।"

"চিঠিটুকুৰা আছে নেকি?"

"নাই মহাশয়, হাতত লৈ আহিব খোজোঁতেই ঘুগুলা উঠিল।"

"একে আখৰেৰে লিখা আৰু চিঠি ছাৰ চাৰ্লছে পাইছিল নেকি?"

"চাওক মহাশয়, মই চিঠিপত্ৰসমূহ বিশেষভাৱে কেতিয়াও নাচাওঁ। এইখনো মোৰ চকুত নপৰিলেহেঁতেন, যদিহে সেইদিনা অকল এই চিঠিখনহে নাহিলহেঁতেন।"

"আৰু তোমাৰ এল.এল. সম্বন্ধে একো ধাৰণা নাই?"

"নাই, মহাশয়, আপুনি যি বুজিছে ময়ো সিমানেই বুজিছোঁ। কিন্তু আশা কৰিছোঁ যে আমি সেই মহিলাগৰাকীৰ সন্ধান উলিয়াব পাৰিলে ছাৰ চাৰ্লছৰ মৃত্যুৰ ৰহস্য ভেদ কৰিব পৰা গ'লহেঁতেন।"

"বেৰিম'ৰ, এই এটা কথা বুজা নাই, তুমি ইমান প্ৰয়োজনীয় খবৰ এটা লুকাই থৈছিলা কিয়?"

"শুনক, মহাশয়, আমাৰ নিজৰ বিপদে দেখা দিয়াৰ ঠিক পাছতে এইটো ঘটিছিল। আকৌ, ছাৰ চাৰ্লছক আমি দুয়ো বৰ ভাল পাইছিলোঁ আৰু তেওঁ আমাৰ প্ৰতি দেখুওৱা বদান্যতাৰ কথাও আমি সদায় ভাবিছিলোঁ। এনে এটা ঘটনা খুঁচৰি উলিয়ালে আমাৰ দুৰ্ভগীয়াগৰাকীজনৰ একো ভাল নহয়, বিশেষকৈ যিহেতু ইয়াৰ লগত এগৰাকী নাৰী জড়িত।"

"তুমি ক'ব খুজিছা যে ই তেওঁৰ সন্মান লাঘৱ কৰিব।"

"এৰা, মহাশয়, মই ভাবিছিলোঁ যে এইটো একো ভাল নহ'ব। কিন্তু আপুনি এতিয়া আমাক ইমান মৰম কৰিছে; সেয়েহে ভাবিলোঁ যে এই কথাটো আপোনাক নজনোৱাটো সমুচিত নহ'ব।"

"ঠিক আছে, বেৰিম'ৰ, তুমি যাব পাৰা।" ভৃত্যজন গ'লত ছাৰ হেনৰিয়ে মোৰ

ফালে চাই ক'লে, "বাটছন, আপুনি বাৰু আমাৰ চিন্তাত নতুনকৈ পোহৰ পেলোৱা এই ঘটনাটোৰ বিষয়ে কি ভাবে?"

"ই বৰঞ্চ আন্ধাৰ বেছি গাঢ় কৰিলে।"

"এৰা, ময়ো তেনেকৈয়ে ভাবোঁ। কিন্তু আমি এল.এল.ৰ সন্ধান উলিয়াব পাৰিলে গোটেই ঘটনাটো স্পষ্ট হ'ব। আমি অন্ততঃ এইটোকে গম পালোঁ যে এনেকুৱা এগৰাকী মহিলা আছে, যাৰপৰা আমি সকলো ঘটনা জনাটো সম্ভৱ। আপুনি কি কয়?"

"তৎক্ষণাৎ সমস্ত কথা হ'মছক জনাব লাগে। তেওঁ বিচাৰি থকা সূত্ৰৰ সন্ধান ইয়েই দিব। এই খবৰে তেওঁক ইয়ালৈ লৈ অনাৰ সম্পূৰ্ণ সম্ভাৱনা।"

মই ততালিকে মোৰ কোঠালৈ গ'লোঁ আৰু পুৱাবেলাৰ এই কথাবতৰাৰ হ'মছলৈ বুলি এক প্ৰতিবেদন স্নাজু কৰিলোঁ। এইটো স্পষ্ট যে এই সময়ত তেওঁ অতি ব্যস্ত, নহ'লে মই বেকাৰ ষ্ট্ৰিটৰপৰা পোৱা চিঠিৰ উত্তৰ ইমান চমু নহ'লেহেঁতেন; উপৰি মই দিয়া খবৰবোৰৰ ওপৰত তেওঁৰ নিজা কোনো মন্তব্যও নাই, আনকি মোৰ ইয়ালৈ অহা উদ্দেশ্যৰ উল্লেখো প্ৰায় নাথাকেই। যি হওক, এই নতুন তথ্যৰ প্ৰতি নিশ্চয় তেওঁৰ মনোযোগ আকৰ্ষিত হ'ব আৰু বিষয়টোৰ প্ৰতি তেওঁৰ আগ্ৰহ বাঢ়িব। তেওঁ ইয়ালৈ অহাটোৱেই মই বাঞ্ছা কৰোঁ।

১৭ অক্টোবৰ। পানী পচাইদি অহৰহ টোপে টোপে পানী পেলাই, আৰু আইভি লতাৰ সৰসৰণি ধ্বনি তুলি আজিৰ সমস্ত দিনটোতে নেৰানেপেৰা বৰষুণ দি আছে। আশ্ৰয়বিহীন তৃণভূমিত এই ঠেঁটুৱৈ লগা জাৰত সেই কয়দীটোৰ কি হৈছে তাকে মই চিন্তা কৰিলোঁ। তাৰ অপৰাধ যিয়েই নহওক, চয়তানটোৱে কিন্তু এতিয়া যথেষ্ট যাতনা ভূগিছে আৰু তাৰ পাপৰ প্ৰায়শ্চিত্ত হৈছে। লগে লগে মোৰ ইখন মুখৰ কথাও মনত পৰিল। সেই যে ঘোঁৰাগাড়ীত দেখা জোনৰ পোহৰত দেখা মুখখন। অন্ধকাৰৰ সেই অদেখা ৰখীয়াটো, তাকো বাৰু প্ৰবল বৰষুণে ভোগাইছে নেকি? সন্ধিয়া সময়ত মই পানী নসৰকা কাপোৰ-কানি পিন্ধি সেমেকা টেপটেপীয়া তৃণভূমিলৈ ওলাই গ'লোঁ। বৰষুণে তেতিয়াও মোৰ মুখ তিয়াইছে আৰু কাণৰ কাষেৰে বতাহে সুহুৰি মাৰিছে। মোৰ মন অশুভ আশংকাৰে ভৰা। তৃণভূমিৰ শুকান কঠিন অঞ্চলবোৰো এতিয়া জলাহত পৰিণত হৈছে। যিসকলে তৃণভূমিলৈ ওলাই গৈছে তেওঁলোকৰ প্ৰতি ভগৱানে কৃপাদৃষ্টি পেলাওক। সেইদিনা মানুহটোৱে অকলশৰে চাই থকা থিয় শিলটো যিটো পাহাৰীয়া অঞ্চলত আছিল মই সেই ঠাইখিনি পালোঁ। তাৰপৰা বিষণ্ণ নিম্নভূমিলৈ মই চালোঁ। বৰষুণৰ পানীবোৰ ৰঙচুৱা শৈলভূমিৰ ওপৰেদি ইফালে-সিফালে বৈ গৈছে, ৰক্তাক্ত কৃষ্ণ বৰ্ণৰ ডাৱৰসমস্ত দৃশ্যপটত ওলমি চমৎকাৰ পাহাৰবোৰৰ ওপৰেদি

একোডাল ধোঁৱাবৰণীয়া মালা হৈ বিস্তৃত হৈছে। বাঁওফালে শূন্যৰ মাজেৰে চাই পঠিয়ালে কুঁৱলীৰ মাজত আধা লুকাই থকা, গছ-গছনিৰ মাজেদি মূৰ দাঙি উঠা বাস্কাৰভিল হলৰ ক্ষীণ মিনাৰ দুটা দেখা যায়। সেয়াই মাথোঁ মোৰ দৃষ্টিত পৰা জীৱিত মানুহৰ একমাত্র চিহ্ন। তদুপৰি আছে পাহাৰৰ দাঁতিৰ প্রাগৈতিহাসিক মানুহৰ শিলৰ জুপুৰিকেইটা। দুৰাত্তি আগতে মই যি ঠাইত সেই অকলশৰীয়া মানুহটো দেখিছিলোঁ তাত তাৰ একো চিহ্নই নাই।

মই উভতি আহোঁতে পথত ডা° মৰ্টিমাৰক লগ পালোঁ। ফাউলমায়াৰত থকা পাম ঘৰৰপৰা তৃণভূমিৰ ওপৰেদি অহা খলা-বমা পথটোৰেদি তেওঁ দুচকীয়া এটীয়া ঘোঁৰাৰ গাড়ী'এখন চলাই আহিছিল। তেওঁ সদায়েই আমাৰ প্রতি মনোযোগী, প্রায় প্রতিদিনেই 'হল'লৈ আহি তেওঁ আমাৰ খবৰ বাতৰি লৈ যায়। তেওঁ জোৰ কৰাত গৃহমুখী ঘোঁৰাগাড়ীখনত ময়ো উঠিলোঁ। বৰ বেজাৰ মনেৰে তেওঁৰ সৰু স্পেনিয়েল কুকুৰটো হেৰোৱাৰ খবৰ তেওঁ মোক দিলে। কুকুৰটো বোলে তৃণভূমিত সোমাই আৰু ওলাই নাহিল। মই তেওঁক দুই-এষাৰ সান্ত্বনাবাণী শুনালোঁ। কিন্তু মোৰ গ্রিমপেন পিটনিত হঠাতে নাইকিয়া হোৱা ঘোঁৰাটোৰ কথা মনত পৰিল। তেওঁ মৰমৰ কুকুৰটো আকৌ দেখা পাব বুলি মই নাভাবোঁ।

খলা-বমা পথটোৰেদি খুন্দা-খুন্দলি খাই গৈ থাকোঁতে মই ক'লোঁ, "বাৰু, মৰ্টিমাৰ, মই ভাবোঁ ওচৰে-পাঁজৰে থকা এনে কোনো মানুহ নোলাব, যি আপোনাৰ পৰিচিত নহয়, নহয়নে বাৰু?"

"বোধকৰোঁ আপুনি ঠিকেই কৈছে।"

"তেনেহ'লে আপুনি এগৰাকী মহিলাৰ খবৰ দিব পাৰিব নেকি, যাৰ নামৰ আদ্যাক্ষৰ হ'ল এল.এল.?"

তেওঁ কেইমিনিটমান চিন্তা কৰিলে। তাৰ পাছত ক'লে, "উঁহু, মই জনাত কৃষক অথবা আন ভদ্রলোকৰ পৰিয়ালত আদ্যাক্ষৰ এল. এল. থকা নামৰ কোনো লোক নাই, কিন্তু কেইটামান জিপচি আৰু শ্রমিক পৰিয়ালৰ কথা মই ক'ব নোৱাৰোঁ। ৰ'বচোন বাৰু, মই আৰু অলপ চিন্তা কৰি চাওঁ। অ', লৰা লায়ন্স বুলি মহিলা এগৰাকী আছে, কিন্তু তেওঁতো কুম্বে ট্রেছিত থাকে।"

মই সুধিলোঁ, "তেওঁনো কোন?"

"তেওঁ ফ্রেংকলেণ্ডৰ কন্যা।"

"কি ক'লে। আমাৰ পুৰণিকলীয়া ফ্রেংকলেণ্ড, চেৰা-বলিয়াৰ?"

"ঠিক কৈছে, তেওঁৰে ছোৱালী। তেওঁ লায়ন্স উপাধিৰ চিত্র-শিল্পী এজনক বিয়া



অ', লৰা লায়ন বুলি মহিলা এগৰাকী আছে, কিন্তু তেওঁতো কুম্বে ট্ৰেছিত থাকে।"

কৰাইছিল। ছবি আঁকিবলৈ শিল্পীজন তৃণভূমিলৈ আহিছিল। মানুহজন পাছে জঘন্য আছিল আৰু ছোৱালীজনীক এৰি থৈ গ'ল। মই শুনামতে দোষটো পূৰাপূৰি এক পক্ষৰেই নাছিল। দেউতাকে কন্যাগৰাকীৰ হৈ মাত মতা নাছিল, কিয়নো তেওঁৰ সম্মতি নোহোৱাকৈয়ে ছোৱালী বিয়াত বহিছিল। হয়তো আৰু কিবা দুই-এটা কাৰণো আছিল। সেয়েহে পুৰণা পাপী পিতৃ আৰু ডেকাজনৰ যুগ্ম আক্ৰমণত ছোৱালীজনীৰ মন বেয়াকৈ ভাগি গৈছিল।"

"তেওঁ চলে কেনেকৈ?"

"মোৰ ধাৰণা বৃদ্ধ ফ্ৰেংকলেণ্ডে নামমাত্ৰ কিবা এটা দিয়ে, কিন্তু খুব বেছিকৈ দিব নোৱাৰে। নিজেইতো বহু খৰচী কামত জড়িত। যিয়েই নহওক, তাইকতো আৰু নাজল-নাথল অৱস্থা কৰিব নোৱাৰি। তাইৰ দুখ লগা অৱস্থাৰ কথা বহুতৰে কাণত পৰে আৰু কেইবাজনেও তাইক এটা সৎ জীৱন-যাপন কৰাৰ কাৰণে সহায় কৰে। ষ্টেপলটন আছিল তেনে এজন লোক, আন এজন আছিল ছাৰ চাৰ্লছ। ময়ো নামমাত্ৰ কিবা এটা দিওঁ। সাহায্যৰ হাত আগ বঢ়োৱাৰ উদ্দেশ্য আছিল তাই যাতে মুদ্ৰালিখনৰ ব্যৱসায় এটাত নিজকে প্ৰতিষ্ঠিত কৰিব পাৰে।"

তেওঁ এই বিষয়ে মোৰ আগ্ৰহৰ কাৰণ জানিব বিচাৰিছিল, মই পাছে বিশেষ একো নোকোৱাকৈয়ে তেওঁৰ কৌতূহল নিবাৰণ কৰিব পাৰিলোঁ। আমাৰ ভিতৰুৱা কথা প্ৰয়োজন নোহোৱাকৈ কৈ ফুৰিম কিয়! কালিলৈ পুৱা বেলাতে মই কুম্বে ট্ৰেছিলৈ যাম। দ্ব্যৰ্থক প্ৰসিদ্ধিৰ মিছেছ লৰা লায়ন্সক দেখা কৰিব পাৰিলে অন্ততঃ ৰহস্যলানিৰ এটাৰ সমাধান উলিওৱাত সহায়ক হ'ব। মই নিশ্চয় সৰ্পৰ প্ৰজ্ঞা আয়ত্ত কৰিবলৈ সমৰ্থ হৈছোঁ, নহ'লে মৰ্টিমাৰে প্ৰশ্ন সুধি মোক অসুবিধাত পেলাওঁতেই মই সাধাৰণভাৱে তেওঁক এটা বেলেগ প্ৰশ্ন কৰি ফ্ৰেংকলেণ্ডৰ লাওখোলা অধ্যয়ন-বিজ্ঞানৰ চৰ্চা কৰিয়েই আমাৰ এই যাত্ৰাৰ সময়ছোৱাৰ অন্ত পেলালোঁহেঁতেন। এৰা, বছৰৰ পাছত বছৰ শ্বাৰলক হ'মছৰ লগত মই এনেয়ে কটোৱা নাই।

এই দুৰ্য্যোগপূৰ্ণ, বিষণ্ণ দিনটোত লিপিবদ্ধ কৰিবলৈ মোৰ মাথোঁ আৰু এটা ঘটনা আছে। সেইটো হ'ল এইমাত্ৰ বেৰিম'ৰৰ লগত হোৱা মোৰ কথোপকথন। সময়ত ই মোৰ কাৰণে হৈ পৰিব আৰু এপাট শক্তিশালী অস্ত্ৰ।

মৰ্টিমাৰে নিশাৰ আহাৰ খাবলৈ ইয়াতে থাকিল। আহাৰ খোৱাৰ পাছত তেওঁ আৰু বেৰনেটজনে বহি তাচ খেলাত লাগিল। মই লাইব্ৰেৰীলৈ আহিলোঁ আৰু তালৈকে বেৰিম'ৰে মোৰ ভাগৰ কফি আনিলে। এই সুবিধাতে মই তেওঁক কেইটামান প্ৰশ্ন কৰিলোঁ।

মই ক'লোঁ, "বাৰু তোমাৰ গুণধৰ আত্মীয়জন গ'লগৈনে, নে এতিয়াও তৃণভূমিত লুকাই আছে?"

"মহাশয়, মই ক'ব নোৱাৰোঁ। ভগবানৰ কৃপাত তেওঁ আঁতৰি গ'লেই ভাল হয়, নহ'লে মিছাকৈয়ে ইয়ালৈ বিপদহে মাতিব! মই শেষৰবাৰৰ বাবে তেওঁৰ খাদ্য থৈ আহিছিলোঁ তিনি দিনৰ আগতে। তেতিয়াৰপৰা তেওঁৰ বিষয়ে আৰু একো শুনা নাই।"

"খাদ্য দিয়াৰ সময়ত তেওঁক লগ পাইছিলানে?"

"নাই পোৱা, অৱশ্যে মই পাছত সেই ফালেদি যাওঁতে আহাৰখিনি দেখা নাই।"

"তেনেহ'লে তেওঁ তাত নিশ্চয় আছে, নহয়নে?"

"আপুনি তেনেকৈয়ে ভাবিব পাৰে, অৱশ্যে যদিহে আনজন লোকে আহাৰখিনি খোৱা নাই।"

কফিৰ কাপ আধা দাঙিয়েই মই ৰৈ গ'লোঁ আৰু বেৰিম'ৰলৈ থৰ লাগি চালোঁ। মই ক'লোঁ, "তেনেহ'লে তুমি জানা যে তাত আৰু এজন মানুহ আছে?"

"হয় মহাশয়, তৃণভূমিত আৰু এজন মানুহ আছে।"

"তাক তুমি দেখিছানে?"

"নাই, মহাশয়।"

"তেনেহ'লে তাৰ কথা তুমি কেনেকৈ জানিলা?"

"প্ৰায় এসপ্তাহমান আগতে চেলডনে মোক কৈছিল। তেওঁ লুকাই আছে, কিন্তু মই জনামতে তেওঁ অপৰাধী নহয়। মই পাছে কথাটো ভাল পোৱা নাই, ডাঃ বাটছন, আপোনাক খোলাকৈ কৈছোঁ, মই কথাটো ভাল পোৱা নাই।" কথাবাৰ তেওঁ আবেগ আৰু আন্তৰিকতাৰে ক'লে।

"বাৰু মেৰিম'ৰ, মোৰ কথা শুনাচোন। ঘটনাটোৰ বিষয়ে মোৰ নিজাকৈ আগ্ৰহ নাই, কিন্তু তোমাৰ গৰাকীৰ নিশ্চয় আছে। মই ইয়ালৈ তেওঁক সহায় কৰাৰ উদ্দেশ্যতহে আহিছোঁ। মোক এতিয়া স্পষ্টকৈ কোৱা, তুমি ভাল নোপোৱা কথাটো কি।"

বেৰিম'ৰে মুহূৰ্তৰ কাৰণে খেবোগেঁৰো কৰিলে; তেওঁ কি ভাবি এনে কৰিছে ক'ব পৰা নাই। কিন্তু অৱশেষত তেওঁ তৃণভূমিৰ ফালে থকা খিৰিকিখন দেখুৱাই উচ্চস্বৰে ক'লে, "এই যে তাত ঘটনাবোৰ ঘটি আছে, মই দৃঢ়ভাৱে কৈছোঁ যে

ক'ৰবাত কিবা অপৰাধ ঘটিছে, কিবা কদাকাৰ ঘটনা সংঘটিত হোৱাৰ কালে আগ বাঢ়িছে। যদি ছাৰ হেনৰি আকৌ লণ্ডনলৈ ঘূৰি যায়, মই খুব আনন্দিত হ'ম।"

"কিন্তু কিহে তোমাক ইমান ভয় খুৱাইছে?"

"ছাৰ চাৰ্লছৰ মৃত্যুৰ কথাটোকে চিন্তা কৰকচোন। তেওঁৰ মৃত্যুটো কিমান দুখজনক। তৃণভূমিত সংঘটিত হোৱা বুলি কোৱা ঘটনাবোৰৰ কথা চিন্তা কৰকচোন। এগাল ধন দিলেও বেলি ডুবাৰ পাছত কোনেও তৃণভূমিৰ ফালে যাবলৈ মান্তি নহ'ব। তাত লুকাই থকা এই মানুহটোৱে কিহৰ কাৰণে অপেক্ষা কৰিছে। ইয়াৰ অৰ্থ কি? ইয়াৰ অৰ্থ এইটোৱেই যে বাস্কাৰভিল নামৰ কোনো মানুহৰ মংগল আশা কৰিব নোৱাৰি। যিদিনাই ছাৰ হেনৰিৰ নতুন ভৃত্যাই 'হল'ৰ কামত যোগ দিবলৈ সাজু হ'ব, সেইদিনাই মোৰ সকলো দায়িত্ব ত্যাগ কৰিবলৈ পালে মই নথৈ সুখী হ'ম।"

মই ক'লোঁ, "কিন্তু এই অচিনাকি মানুহজনৰ বিষয়ে তুমি মোক কিবা ক'ব পাৰিবানে? ছেলডনে মানুহজনৰ বিষয়ে কি কৈছিল? মানুহজন ক'ত লুকাই আছে আৰু কি কৰিছে এইবোৰ কথা ছেলডনে গম পায়নে?"

"তেওঁ মানুহজনক এবাৰ নে দুবাৰ লগ পাইছিল, কিন্তু তেওঁ গভীৰ পানীৰ মাছ, বাহিৰলৈ ওলাই নাহে। ছেলডনে প্ৰথমতে মানুহজনক পুলিছৰ মানুহ বুলি ভাবিছিল, কিন্তু পাছত সেইটো ধাৰণা আঁতৰিল। ছেলডনৰ মতে মানুহজন মৰমিয়াল ভদ্ৰলোক, কিন্তু তেওঁনো কি কৰে ক'ব নোৱাৰি।"

"মানুহজন ক'ত থাকে বুলি ছেলডনে কৈছিল?"

"পাহাৰৰ দাঁতিৰ প্ৰাগৈতিহাসিক মানুহ থকা শিলৰ পঁজাকেইটাৰ মাজত।"

"খোৱাৰ কি ব্যৱস্থা?"

"ছেলডনে ল'ৰা এটাই মানুহজনৰ আহাৰ আনি দিয়ে বুলি কৈছিল। কিন্তু মই ভাবোঁ মানুহজনে নিজৰ দৰকাৰী বস্তু বিচাৰি কুম্বে ট্ৰেছিলৈ যায়।"

"ঠিক আছে, বেৰিম'ৰ, আমি পাছত কেতিয়াবা এই বিষয়ে আৰু কথা পাতিম।"

ভৃত্যজন যোৱাৰ পাছত মই ক'লা খিৰিকিখনৰ কাষলৈ গৈ অস্পষ্ট আইনাৰ মাজেৰে বাহিৰলৈ চালোঁ। বাহিৰত মেঘবোৰ লৰি ফুৰিছে আৰু বতাহে গছ-গছনিবোৰ মহটিয়াই নিছে। আজিৰ নিশাটোত ঘৰৰ ভিতৰতে আমাৰ চুৰ্তি হেৰাইছে, তৃণভূমিত শিলৰ পঁজাঘৰত চাগে কি অৱস্থা। এজন মানুহৰ কেনেকুৱা ঘৃণাৰ আক্ৰোহে বাৰু আজিৰ দৰে এনে এটা বতৰত উন্মুক্ত তৃণভূমিৰ শিলৰ পঁজা ঘৰত খাপ দি থাকিবলৈ উচটাব পাৰে। তৃণভূমিত এইদৰে কষ্ট সহ্য কৰি থাকিবলৈ মানুহজনৰ কি এনে গভীৰ

আৰু নিষ্ঠাপূৰ্ণ উদ্দেশ্য আছে বাৰু! নিদাৰুণভাৱে মোক আমনি কৰি থকা সমস্যাৰ কেন্দ্ৰ বিন্দুটো তৃণভূমিৰ সেই শিলৰ পঁজাঘৰতে আছে যেন লাগিছে। মই দৃঢ়তাৰে কৈছোঁ যে মানৱৰ সক্ষমতাৰে সম্ভৱ সকলো ধৰণৰ প্ৰয়াসেৰে এই ৰহস্যৰ আঁত আৰু এটা দিন পাৰ হৈ যোৱাৰ আগতেই উলিয়াব পাৰিম।

## অধ্যায় ১১

# শিলাময় পাহাৰত থকা মানুহজন

অক্টোবৰ মাহৰ ওঠৰ তাৰিখলৈকে দিয়া শেষ অধ্যায়ৰ বৰ্ণনাৰ উৎস আছিল মোৰ ব্যক্তিগত দিনলিপি। সেই সময়তে আচৰিত আচৰিত ঘটনাবোৰ সংঘটিত হৈছিল। এক ভয়াবহ ফলৰ দিশে এই ঘটনাবোৰ আগ বাঢ়ি গৈছিল। পাছৰ কেইদিনমানৰ ঘটনা মচ নোযোৱাকৈ মোৰ স্মৃতিত খোদিত হৈ আছে আৰু সেই সময়ৰ কোনো টোকাৰ সহায় নোলোৱাকৈয়ে মই সেইবোৰৰ বিৱৰণ দিব পাৰিম। মোৰ এই বিৱৰণ সেই দিনটোৰপৰাই আৰম্ভ কৰোঁ, যিদিনা মই দুটা অতি গুৰুত্বপূৰ্ণ তথ্যৰ সন্ধান পাইছিলোঁ। এটা হ'ল কুম্বে ট্ৰেচিৰ মিছেছ লৰা লায়নে ছাৰ চাৰ্লছ বাস্কাৰভিললৈ চিঠি লিখি তেওঁক লগ পোৱাৰ ব্যৱস্থা কৰিছিল। যিটো সময় আৰু যিখন ঠাইত এই ব্যৱস্থা কৰা হৈছিল সেইখন ঠাইতে আৰু সেই একে সময়তে ছাৰ চাৰ্লছৰ মৃত্যু ঘটিছিল। আনটো হ'ল খাপ লৈ থকা মানুহজনক পাহাৰৰ দাঁতিৰ শিলৰ জুপুৰিবোৰৰ মাজত পোৱা যাব। এনেকুৱা দুটা তথ্য পোৱাৰ পাছতো মই যদি তমসাচ্ছন্ন অঞ্চলত আলোকপাত কৰিব নোৱাৰোঁ, তেনেহ'লে মোৰ জ্ঞান অথবা সাহসৰ নিশ্চয় অভাৱ ঘটিছে।

মিছেছ লায়নৰ বিষয়ে সংগ্ৰহ কৰা তথ্য সেইদিনা সন্ধিয়াই বেৰনেটজনক জনোৱা সম্ভৱ নাছিল, কিয়নো ডাঃ মৰ্টিমাৰৰ লগত তেওঁৰ তাচ খেলা বহুত দেৰিলৈকে চলিছিল। পাছদিনা পুৱা প্ৰাতঃৰাশৰ সময়ত মই তেওঁক মোৰ আৱিষ্কাৰৰ

বিষয়ে জনালোঁ আৰু তেওঁ মোৰ লগত কুম্বে ট্ৰেছিলৈ যাব নেকি সুধিলোঁ। প্ৰথমতে তেওঁ যাবলৈ আগ্ৰহ কৰিছিল, কিন্তু পাছত আমি দুয়ো আলোচনা কৰি ঠিক কৰিলোঁ যে মই অকলে গ'লেহে অধিক সুফল আশা কৰিব পাৰি। আমি যদি এই যাত্ৰাটো আনুষ্ঠানিক কৰোঁ, তেনেহ'লে হয়তো কম তথ্যহে আহৰণ কৰিব পাৰিম। বিবেকত সামান্য আঘাত লাগিলেও মই ছাৰ হেনৰিক এৰি থৈ নতুনৰ সন্ধানত ৰাওনা হ'লোঁ।

যেতিয়া কুম্বে ট্ৰেছিত গৈ উপস্থিত হ'লোঁ, মই পাৰ্কিনছক গাড়ীখন ৰখাই ঘোঁৰাকেইটাক দানা পানী দিবলৈ কৈ মহিলাগৰাকীক বিচাৰি ওলালোঁ। তেওঁৰ বাস-গৃহ বিচাৰি পোৱাত অসুবিধা নহ'ল। ঘৰটো সুসজ্জিত আৰু ঠাইখনৰ স্বাস্থ্যভোগতে আছে। এগৰাকী পৰিচাৰিকাই কোনো সৌজন্য নেদেখুওৱাকৈয়ে মহিলাগৰাকীৰ ওচৰলৈ মোক লৈ গ'ল। কোঠাটোলৈ সোমাই যোৱাৰ লগে লগে ৰেমিংটন মুদ্ৰালিখন যন্ত্ৰৰ সন্মুখত বহি থকা মহিলাগৰাকীয়ে জাঁপ মাৰি উঠি এটা মধুৰ মিচিকি হাঁহিৰে মোক আদৰণি জনালে। কিন্তু মোক ভালকৈ চোৱাৰ পাছত তেওঁৰ অচিনাকি বুলি গম পালে আৰু তেওঁৰ উৎসাহত চেঁচা পানী পৰিল। তেওঁ পুনৰ বহিল আৰু মোৰ এই আগমনৰ উদ্দেশ্য সুধিলে।

দেখা পায়েই মোৰ প্ৰথম ধাৰণা হ'ল যে মিছেছ লায়ন্স এগৰাকী অতিশয় সৌন্দৰ্য্যশালী মহিলা। তেওঁৰ চুলি আৰু চকু পাতল মুগা বৰণৰ। ভৰপূৰ মুখখনত পাতল মুগা বৰণীয়া দাগ কিছু পৰিছে, তথাপি সৌন্দৰ্য্য ম্লান পৰা নাই। মই আকৌ কওঁ, প্ৰথম দৃষ্টিতে তেওঁৰ ৰূপ-লাৱণ্য শলাগিবলগীয়া। কিন্তু আকৌ চাওঁতে যেন কিবা দোষ চকুত পৰে। তেওঁৰ মুখৰ অভিব্যক্তিত সামান্য ৰূঢ়তাৰ আভাস। সম্ভৱতঃ তেওঁৰ দৃষ্টিত কঠোৰতা আছে। ওঁঠ দুটা অলপ সোলোক-ঢোলোক হোৱাৰ কাৰণে সৌন্দৰ্য্যৰ পূৰ্ণতাৰ অভাৱ। এইবোৰ আচলতে পাছত চিন্তা কৰি কোৱা কথা। কিন্তু এই মুহূৰ্তত মই মাথোঁ এই কথাত সচেতন যে মই এতিয়া এগৰাকী অতিশয় ৰূপৱতী ৰমণীৰ সন্মুখত থিয় দি আছোঁ আৰু তেওঁ মোৰ আগমনৰ হেতু বিচাৰিছে। এৰা, মই এতিয়াহে মোৰ উদ্দেশ্যৰ গুৰুত্ব ধৰিব পাৰিছোঁ।

মই ক'লোঁ, "আপোনাৰ পিতৃৰ লগত মোৰ পৰিচয় আছে।"

এইটো বৰ অপটু চিনাকি দিয়া হ'ল।

মহিলাগৰাকীৰ কথন ভংগীয়েও মোৰ এই অপাৰগতা স্পষ্ট কৰিলে।

তেওঁ ক'লে, "দেউতাৰ লগত মোৰ কোনো স্বাভাৱিক সম্পৰ্ক নাই। তেওঁৰ প্ৰতি মই কোনো ধৰণে দায়বদ্ধ নহয় আৰু তেওঁৰ বন্ধুবৰ্গৰ লগতো মোৰ কোনো

সৌহার্দ্য নাই। ছাৰ চার্লছ বাস্কাৰভিল আৰু আনকেইজনমান দৰদী লোকে সহায়ৰ হাত আগ নবঢ়ালে মই অনাহাৰে দিন কটাব লগাত পৰিলোঁহেঁতেন। দেউতাই মোৰ প্ৰতি লোৱা যত্নৰ নমুনা এয়াই।"

"প্ৰয়াত ছাৰ চার্লছ বাস্কাৰভিল সম্বন্ধে কথা এটা জনাৰ কাৰণেই মই ইয়াত আপোনাক দেখা কৰিবলৈ আহিছোঁ।"

মহিলাগৰাকীৰ মুখখন অধিক ৰঙচুৱা হ'ল।

মুদ্ৰালিখন যন্ত্ৰটোত হাত বুলাই তেওঁ সুধিলে, "তেওঁৰ বিষয়েনো মই কি ক'ব পাৰোঁ?"

"আপুনিতো তেওঁক ভালকৈ জানিছিল, নহয় জানো?"

"মইতো ইতিমধ্যে কৈছোঁৱেই যে তেওঁৰ দয়াৰ ওপৰতে মই নির্ভৰশীল আছিলোঁ। আজি মই স্বাবলম্বী হোৱাৰ মূলতে হ'ল বিপদৰ সময়ত তেওঁ আগ বঢ়োৱা সহায়।"

"তেওঁৰ লগত চিঠিপত্ৰৰ বিনিময় হৈছিল নেকি?"

তেওঁ খঙেৰে মোলৈ চালে আৰু তীক্ষ্ণ স্বৰেৰে সুধিলে, "আপোনাৰ এই প্ৰশ্নবোৰৰ উদ্দেশ্য কি?"

"উদ্দেশ্য হ'ল এটা ৰাজহুৱা কেলেংকাৰি এৰাই চলা। আমাৰ নিয়ন্ত্ৰণৰ বাহিৰ হৈ যোৱাৰ আগতে মই ইয়াতে আপোনাক সুধি বিষয়টো স্পষ্ট কৰি ল'ব খুজিছোঁ।"

তেওঁৰ মুখখন শেঁতা পৰিল আৰু কিছু সময় নিৰবে থাকিল। অৱশেষত মূৰ দাঙি স্পৰ্ধাৰে আগ পাছ নুগুণি ক'লে, "ঠিক আছে। সোধক, আপোনাৰ কি প্ৰশ্ন।"

"ছাৰ চার্লছলৈ আপুনি চিঠি-পত্ৰ দিছিল নেকি?"

"এবাৰ নে দুবাৰ মই তেওঁৰ বদান্যতা আৰু মধুৰ ব্যৱহাৰৰ স্বীকৃতি জনাই লিখিছিলোঁ।"

"চিঠিবোৰৰ তাৰিখ হাতত আছে নেকি?"

"নাই।"

"তেওঁক আপুনি লগ ধৰিছিল নেকি?"

"এৰা, এবাৰ নে দুবাৰ কুম্বে ট্ৰেচিলৈ আহোঁতে মই তেওঁক লগ পাইছিলোঁ। তেওঁ নির্জঞ্জাল হৈ থাকিবলৈ ভাল পাইছিল আৰু আনক সহায়ো কৰিছিল নিৰবে।"

"কিন্তু যদিহে আপুনি তেওঁক কেতিয়াবাহে দেখা পাইছিল বা লগ পাইছিল তেওঁনো আপোনাৰ কথাবোৰৰ কথা কেনেকৈ জানিছিল? আপুনিয়েইতো কৈছে যে তেওঁ আপোনাক সহায় কৰিছিল।"

তেওঁ ততাতৈয়াকৈ মোক পৰিস্থিতিটো বুজালে।

"কেইবাজনো ভদ্ৰলোকেই মোৰ দুখৰ কাহিনীৰ বিষয়ে অৱগত আছিল। তেওঁলোকে লগ লাগি মোক সহায় কৰিব বিচাৰিছিল। তেওঁলোকৰে এজন হ'ল ছাৰ চাৰ্লছ বাস্কাৰভিলৰ প্ৰতিবেশী আৰু অন্তৰংগ বন্ধু মিষ্টাৰ ষ্টেপলটন। তেৰোঁ বৰ দয়ালু লোক। তেওঁৰপৰাই ছাৰ চাৰ্লছে মোৰ দুৰ্দশাৰ বিষয়ে গম পায়।"

মই ইতিমধ্যে গম পাইছোঁ যে ষ্টেপলটনক ছাৰ চাৰ্লছে এজন ভিক্ষা বণ্টনৰ সহায়কাৰীৰূপে লৈছিল। সেয়েহে ভদ্ৰমহিলাৰ কথাত সত্যতা আছে।

মই আকৌ ক'লোঁ, "আপুনি বাৰু কেতিয়াবা ছাৰ চাৰ্লছলৈ তেওঁক লগ ধৰাৰ ইচ্ছা জনাই লিখিছিল নেকি?"

মিছেছ্ লায়ন্স পুনৰ খঙত জ্বলি উঠিল।

"সঁচাই মহাশয়, এইটো বৰ অস্বাভাৱিক প্ৰশ্ন।"

"মহাশয়া, মই দুঃখিত, কিন্তু প্ৰশ্নটো বাৰে বাৰে হ'লেও সুধিব লাগিব।"

"তেনেহ'লে ইয়াৰ উত্তৰ হ'ল, নিশ্চয় লিখা নাই।"

"ছাৰ চাৰ্লছৰ মৃত্যুৰ সেই দিনটোতো লিখা নাই?"

ৰঙা বং আঁতৰি গ'ল আৰু শেঁতা পৰা মৃত্যুবৎ এখন মুখ এতিয়া মোৰ সন্মুখত। নিৰস ওঁঠ দুটাৰ মাজেৰে 'নাই' শব্দটো উচ্চাৰিত নহ'লেও তেওঁ তাকে ক'বলৈ ইচ্ছা কৰিছে বুলি মই গম পালোঁ।

মই ক'লোঁ, "আপুনি প্ৰকৃততে কথাটো পাহৰিছে। মই আনকি আপোনাৰ চিঠিৰ এটা খণ্ডৰ উদ্ধৃতিও দিব পাৰোঁ। সেইটো এনেকুৱা, 'কাতৰ অনুৰোধ, আপুনি এগৰাকী ভদ্ৰলোক যেতিয়া এই চিঠিখন পুৰি পেলাব আৰু দহ বজাত গেটলৈ আহিব।' "

মোৰ ধাৰণা হ'ল যে তেওঁ অচেতন হৈ গ'ল। পাছে দেহৰ সমস্ত শক্তিৰে তেওঁ চেতনা নেহেৰুওৱাকৈ থাকিল।

কোঁপাই-জোঁপাই তেওঁ ক'লে, "ভদ্ৰলোক বুলি একো নাইকিয়া হ'ল নেকি?"

"সেইদৰে ভাবি আপুনি ছাৰ চাৰ্লছৰ প্ৰতি অন্যায় কৰিছে। তেওঁ চিঠিখন পুৰি পেলাইছিল। কিন্তু কেতিয়াবা জ্বলাই পেলোৱাৰ পাছতো চিঠি এখন পঢ়িব পৰা হৈ থাকে। তেনেহ'লে এতিয়া আপুনি স্বীকাৰ কৰে যে সেই চিঠিখন আপুনি লিখিছিল?"

যেন সমস্ত দেহ-মন ঢালি তেওঁ উচ্চৈস্বৰে ক'লে, "এৰা, মই লিখিছিলোঁ। কিয় মই অস্বীকাৰ কৰিম? মোৰ ইয়াত লাজ পাব লগা একো নাই। মই তেওঁৰপৰা সহায় বিচাৰিব খুজিছিলোঁ। মই ভাবিছিলোঁ যে যদিহে তেওঁক দেখা কৰিব পাৰোঁ তেতিয়া

মোৰ কথাখিনি ভালকৈ বুজাই ক'ব পাৰিম আৰু তেওঁৰপৰা প্ৰয়োজনীয় সাহায্য পাম। সেয়েহে তেওঁক লগ পাবলৈ অনুৰোধ জনাইছিলোঁ।"

"কিন্তু কিয় এনেকুৱা এটা সময়ত?"

"কিয়নো মই সেই সময়ত মাথোঁ গম পাইছিলোঁ যে তেওঁ পাছদিনা লণ্ডনলৈ যাবলৈ ওলাইছে আৰু কেইবামাহলৈকো ঘূৰি নাহিব। তালৈ মই আগতে যাব নোৱাৰাৰ কাৰণো আছে।"

"কিন্তু, লগ-পোৱা কথাটো ঘৰলৈ গৈ কৰাৰ সলনি বাগিচাত কেলেই হ'ব লাগে?"

"আপুনি ভাবে নেকি যে এগৰাকী নাৰীয়ে এজন অবিবাহিত পুৰুষৰ ঘৰলৈ অকলশৰে সেই ৰাতিখন যাব পাৰে?"

"ঠিক আছে, আপুনি তালৈ যোৱাৰ পাছত কি হ'ল?"

"মই নগ'লোঁৱেই।"

"মিছেছ লায়ন্স!"

"পবিত্ৰ বুলি জ্ঞান কৰা সকলো বস্তুৰ নামত শপত খাই মই কৈছোঁ, মই তালৈ নগ'লোঁ। মই কেতিয়াও নগ'লোঁ। মোৰ তালৈ যোৱাত কিবা এটা বাধা পৰিল।"

"কি বাধা?"

"সেইটো ব্যক্তিগত কথা। ক'ব নোৱাৰোঁ।"

"আপুনি মানি লৈছে যে ঠিক সেই ঠাই আৰু সময়তে আপুনি ছাৰ চাৰ্লছক দেখা কৰাটো থিৰাং হৈছিল, যি ঠাই আৰু সময়ত তেওঁৰ মৃত্যু ঘটিছিল। আপুনি কোৱা মতে সেই দেখা-সাক্ষাতৰ কাৰণে আপুনি যাব নোৱাৰিলে।"

"সেইটো সঁচা কথা।"

পেঘেনিয়াই পেঘেনিয়াই সুধিও মই তেওঁৰপৰা আৰু একো কথা উলিয়াব নোৱাৰিলোঁ।

এই সুদীৰ্ঘ অথচ অসম্পূৰ্ণ দেখা-সাক্ষাৎ সামৰি মই আহিবলৈ ওলাই তেওঁক ক'লোঁ, "মিছেছ লায়ন্স, আপুনি জনা সকলো কথা খোলাকৈ নকৈ আপুনি এক বিৰাট দায়িত্ব মূৰ পাতি ল'লে। ই আপোনাক মিছাই বিপদত পেলাব। যদি মই পুলিছ মাতোঁ, আপুনি তেতিয়া বুজিব যে আপোনাৰ পৰিস্থিতি কেনে গুৰুত্বেৰে সম্পৃক্ত। যদিহে আপুনি নিৰ্দোষ, তেনেহ'লে পোনতে আপুনি কিয় ছাৰ চাৰ্লছলৈ সেইদিনা চিঠি লিখাৰ কথাটো অস্বীকাৰ কৰিছিল?"

"কাৰণটো হ'ল মই ভাবিছিলোঁ এটা ভুল ধাৰণা লৈ মোক মিছাকৈয়ে এটা কেলেংকাৰিত সাঙুৰিব।"

"আপুনিনো কিয় ছাৰ চাৰ্লছে আপোনাৰ চিঠিখন নষ্ট কৰাত ইমান জোৰ দিছিল?"

"চিঠিখন পঢ়িছেই যেতিয়া আপুনি গম পাইছেই।"

"মই আপোনাক কোৱা নাই যে মই গোটেই চিঠিখনেই পঢ়িছিলোঁ।"

"আপুনি চিঠিখনৰ কিছু অংশৰ উদ্ধৃতি দিছে।"

"মই, পুনশ্চ অংশটোহে উদ্ধৃত কৰিছিলোঁ। মই কৈছোঁৱেই যে চিঠিখন পুৰি পেলাইছিল আৰু পঢ়িব পৰা অৱস্থাত নাছিল। মই আকৌ সুধিছোঁ যে তেওঁ মৃত্যুৰ দিনটোতে পোৱা চিঠিখন ছাৰ চাৰ্লছে পুৰি পেলোৱাত ইমান কিয় জোৰ দিছিল?"

"কথাটো অতিশয় ব্যক্তিগত।"

"ৰাজহুৱা অনুসন্ধান এটা এৰাই চলিবলৈকে আপুনি এইটো খোলাকৈ কোৱাটো প্ৰয়োজন।"

"ঠিক আছে, তেনেহ'লে আপোনাক কম। আপুনি যদিহে মোৰ অসুখী দাম্পত্য জীৱনৰ বিষয়ে কিবা শুনিছে, তেনেহ'লে আপুনি জানিব যে মই এক অপৰিণামদৰ্শী বিবাহপাশত আবদ্ধ হৈছিলোঁ, যি কাৰণে মই এতিয়া অনুতাপ কৰোঁ।"

"এইবোৰ কথা মই শুনিছোঁ।"

"মোৰ স্বামীয়ে, যিজনক মই এতিয়া বৰকৈ ঘৃণা কৰোঁ, মোৰ জীৱনত অবিৰত নিৰ্য্যাতন চলাই আহিছে। আইন তেওঁৰ ফলীয়া। প্ৰতিদিনে তেওঁ বল প্ৰয়োগ কৰি মোৰ লগত সহবাস কৰিবলৈ বিচৰাৰ সম্ভাৱনা। ছাৰ চাৰ্লছলৈ চিঠিখন লিখাৰ সময়তে মই গম পাইছিলোঁ যে যদিহে অলপ খৰচ কৰিবলৈ মই সক্ষম হওঁ, মই এই বিবাহৰ বান্ধোনৰপৰা মুকলি হ'ব পাৰিম। মোৰ কাৰণে এনে এক সম্ভাৱনাৰ মূল্য অসীম, মনৰ শান্তি, আনন্দ, আত্মসম্মান সকলোবে বাবেই। মই ছাৰ চাৰ্লছৰ বদান্যতাৰ বিষয়ে জানো। সেয়েহে মই ভাবিছিলোঁ যে যদিহে তেওঁ মোৰ মুখৰপৰাই মোৰ অৱস্থাৰ কথা গম পায়, তেনেহ'লে তেওঁ নিশ্চয় সহায় কৰিব।"

"তেনেহ'লে আপুনি কিয় নগ'ল?"

"কাৰণ, ইতিমধ্যে বেলেগ এটা উৎসৰপৰা মই সাহায্য পালোঁ।"

"আপুনি ছাৰ চাৰ্লছলৈ পৰিস্থিতিটোৰ বিষয়ে বুজাই আৰু এখন চিঠি কিয় নিলিখিলে?"

"মইতো সেইটোকে কৰিব লাগিছিল, পাছে পাছদিনাৰ পুৱাৰ কাকতত তেওঁৰ মৃত্যু সংবাদটো পালোঁ।"

মহিলাগৰাকীৰ সমস্ত বৰ্ণনাই আছিল সংগতিপূৰ্ণ। মোৰ ইমানবোৰ প্ৰশ্নয়ো তেওঁক অকণো বিচলিত কৰিব পৰা নাছিল। ছাৰ চাৰ্লছৰ দুৰ্ঘটনাটোৰ সময়তে তেওঁ সঁচাকৈয়ে বিবাহ বিচ্ছেদৰ মোকৰ্দমা তৰিছিল নে নাই সেইটো অৱশ্যে অনুসন্ধান কৰি চাব লাগিব।

পাছে তেওঁ বাস্কাৰভিল হললৈ গৈয়ো নাই যোৱা বুলি ক'বলৈ সাহস কৰিব নোৱাৰে যেন লাগে। তেওঁ তালৈ যাবলৈ হ'লে নিশ্চয় ঘোঁৰাগাড়ী এখন ল'ব লাগিব আৰু কুম্বে ট্ৰেছিলৈ নিশাৰ মাজ ভাগতহে ঘূৰি আহিব পাৰিব। এনে ধৰণৰ এক ভ্ৰমণ গোপন কৰি ৰাখিব নোৱাৰে। সেয়েহে তেওঁ সঁচা কোৱাটোৱেই, সম্পূৰ্ণভাৱে নহ'লেও আংশিকভাৱে সম্ভৱ। ব্যৰ্থ আৰু হতাশ হৈ মই উভতি আহিলোঁ। আকৌ এবাৰ মই প্ৰতিটো পথতে অলংঘ্য হেঙাৰৰ সম্মুখীন হ'লোঁ। উদ্দেশ্য সাধন কৰিবলৈ গৈ মই উৰাদিহ হেৰুৱালোঁ। মহিলাগৰাকীৰ মুখখন যিমানেই মোৰ স্মৃতিত সজীৱ হয়, সিমানেই মোৰ ভাব হয় যে তেওঁ মোক কিবা নোকোৱাকৈ আছে। তেওঁনো ইমান শেঁতা পৰিছিল কিয়? প্ৰতিটো উত্তৰেই এক প্ৰকাৰ জোৰ কৰিহে তেওঁৰপৰা উলিয়াই অনা হৈছে, তেওঁনো খোলাকৈ এইবোৰ ক'বলৈ খেবোগেঁৰো কৰিছিল কিয়? ছাৰ চাৰ্লছৰ দুৰ্ঘটনাটোৰ সময়ত তেওঁ কথা-বাৰ্তাত ইমান সতৰ্ক হৈ আছিল কিয়? এই সকলোবোৰৰ ব্যাখ্যা, তেওঁ যিয়েই নকওক, সম্পূৰ্ণ নিৰ্দোষ হ'ব নোৱাৰে। এই দিশত এতিয়া অৱশ্যে মই আগ বাঢ়িব নোৱাৰোঁ। কিন্তু, মই এতিয়া তৃণভূমিৰ ওপৰত থকা শিলৰ জুপুৰিতে ঘটনাৰ আঁত বিচৰাৰ প্ৰয়াস কৰিব লাগিব।

কিন্তু সেইটোতো এটা অতি অনিশ্চিত দিশ। যেতিয়া মই উভতি যাওঁ, এই কথাটো মই উপলব্ধি কৰিলোঁ। প্ৰাগৈতিহাসিক মানুহবোৰৰ এই স্মৃতিচিহ্নবোৰ এটাৰ পাছত এটাকৈ মোৰ দৃষ্টিগোচৰ হ'ল। বেৰিম'ৰে মাথোঁ ইংগিত দিছিল যে এই আচহুৱা মানুহজন এৰাপৰলীয়া শিলৰ পঁজা এটাতে থাকে। কিন্তু বিশাল তৃণভূমি অঞ্চলত শ শ এনে পঁজাঘৰ আছে। পাছে এই ক্ষেত্ৰত মোৰ নিজা অভিজ্ঞতাইয়ো পথৰ সন্ধান দিব পাৰে, কিয়নো মই স্বয়ং মানুহজনকে ক'লা শিলৰ পাহাৰখনৰ ওপৰত থিয় দি থকা দেখিছিলোঁ। সেই ঠাইখনেইতো মোৰ সন্ধানৰ কেন্দ্ৰবিন্দু হ'ব পাৰে। তাৰ ওচৰে-পাঁজৰেই মই প্ৰতিটো শিলৰ পঁজা ঘৰত বিচাৰি চাম। যেতিয়াই মই প্ৰকৃত পঁজাটোত সোমাব পোৱাবলৈ সমৰ্থ হওঁ আৰু মানুহজন যদি তাৰ ভিতৰতে থাকে, তেতিয়া প্ৰয়োজন হ'লে মই ৰিভলভাৰ দেখুৱাই হ'লেও মানুহজনক সুধিম সি কোন আৰু কিয়

আমাক ইমান দিন অনুসৰণ কৰি আছে। ৰিজেণ্ট ষ্ট্ৰিটৰ জন সমাগমত নাইকিয়া হোৱাৰ দৰে এই নিৰ্জন তৃণভূমিত সি পলাবলৈ গ'লে বিমোৰতহে পৰিব। যদিহে মই পঁজাটো পাওঁ, কিন্তু নিবাসীজন নাথাকে, মই সি ঘূৰি অহালৈকে তাতে খাপ দিম, যিমানেই দেৰি হওক, মই অকণো কেৰেপ নকৰোঁ। হ'মছে তাক লণ্ডনত ধৰিব নোৱাৰিলে। মই তাক ইয়াত ধৰিব পাৰিলে সঁচাকৈয়ে ই মোৰ কাৰণে এক ডাঙৰ সাফল্য, কাৰণ এই কামত মোৰ গুৰু হ'মছো সফল নহ'ল।

আমাৰ এই অনুসন্ধানত বাৰে বাৰে ভাগ্যই লগ এৰা দিছে; কিন্তু শেষত যেন ই সহায়ৰ হাত আগ বঢ়ালে। ফ্ৰেংকলেণ্ডৰ ৰূপত এই সৌভাগ্যৰ দূতগৰাকী আহি উপস্থিত হ'ল। মই গৈ থকা ঘাই পথটোৰ কাষতে, তেওঁৰ বাগিচাৰ গেটৰ বাহিৰত ধোঁৱা বৰণীয়া ডাড়িৰে ৰঙামুৰা মিষ্টাৰ ফ্ৰেংকলেণ্ড থিয় দি আছিল।

সাধাৰণতে যিটো নঘটে সেইটোৱেই ঘটিল। প্ৰফুল্লচিত্তে তেওঁ চিঞৰিলে, "ডাং ৱাটছন, গুড ডে, আপোনাৰ ঘোঁৰাকেইটাক অলপ জিৰণি দিয়ক, আপুনি মোৰ ঘৰলৈ ব'লক, পানীয় এটোপাৰ ব্যৱস্থা কৰোঁ। আপুনি মোক অভিনন্দনো জনাওক।"

নিজৰ কন্যাৰ প্ৰতি কৰা ব্যৱহাৰৰ বিষয়ে শুনাৰ পাছত তেওঁক বন্ধুত্বসুলভ দৃষ্টিৰে চাবলৈ ভাল নালাগিল, কিন্তু ঘোঁৰাগাড়ীখন আৰু পাৰ্কিন্‌ছক সোনকালে পঠাই দিয়াৰ কাৰণে মই ব্যগ্ৰ। সেয়েহে সুবিধাটো ওলোৱাত ভালেই পালোঁ। মই গাড়ীখনৰপৰা নামিলোঁ। লগতে ছাৰ হেনৰিলৈ খবৰ পঠালোঁ যে মই নিশাৰ আহাৰৰ আগে আগে পামগৈ। তাৰ পাছত ফ্ৰেংকলেণ্ডৰ লগত তেওঁৰ ভোজন কক্ষৰ ফালে আগ বাঢ়িলোঁ।

মুখত মিচিকি হাঁহিৰে ফ্ৰেংকলেণ্ডে মোক উচ্চস্বৰে ক'লে, "মহাশয়, মোৰ কাৰণে এইটো এটা মহান দিবস, মোৰ জীৱনৰ এটা স্মৰণীয় দিন। মই আজি দুটা কাৰ্য্য সফলভাৱে সমাধা কৰিলোঁ। মই তেওঁলোকক শিকাব খুজিছিলোঁ যে দেশত আইন আইনেই আৰু এনে এজন মানুহ ইয়াত আছে, যি আইনৰ সহায় ল'বলৈ ভীতিগ্ৰস্ত নহয়। মই প্ৰাচীন মিডলটনৰ পাৰ্কৰ মাজেদি পোনে পোনে অহা-যোৱা কৰাৰ অধিকাৰ সাব্যস্ত কৰিলোঁ, পথটো তেওঁৰ নিজৰ গৃহৰ মূল দুৱাৰখনৰপৰা এশ গজৰ ভিতৰতে। আপুনি কথাটো কেনে পালে? এৰা, এই ক্ষমতাশালী লোকসকলে যে জনসাধাৰণৰ অধিকাৰক মোহাৰি-সামৰি তেওঁলোকক পেপুৱা লগাব নোৱাৰে তাৰে শিক্ষা আমি দিম। ফাৰ্নৱাৰ্ডি পৰিয়ালে বনভোজ খোৱা অৰণ্যখন মই বন্ধ কৰাই দিলোঁ। এই নৱাবী লোকসকলে বোধকৰোঁ ভাবে যে সম্পত্তিৰ অধিকাৰ বুলি একো কথা নাই আৰু তেওঁলোকে য'তে ইচ্ছা কৰে কাগজ আৰু বটল লৈ দল বান্ধি বহি খাব পাৰে। ডাং

ৰাটছন, দুয়োটা মোকৰ্দমাৰে মীমাংসা হ'ল আৰু দুয়োটাৰে ৰায় মোৰ সপক্ষে। নিজৰ বন খণ্ডত চিকাৰ কৰোঁতেও ছাৰ জন ম'ৰলেণ্ডৰ অনধিকাৰ প্ৰৱেশৰ দোষী সাব্যস্ত কৰাৰ পাছত আজিৰ এই বিজয় হৈছে আটাইতকৈ উল্লেখনীয়।"

"আপুনি সেইটো কেনেকৈ কৰিলে?"

"কিতাপত পঢ়ি চাব, মহাশয়। আপুনি উপকৃত হ'ব। কেছটো হ'ল— ফ্ৰেংকলেণ্ড বনাম ম'ৰলেণ্ড, কুইনৰ বেঞ্চৰ কৰ্ট। মোৰ দুশ পাউণ্ড খৰচ হৈছিল, কিন্তু ৰায় মোৰ সপক্ষেই পালোঁ।"

"ইয়াৰপৰা আপোনাৰ কিবা লাভ হ'ল?"

"একো লাভ হোৱা নাই। বিষয়টোত নিজা কোনো স্বাৰ্থ নোহোৱাকৈয়ে আগ বাঢ়ি গৈ মই গৌৰৱবোধ কৰিছোঁ। ৰাজহুৱা দায়িত্ববোধৰ তাগিদাত মই এই কামবোৰ কৰোঁ। উদাহৰণস্বৰূপে, মই ক'ব পাৰোঁ যে ফাৰ্নৱাৰ্ডি পৰিয়ালে আজি নিশালৈ নিশ্চয় মোৰ প্ৰতিমূৰ্তি দাহ কৰিব। আগৰবাৰ তেনে কৰোঁতে মই পুলিছক কৈছিলোঁ যে তেওঁলোকে এই সন্মান হানিকৰ, প্ৰদৰ্শনমূলক কামবোৰ বন্ধ কৰি দিব লাগে। মহাশয়, কাউণ্টিৰ আৰক্ষী বাহিনীটোৱে অতিশয় গৰ্হিত কাম-কাজ চলাইছে, তেওঁলোকৰ মোক প্ৰাপ্য সুৰক্ষাৰ অধিকাৰৰপৰা বঞ্চিত কৰিছে। ফ্ৰেংকলেণ্ড বনাম ৰেজিনা কেছটোৱে এই বিষয়টো ৰাইজৰ দৃষ্টিগোচৰ কৰিব। মই ইতিমধ্যে কৈছোঁ যে মোৰ প্ৰতি কৰা ব্যৱহাৰৰ কাৰণে তেওঁলোকে পস্তাব আৰু এতিয়া সেইটোৱেই হৈছে।"

মই সুধিলোঁ, "কেনেকৈ?"

বৃদ্ধলোকজনে এক চতুৰ অভিব্যক্তিৰে ক'লে, "কাৰণ যিটো জানিবলৈ মানুহৰ আগ্ৰহৰ অন্ত নাই মই সেইটোকে ক'ব পাৰিলোঁ, কিন্তু এই দগাবাজবোৰক কোনো প্ৰকাৰে সহায় কৰিবলৈ মই প্ৰস্তুত নহয়।"

ইমান পৰে মই ইফালে-সিফালে চাই কিবা কৰি এই কথাৰ মহলাৰপৰা বিদায় লোৱাৰ ছল চাই আছিলোঁ, কিন্তু মই লাহে লাহে তেওঁৰ কথা শুনাত অত্যন্ত আগ্ৰহী হ'লোঁ। এতিয়ালৈকে মোৰ যথেষ্টসংখ্যক পুৰণা পাপীৰ লগত কথা-বতৰা হোৱাৰ অভিজ্ঞতা হৈছে আৰু তেওঁলোকৰ এক বিশেষ আচৰণৰ বিষয়ে মই সম্পূৰ্ণ অৱগত। আচৰণটো হ'ল কোনোবাই কোনো বিষয়ত বেছিকৈ আগ্ৰহ দেখুৱালে তেওঁ বিশ্বাসত নোলোৱা হৈ পৰে।

সেয়েহে মই নিৰ্বিকাৰভাৱে সুধিলোঁ, "নিশ্চয় কোনোবা চোৰাং চিকাৰৰ কেছ?"

"হয় হয়, মোৰ বন্ধু, চোৰাং চিকাৰতকৈ বহুত বেছি জৰুৰী কথা। তৃণভূমিত থকা অপৰাধীটোৰ কথা হ'লে কেনেকুৱা লাগিব?"

মই চমক খাই উঠিলোঁ। তেওঁক ক'লোঁ, "আপুনি এইটো ক'ব খোজা নাই নিশ্চয় যে অপৰাধীজন ক'ত থাকে আপুনি জানে?"

"মই সি ক'ত আছে সঠিক ক'ব নোৱাৰিব পাৰোঁ, কিন্তু মই নিশ্চিত যে পুলিছে তাক ধৰাত মই সহায় কৰিব পাৰিম। আপুনি বাৰু এইটো কথা কেতিয়াও নাভাবেনে যে সেই মানুহটোক ধৰাৰ সহজ উপায় হৈছে সি ক'ত আহাৰ খায় বিচাৰি উলিওৱাটো?"

তেওঁ প্ৰায় চিন্তা নকৰাকৈয়ে সত্যৰ ওচৰ চাপিছে। মই ক'লোঁ, "আপোনাৰ কথাত সন্দেহ নাই, কিন্তু আপুনি কেনেকৈ জানিব যে সি তৃণভূমিৰ মাজতে কোনো এখন ঠাইত আছে?"

"মই এই কাৰণে গম পাওঁ, কাৰণ মই স্বচক্ষে তাৰ খাদ্য বাহকজনক দেখিছোঁ।"

বেৰিম'ৰৰ কথা ভাবি মোৰ বুকুখন ধপধপালে। এই আক্ৰোহী, নলগা জেঙাত লাগি ফুৰা ব্যক্তিগৰাকীৰ আয়ত্তত সোমাই পৰিব লগাটো অতিকৈ চিন্তাৰ কথা। কিন্তু তেওঁৰ পাছৰ মন্তব্যই মোৰ চিন্তা লাঘৱ কৰিলে।

"আপুনি জানি আচৰিত হ'ব যে তাৰ আহাৰ কিশোৰ এটাই লৈ যায়। মোৰ ঘৰৰ চালত থকা দূৰবীন যন্ত্ৰেৰে মই সদায় তাক দেখা পাওঁ। সি সদায় একেটা পথেদি একে সময়তে যায়, কয়দীটোৰ বাহিৰে সি কালৈ আহাৰ লৈ যায়?"

সঁচাকৈয়ে মোৰ ভাগ্য উদয় হ'ল। তথাপি তেওঁক বিষয়টোৰ প্ৰতি মোৰ আগ্ৰহৰ উমান নিদিলোঁ। এটা কিশোৰ। বেৰিম'ৰেও কৈছিল যে অজান মানুহটোৰ আহাৰ ল'ৰা এটাই দিয়ে বুলি। এৰা, সেই ল'ৰাটোৱে অজান মানুহটোলৈ আহাৰ লৈ যোৱাকে ফ্ৰেংকলেণ্ডে দেখিছে। তেওঁ কয়দীটোৰ পথ বা অৱস্থিতি পাছে জনা নাই। যদিহে মই তেওঁৰ তথ্যখিনি পাওঁ, এক সুদীৰ্ঘ, আমনিদায়ক অভিযানৰপৰা মই ৰক্ষা পৰোঁ। কিন্তু এতিয়া মোৰ উচিত হ'ব কথাবোৰ মই বিশ্বাস কৰিব পৰা নাই বুলি কোৱাটো।

"বোধকৰোঁ সেয়া কোনোবা ভেড়াৰখীয়াৰ ল'ৰাই দেউতাকলৈ বুলি নৈশ আহাৰ লৈ যায়।"

মোৰ সামান্য আপত্তিতে মইমতীয়া বৃদ্ধজনৰ খং উঠিল। তেওঁ মোৰ ফালে এক বিদ্বেষী দৃষ্টি পেলালে আৰু তেওঁৰ যৌৱাৰৰণীয়া মোছকোছা খং উঠা মেকুৰীৰ নোমৰ দৰে থিয় হ'ল।

বিস্তৃত তৃণভূমি এলেকালৈ আঙুলি টোৱাই তেওঁ ক'লে, "মহাশয়, সঁচাই আপুনি

যে কৈছে। দূৰণিত সেয়া আপুনি ক'লা শিলাময় পাহাৰখন দেখিছেনে? ঠিক তাৰ পিছে সিফাললে কাঁইটীয়া জোপোহাৰে আবৰা চাপৰ পাহাৰখন দেখিছেনে? সমস্ত তৃণভূমি এলেকাত এই ঠাইখনেই আটাইতকৈ বেছি শিলাময় অংশ। আৰু আপুনি কৈছে সেইখন ঠাইতে ভেড়াবখীয়া থাকে। এইটো সম্ভৱনে? ই এক আপোনাৰ অতি অদ্ভুত ধাৰণা!"

নম্রভাৱে মই ক'লোঁ যে তথ্যসমূহৰ সম্যক জ্ঞান নথকাৰ কাৰণেহে মই তেনেকৈ ক'লোঁ। মই সেও মনা দেখি তেওঁ সন্তুষ্ট হ'ল আৰু তেওঁৰ আত্মবিশ্বাস বাঢ়ি গ'ল।

"মহাশয়, এইটো ঠিক জানিব, মোৰ প্রতিটো মতামত দিয়াৰ কাৰণসমূহ সুপ্রতিষ্ঠিত। টোপোলা লৈ যোৱা ল'ৰাজনক মই বাৰে বাৰে দেখিছোঁ। প্রতিদিনেই, কেতিয়াবা আনকি প্রতিদিনে দুবাৰকৈ, মই তাক দেখা পাওঁ। অ' অকণমান ৰ'ৰচোন, ডাঃ ৱাটছন।"মোৰ দৃষ্টি বিভ্রম হৈছে নেকি, নহয়, এই মুহূর্ততে সেয়া পাহাৰখনৰ কাষেৰে কিবা এটা লৰচৰ কৰিছে নেকি?"

কেইবামাইলো দূৰত যদিও বিষণ্ণ সেউজ আৰু ধোঁৱাবৰণীয়া প্রেক্ষাপটত মই এটা অকণমানি কলা বিন্দু স্পষ্টভাৱে দেখা পালোঁ।

ছিৰিৰে ওপৰলৈ দ্রুতগতিত আগ বাঢ়ি ফ্রেংকলেণ্ডে চিঞৰি গ'ল, "আহক, মহাশয়, আহক! স্বচক্ষুৰে চাই আপুনি নিজেই কথাটো নির্ণয় কৰক।"

ঘৰৰ শীর্ষ ভাগৰ এডোখৰ সমান ঠাইত তিনিটা খুঁটিৰ ওপৰত লগাই থোৱা দূৰবীনটো এটা দুর্দান্ত যন্ত্র। ফ্রেংকলেণ্ডে নিজৰ চকু ইয়াত লগাই এটা সন্তুষ্টিৰ চিঞৰ মাৰিলে।

"ডাঃ ৱাটছন, বেগাই আহক, ততাতৈয়া কৰক, সি পাহাৰত সোমাই পৰাৰ আগতে চাওকহি।"

সঁচাকৈয়ে কান্ধত সৰু টোপোলা এটা লৈ সৰু খটাসুৰ ল'ৰা এটা পাহাৰৰ ওপৰলৈ কষ্টেৰে উঠিছে। সি যেতিয়া পাহাৰখনৰ চূড়া পালেগৈ, তাৰ ৰুক্ষ, অধলা অৱয়বটো মুহূর্তৰ কাৰণে শীতৰ নীলা আকাশৰ তলত দেখা পালোঁ। মনে মনে কোনোবাই অনুসৰণ কৰা বুলি ভাবিয়েই নেকি সি সন্তর্পণে ইফালে-সিফালে ঘূৰি-পকি চালে আৰু তৎক্ষণাৎ আঁতৰি গৈ নেদেখা হ'ল।

"মোৰ কথা ঠিক নহয়নে?"

"ঠিক, সঁচাকৈয়ে তাত গোপনে বস্তু কঢ়িয়াই নিয়া ল'ৰা এজন আছে যেন লাগিছে।"

"কি বস্তু কঢ়িয়াইছে কাউণ্টিৰ কনিষ্টবল এজনেও অনুমান কৰিব পাৰিব। কিন্তু

সিহঁতে মোৰপৰা এটা কথাও শুনিবলৈ নাপায়; ডাঃ বাটছন, আপুনিও যেন গোপনীয়তা ৰক্ষা কৰে। এটা শব্দও যাতে নুশুনে। গম পাইছেই নহয়।"

"আপুনি বিচৰা ধৰণেই হ'ব।"

"সিহঁতে মোৰ প্ৰতি লজ্জাজনক ব্যৱহাৰ কৰিছে। তেনেই লজ্জাজনক। যেতিয়া আচল ঘটনাবোৰ ফ্ৰেংকলেণ্ড বনাম ৰেজিনা কেছটোত প্ৰকাশ পাব, মই যুকুত হাত দি ক'ব পাৰোঁ যে তেতিয়া গোটেই দেশতে আৰক্ষীৰ বিপক্ষে ক্ৰোধৰ শিহৰণ জাগি উঠিব। আৰক্ষীক সহায় কৰিবলৈ মোক কোনেও বলাব নোৱাৰে। তেওঁলোকে মোৰ কথা শুনিব লাগিছিল, কিন্তু মোৰ প্ৰতিমূৰ্তি জ্বলোৱা দগাবাজইতেহে তেওঁলোকৰ ওচৰত পাত্ৰা পায়। বাটছন, আপুনি নিশ্চয় এতিয়া যাবলৈ ততাতৈয়া নকৰে। আজিৰ এই মহান [illegible] আগ বঢ়োৱা সুৰা-পাত্ৰ শেষ কৰাত আপুনি মোক সহায় কৰিব লাগিব।"

কিন্তু, মই তেওঁৰ অনুৰোধ যেনে-তেনে প্ৰত্যাখ্যান কৰিবলৈ সমৰ্থ হ'লোঁ। তদুপৰি, তেওঁ মোৰ লগত একেলগে খোজ কাঢ়ি ঘৰলৈকে যোৱাৰ প্ৰস্তাৱো কোনোমতে এৰাই চলিলোঁ। তেওঁৰ দৃষ্টিয়ে ঢুকি নোপোৱালৈকে মই আহি থকা পথটোৰেদিয়েই খোজ পেলালোঁ, কিন্তু দৃষ্টিৰ আঁতৰ হওঁতেই মই ল'ৰাটো অদৃশ্য হোৱা তৃণভূমিৰ পাহাৰখনলৈ বুলি বাট বুলা আৰম্ভ কৰিলোঁ। এতিয়া ভাগ্য মোৰ প্ৰতি সুপ্ৰসন্ন। এতিয়া নেৰানেপেৰা কষ্ট কৰিবলৈ অপৰাগ হৈ মই সুবিধাটো কেতিয়াও নেহেৰুৱাওঁ।

মই পাহাৰখনৰ চূড়া পাওঁতে চকা পাতত বহাৰ যো-জা কৰিছে। মোৰ তলত সোঁফালে তেতিয়া সোণালী-সেউজীয়া বং আৰু আনটো ফালে ধোঁৱাবৰণীয়া ছাঁৰ দৃশ্যপট। দূৰৈৰ আকাশৰ পৃষ্ঠভূমিত মূৰ দাঙি উঠা চমৎকাৰ বেলিভাৰ আৰু ভিকছেন শিলাময় পাহাৰ বাশিৰ ওপৰেদি কুঁৱলীৰ এক আৱৰণ দেখা গৈছে। বিশাল বিস্তৃত এই এলেকাত শব্দ অথবা সঞ্চালনৰ কোনো আভাস নাই। এটা ডাঙৰ ধোঁৱাবৰণীয়া পক্ষী, জানো গালেইনে কাৰলিয়েই, নীল আকাশত বহু ওপৰেদি উৰি গৈছে। তলত মৰুভূমি আৰু ওপৰত আকাশে যেনুভিবীয়া স্থাপত্যত সেই চৰাইটো আৰু মইহে যেন বিচৰণ কৰি ফুৰা জীৱিত প্ৰাণী। এই উষৰ দৃশ্যপট, নিসংগতাৰ চেতনা আৰু সম্পাদন কৰিব লগা কামৰ ৰহস্য আৰু গুৰুত্বই মোৰ হিয়া কঁপাই তুলিছে। ল'ৰাটোকতো ক'তো দেখা পোৱা নাই। কিন্তু মই থিয় হৈ থকা ঠাইৰ ঠিক তলতে পাহাৰৰ নামনিত বৃত্তাকাৰ হৈ কেইবাটাও পুৰণি শৈলাবাস আছে। সিহঁতৰ মাজতে এটা আবাসত যুকুলৰ ফালেও শিলে ঢাকি থৈছে, সেয়েহে ই প্ৰাকৃতিক দুৰ্য্যোগতো আশ্ৰয় দিব পাৰিব। সেখাৰ

লগে লগে মোৰ হিয়া আনন্দত উপচি পৰিল। এইটোৱেই অচিনাকি মানুহটোৰ আশ্ৰয় স্থল। অৱশেষত তাৰ লুকাই থকা ঠাইৰ দুৱাৰডলিত মই উপস্থিত হৈছোঁহি, তাৰ গোপন ৰহস্য মোৰ এতিয়া হাতৰ মুঠিত। ষ্টেপল্‌টনে বহি থকা পখিলা এটা ধৰিবলৈ জালখন লৈ যি ধৰণে খোজ পেলায়, ময়ো সেই একে সাৱধানতাৰেই শিলৰ পঁজাটোৰ ফালে আগ বাঢ়িলোঁ। মই প্ৰায় নিশ্চিত যে ঠাইখন বাসস্থানস্বৰূপে ব্যৱহাৰ কৰে। শিলৰ মাজেৰে এটা অস্পষ্ট পদপথেদি গৈ দুৱাৰৰ কাম কৰা ভগাছিগা শিলৰ মুকলি অংশটোত হাজিৰ হ'লোঁ। ভিতৰত সম্পূৰ্ণভাৱে নিৰৱতা বিৰাজ কৰিছে। অচিনাকি মানুহটোৱে তাতে খাপ দি থাকিব পাৰে, নহ'লে সি তৃণভূমিত মনে মনে ঘূৰি ফুৰিবও পাৰে। দুঃসাহসিকতাৰ চেতনাই মোৰ স্নায়ু পিৰপিৰাবলৈ ধৰিলে। খাই থকা ছিগাৰেটটো দূৰলৈ দলিয়াই দি মই ৰিভলভাৰটো হাতেৰে খামুচি ধৰিলোঁ আৰু তৎক্ষণাৎ ভিতৰলৈ সোমাই গ'লোঁ। ঠাইখন জনশূন্য।

কিন্তু মই যে সঠিক ঠাইলৈকে আহিছোঁ তাৰ যথেষ্ট প্ৰমাণ আছে। ইয়াতে মানুহজনে বাস কৰিছিল। জলাভেদ্য কাপোৰ এখনেৰে মেৰিয়াই কিছুমান কম্বল শিল এচটাৰ ওপৰত নুৰিয়াই থোৱা আছে। সেই শিলচটাতে চাগে সুদূৰ অতীতত নব্যপ্ৰস্তৰ যুগীয় মানুহ এটাই টোপনিয়াইছিল। দুৱাৰমুখত ছাইৰ দ'ম। তদুপৰি ৰন্ধা-বঢ়া কৰা বাচন কেইখনমানো দেখিলোঁ। আধা বাল্টি পানীও আছে। লগতে এসোপা খালী টিনৰ আবৰ্জনা দেখি গম পালোঁ যে ঠাইখনত কিছুদিন ধৰি মানুহে বাস কৰিছে। জিলিগুনিৰ পোহৰত মোৰ দৃষ্টি অভ্যস্ত হোৱাৰ পাছত চুক এটাত আধা বটল মদ আৰু সৰু পান পাত্ৰ এটাও মোৰ দৃষ্টিগোচৰ হ'ল। পঁজাটোৰ ঠিক মাজতে এটা চেপেটা শিল আছে। শিলটোৱে টেবুলৰ কাম কৰে। তাৰ ওপৰতে এটা সৰু কাপোৰেৰে বন্ধা টোপোলা। নিঃসন্দেহে এই টোপোলাটোকে মই দূৰবীনেৰে ল'ৰাটোৰ কান্ধত দেখা পাইছিলোঁ। টোপোলাটোত এটা পাউৰুটী, টিনত ভৰাই থোৱা জন্তুৰ জিভাৰ মাংস আৰু দুদিন সংৰক্ষিত কৰি থোৱা নৰা বগৰী। ভালকৈ পৰীক্ষা কৰি চোৱাৰ পাছত টোপোলাটো থওঁতে মই কিবা লিখা কাগজ এখন শিলটোৰ ওপৰত দেখি উচাপ খাই উঠিলোঁ। কাগজখন দাঙি মই দেখিলোঁ তাত পেঞ্চিলেৰে খহটা আখৰেৰে লিখা আছে ঃ "ডাঃ ৱাটচন কুম্বে ট্ৰেচিলৈ গৈছে।"

এক মিনিটমানৰ কাৰণে মই কাগজখন হাতত লৈ চিন্তান্বিত হ'লোঁ। এই চমু খবৰটোৱে কি বুজাব খুজিছে। তেনেহ'লে অচিনাকি মানুহটোৱে মোৰহে খবৰ ৰাখে, ছাৰ, হেনৰিৰ নহয়। সি নিজে অনুসৰণ নকৰে, এই ল'ৰাটোক এজেণ্ট কৰিছে। ল'ৰাটোৱে বোধকৰোঁ মই ক'লৈ যাওঁ কি কৰোঁ খবৰ ৰাখে আৰু ইয়াত জনায়। এক

অদৃশ্য শক্তিৰ উপস্থিতিৰ উপলব্ধি সদায় আছিল। যেন এক অপৰিসীম দক্ষতা আৰু সাৱধানতাৰে জালখন লাহেকৈ মেলি দি কোনোবা এদিন এক চৰম মুহূৰ্তত সেইখন চপাই দিব।

এতিয়া দেখাৰ দৰে আন বহুতো ৰিপ'ৰ্ট আগতে নিশ্চয় দিছে। সেয়েহে মই পঁজাটোৰ ভিতৰত আৰু ক'ৰবাত ৰিপ'ৰ্ট আছে নেকি বিচাৰিলোঁ। নাই, তেনে ৰিপ'ৰ্টৰ কপি আৰু নাপালোঁ। মানুহটোৰ গতিবিধি, চাল-চলনৰ আন কিবা নিদৰ্শন আছে নেকি তন্নতন্নকৈ বিচাৰিলোঁ, কিন্তু বিফল হ'লোঁ। মাথোঁ এইটোকে জানিলোঁ যে মানুহটো সংযমী স্বভাৱৰ আৰু জীৱন-ধাৰণৰ সুখ-স্বাচ্ছন্দ্যৰ কথা চিন্তা নকৰে। প্ৰচণ্ড বৰষুণৰ কথা চিন্তা কৰি আৰু শিলত থকা ডাঙৰ ডাঙৰ ফুটাবোৰ দেখি মই বুজি পালোঁ যে এক অপৰিবৰ্তনীয় আৰু অতিশয় শক্তিশালী উদ্দেশ্য থাকিলেহে এনে এক প্ৰতিকূল পৰিৱেশত বাস কৰিবলৈ লোৱাটো সম্ভৱ। সি বাৰু আমাৰ অনিষ্টকাৰী শত্ৰুনে, অধিষ্ঠাতা দেৱতা? কথাটো থিৰাং কৰিব নোৱৰালৈকে মই এই পঁজা ঘৰ নেৰোঁ বুলি দৃঢ়ভাৱে ঠিক কৰিলোঁ।

বাহিৰত বেলি ডুব গৈছে আৰু পশ্চিমৰ আকাশ ৰঙা আৰু সোণালী ৰঙেৰে উজলি উঠিছে। গ্ৰিমপেন পিটনিত এই ৰূপহ পৰিৱেশৰ প্ৰতিবিম্ব দেখা যায়। বাস্কাৰভিল হলৰ স্তম্ভ দুটা দেখা গৈছে আৰু দূৰৈত দেখা ধূসৰ ধোঁৱাই গ্ৰিমপেন গাঁওখনৰ অৱস্থিতিৰ আভাস দিছে। হল আৰু গাঁওখনৰ মাজতে পাহাৰৰ পিছফালে ষ্টেপলটনৰ ঘৰ। সোণালী পোহৰৰ এই গধূলি সকলোতে এক মধুৰ, মিঠা আৰু শান্ত পৰিৱেশ বিৰাজ কৰিছে। কিন্তু এনে প্ৰকৃতিৰ এই শান্ত পৰিৱেশৰ লগত মোৰ আত্মাই খাপ খুৱাব পৰা নাই। প্ৰতিটো মুহূৰ্ততে ওচৰ চপাই অনা মোৰ আসন্ন মুখামুখিৰ অনিশ্চয়তা আৰু ভয়াবহতাই মোৰ আত্মাক কঁপাই তুলিছে। শিৰশিৰণি উঠা স্নায়ু আৰু সুনিৰ্দিষ্ট উদ্দেশ্যেৰে মই এই নিবাসীজনৰ আগমনৰ অপেক্ষাত ভিতৰতে বহি থাকিলোঁ।

তেনেতে, অৱশেষত মই তাৰ আগমনৰ আভাস পালোঁ। দূৰৈত বুটজোতাৰে শিলত গচকাৰ শব্দ। এখোজ-দুখোজকৈ মানুহটো আগ বাঢ়ি আহিছে। মই আটাইতকৈ অন্ধকাৰ এক নিভৃত চুকলৈ সোমাই গ'লোঁ আৰু পিষ্টলটো জেপৰ ভিতৰতে সাজু কৰি ৰাখিলোঁ। মোক যাতে মানুহজনে আগতে দেখা নাপায় আৰু মই তাক ভালকৈ চাই ল'ব পাৰোঁ, তাৰ কাৰণে সাৱধান হ'লোঁ। অলপ সময় কোনো শব্দ নাই। তাৰ মানে সি ৰৈ দিছে। তাৰ পাছত, আকৌ খোজবোৰ আগ বাঢ়ি আহিল আৰু পঁজা ঘৰৰ খোলা অংশত এটা ছাঁ পৰিল।

এটা অতি চিনাকি মাত শুনিলোঁ। "প্ৰিয় ৱাটছন, এয়া এক বৰ সুন্দৰ সন্ধিয়া মই ভাবোঁ আপুনি ভিতৰত থকাতকৈ বাহিৰলৈ আহিলেহে আৰাম পাব।"

## অধ্যায় ১২

# তৃণভূমিত মৃত্যু

এক-দুই মুহূৰ্তমান মোৰ উশাহ-নিশাহ বন্ধ হৈ যোৱা যেন লাগিল; মই যেন নিজৰ চকুকে বিশ্বাস কৰিব পৰা নাই। সুস্থিৰ হোৱাৰ পাছতে অনুভৱ কৰিলোঁ। হঠাতে যেন দায়িত্বৰ ভৰত নিষ্পেষিত হৈ থকা মোৰ আত্মা মুক্ত হ'ল। সেই নিৰুদ্বেগ, স্বচ্ছ আৰু শ্লেষাত্মক উক্তি এই পৃথিৱীত মাথোঁ এজন মানুহৰহে হ'ব পাৰে।

মই উচ্চৈস্বৰে ক'লোঁ, "হ'ম্‌ছ! হ'ম্‌ছ!"

তেওঁ ক'লে, "ওলাই আহা। চাবা, ৰিভলভাৰটোৰ কাৰণে সাৱধান।"

শিলৰ পঁজাৰপৰা মূৰ চপৰাই ওলাই আহি দেখোঁ হ'ম্‌ছ শিল এচটাত বহি আছে। মোৰ বিস্ময়াভিভূত অৱয়ৱত দৃষ্টি পেলাই তেওঁৰ ধোঁৱাবৰণীয়া চকু দুটা নাচি আছে। তেওঁ খীণাইছে, কিন্তু যেন তেওঁ সদাই তৎপৰ, তেওঁৰ শানিত মুখখন বেলিৰ তাপে কাঁহ-বৰণীয়া কৰিছে আৰু বতাহৰ অত্যাচাৰত হৈ পৰিছে ৰুক্ষ। টুইডৰ ছুট আৰু কাপোৰৰ টুপী পৰিহিত তেওঁৰ আৰু দহজন, আন তৃণভূমিৰ পৰ্য্যটকৰ মাজত একো প্ৰভেদ নাই। নিজক পৰিষ্কাৰ-পৰিচ্ছন্ন ৰখা মেকুৰী-সদৃশ প্ৰয়াস তেওঁ ইয়াতো টিলাই দিয়া নাই, তেওঁৰ থুঁতৰি এতিয়াও মসৃণ আৰু সাজ-সজ্জা বেকাৰ ষ্ট্ৰিটত থকাৰ দৰেই নিখুঁত।

তেওঁৰ হাত পিহি পিহি মই ক'লোঁ, "মোৰ জীৱনতে মই ইমান আনন্দিত হোৱা নাই।"

"ইমান আচৰিত হোৱা নাই বুলি কোৱা।"

"এৰা মই স্বীকাৰ কৰিছোঁ।"

"তুমি নিশ্চিত হোৱা, এই বিস্ময় একলীয়া নহয়। মোৰ এই নিৰ্জন সাময়িক বাসস্থানটো যে তুমি বিচাৰি পাবা সেইটো মই ধাৰণাই কৰিব পৰা নাছিলোঁ। মই বেছি আচৰিত হ'লোঁ তুমি মোৰ নিবাসত সোমাই থকা বাবে। ইয়াৰপৰা কুৰি খোজমান দূৰত্বত হাজিৰ নোহোৱালৈকে মই কথাটো অনুমানেই কৰিব পৰা নাছিলোঁ।"

"বোধকৰোঁ মোৰ ভৰিৰ সাঁচৰ, পৰা ধৰা পেলালা?"

"নহয়, বাটছন, পৃথিবীত ইমানবোৰ ভৰিৰ সাঁচ থাকোঁতে মই তোমাৰ ভৰিৰ সাঁচ চিনাৰ প্ৰয়াস নকৰিলোঁ। যদি তুমি সঁচাকৈয়ে ঠগিব খোজা, তেনেহ'লে তোমাৰ ধঁপাত বেচোঁতাজনক সলাব লাগিব। মই যেতিয়াই ছিগাৰেটৰ টুকুৰাটোত 'ব্ৰেডলি, অক্সফোৰ্ড ষ্ট্ৰিট' চিহ্নটো দেখিলোঁ, মই গম পালোঁ যে মোৰ বন্ধু বাটছন ওচৰে-পাঁজৰে ক'ৰবাত আছে। সেই টুকুৰাটো বাটৰ কাষত পৰি আছে। ইয়াত কোনো সন্দেহ নাই যে পঁজা ঘৰটোৰ ভিতৰলৈ তুমি চোঁচা লোৱাৰ চৰম মুহূৰ্ততে ছিগাৰেটৰ টুকুৰাটো পেলাইছিলা।"

"সম্পূৰ্ণ শুদ্ধ।"

"তোমাৰ প্ৰশংসনীয় পিছ নোহোঁহকা গুণটোৰ বিষয়ে ভালকৈ জানো কাৰণেই মই চিন্তা কৰি নিশ্চিত হ'লোঁ যে তুমি হাতত মাৰণাস্ত্ৰ লৈ পঁজা ঘৰটোৰ নিবাসীজন ঘূৰি অহালৈ খাপ দি আছা। গতিকে তুমি ভাবিছিলা যে ময়েই অপৰাধী।"

"ইয়াতনো কোন আছিল মই জনা নাছিলোঁ। কিন্তু বিচাৰি উলিওৱাৰ কাৰণে মই আছিলোঁ দৃঢ়প্ৰতিজ্ঞ।"

"বাটছন, উত্তম প্ৰয়াস। কিন্তু মানুহ এজনৰ এই অৱস্থানৰ বিষয়ে তোমাৰ ধাৰণা হ'ল কেনেকৈ? বোধকৰোঁ তুমি কয়দীৰ সন্ধানত অহাৰ দিনা মোক দেখিলা? এৰা, সেইদিনা পশ্চাদভূমিত জোনটো ওলোৱা সময়ত মই থিয় দি থকাটো এটা অবিবেচক কাম আছিল।"

"হয়, মই তোমাক তেতিয়াই দেখিছিলোঁ।"

"তুমি নিশ্চয় আটাইবোৰ জুপুৰিত বিচাৰ-খোঁচাৰ কৰাৰ পাছতহে ইয়াত আহি উপস্থিত হৈছাহি।"

"নাই, তোমাৰ ল'ৰাটোক নিৰীক্ষণ কৰা হৈছিল আৰু তাৰ চাল-চলনৰপৰাই পথ-নিৰ্দেশ পালোঁ।"

"নিৰীক্ষণ নিশ্চয় বৃদ্ধ ভদ্ৰলোকজনে কৰিছিল। চহমাত পোহৰৰ জিকমিকনি পৰোঁতে মই প্ৰথমে ধৰিব পৰা নাছিলোঁ।" তেওঁ উঠিল আৰু জুপুৰিটোৰ ভিতৰলৈ

ভুমুকি মাৰি চালে। "কাৰ্টৰাইটে তেনেহ'লে কিবা খোৱা বস্তু আনিছে। কাগজখন কি? তুমি কুম্বে ট্ৰেছিলৈ গৈছিলা, নহয়নে?"

"এৰা গৈছিলোঁ।"

"মিছেছ লৰা লায়ন্সক দেখা কৰিবলৈ?"

"ঠিক কৈছা।"

"ভাল কাম কৰিছা! আমাৰ গৱেষণা দেখদেখকৈয়ে সমান্তৰালভাৱে চলি আছে। দুয়োজনৰ ফলাফলৰ তথ্য লগ লগালে আমি কেছটোৰ বিষয়ে যথেষ্ট ৱাকিবহাল হ'ব পাৰিম।"

"এৰা, এতিয়া তুমি অহা কাৰণে মই আন্তৰিকভাৱে সুখী। কেছটোৰ দায়িত্ব আৰু ৰহস্য মোৰ কাৰণে সাধ্যাতীত হৈ পৰিছিল। কিন্তু অতি আশ্চৰ্য্যকৰ কথা এয়ে যে তুমি এইখিনি পালাহি, আৰু তুমিনো ইয়াত কি কৰি আছা? মই ভাবিছিলোঁ যে তুমি বেকাৰ ষ্ট্ৰিটতে থাকি হামিয়াই ধন দাবী কৰা কেছটোত লাগি আছা।"

"তুমি সেইদৰে ভবাটোৱেই মই বিচাৰিছিলোঁ।"

মই তিক্ততাৰে ক'লোঁ, "তেনেহ'লে তুমি মোক নিয়োগ কৰিও বিশ্বাস কৰা নাছিলা, হ'মৃছ, মই তোমাৰপৰা ইয়াতকৈ ভাল ব্যৱহাৰ পোৱাটো উচিত বুলি ভাবোঁ।"

"প্ৰিয় বন্ধু, আন বহুতো কেছৰ দৰে ইয়াতো তোমাৰ সহযোগ মোৰ কাৰণে অমূল্য। যদিহে মই ছলনা কৰা যেন পাইছা তেনেহ'লে মই তোমাৰ ওচৰত ক্ষমাপ্ৰাৰ্থী। প্ৰকৃততে আংশিকভাৱে হ'লেও তোমাৰ সুৰক্ষাৰ কাৰণেই মই এনে কৰিছোঁ। তোমাৰ বিপদৰ আশংকা কৰিয়েই মই ইয়ালৈ আহি ঘটনাটো নিজে পৰীক্ষা কৰা জৰুৰী বুলি ভাবিলোঁ। যদিহে মই ছাৰ হেনৰি আৰু তোমাৰ লগত থাকিলোঁহেঁতেন, তেতিয়া তোমাৰ অভিমতৰ লগত মোৰ অভিমত বেলেগ নহ'লহেঁতেন, কিন্তু মোৰ উপস্থিতিৰ কাৰণে অতি শক্তিশালী শত্ৰুপক্ষ সাৱধান হৈ নিজৰ সুৰক্ষাৰ ব্যৱস্থা চিন্তা কৰিলেহেঁতেন। হলত থকা হ'লে মই এতিয়াৰ দৰে ঘূৰি ফুৰা সম্ভৱ নাছিল, এতিয়ালৈকে মই অচিনাকি হৈয়ে আছোঁ আৰু চৰম মুহূৰ্তত মোৰ সমস্ত শক্তিৰে জঁপিয়াই পৰিবলৈ সাজু।"

"কিন্তু মোকো একো গম দিয়া নাছিলা কিয়?"

"তোমাক জনালেই আমাৰ বোধকৰোঁ একো সহায় নহ'লহেঁতেন অথবা মোৰ কথা আনেও গম পাই যোৱাৰ সম্ভাৱনাও আছিল। তুমি হয়তো মোক কিবা খবৰ দিবলৈ বিচাৰিলাহেঁতেন অথবা মোক অলপ আৰাম দিয়াৰ ব্যৱস্থা কৰিলাহেঁতেন। এটা

অপ্ৰয়োজনীয় বিপদ মাতি অনা হ'লহেঁতেন। 'এক্সপ্ৰেছ' অফিছৰ সেই যে সক ল'ৰাটো তোমাৰ মনত আছেনে, কাৰ্টৰাইট তাৰ নাম, তাকে মই লৈ আহিছোঁ। সিয়েই মোৰ সামান্য প্ৰয়োজনবোৰৰ যত্ন লয়, যেনে এটা পাউৰুটী, এটা চাফা কলাৰ। এজন মানুহৰনো কি বিশেষ বস্তুৰ প্ৰয়োজন? তেওঁ মোক এহাল ক্ষিপ্ৰ ভৰি আৰু এযোৰ ওপৰঞ্চি চকুৰ যোগান ধৰিছে। দুয়োটাই মহামূল্যবান।"

"এতিয়া দেখিছোঁ মোৰ প্ৰতিবেদনসমূহ অথলে গ'ল!" কথাষাৰ কওঁতে মোৰ মাতটো কঁপি উঠিছিল, মোৰ মনত পৰিছিল কিমান কষ্টেৰে আৰু গৌৰৱেৰে মই সেইবোৰ লিখিছিলোঁ।

হ'ম্ছে তেওঁৰ জেপৰপৰা এবোজা কাগজ উলিয়ালে।

"প্ৰিয় বন্ধু, শুনা। এইবোৰেই তোমাৰ প্ৰতিবেদন। খুব ভালকৈ পঢ়া হৈছে আৰু প্ৰয়োজনীয় ঠাইত চিন দি ৰখাও হৈছে। মই সুন্দৰ ব্যৱস্থা এটা কৰিছিলোঁ। এইবোৰ মোৰ হাতত পৰোঁতে মাত্ৰ এদিনকৈহে পলম হৈছিল। এই অত্যন্ত জটিল কেছটোত তুমি অতি তৎপৰ হৈ বুদ্ধিমত্তাৰে কৰা কামৰ কাৰণে মই তোমাৰ শলাগ নলৈ নোৱাৰোঁ।"

মোৰ প্ৰতি কৰা ছলনাৰ কথা ভাবি মই অকণো ভাল পোৱা নাছিলোঁ, কিন্তু এতিয়া হ'ম্ছৰ প্ৰশংসাই মোৰ খং ভালেখিনি কমাই পেলালে। ময়ো এতিয়া উপলব্ধি কৰিলোঁ যে তেওঁ ঠিক কথাই কৈছে আৰু তেওঁৰ তৃণভূমিত থকা খবৰটো মোক নিদি উচিত কামেই কৰিছে।

মোৰ মুখমণ্ডলৰপৰা বেজাৰৰ ছাঁ আঁতৰি যোৱা দেখি তেওঁ আনন্দিত হ'ল। তেওঁ ক'লে, "এতিয়া কোৱাচোন, তুমি মিছেছ লৰা লায়নক লগ ধৰি কি খবৰ পালা। তুমি কুম্বে ট্ৰেছিলৈ তেওঁক লগ পাবলৈ যোৱা বুলি অনুমান কৰাটো অকণো কঠিন নহয়, কাৰণ তেওঁৰপৰা আমাৰ সহায় পোৱাৰ সম্ভাৱনা আছে। প্ৰকৃততে তুমি যদি আজি নগ'লাহেঁতেন, সম্ভৱতঃ কালিলৈ ময়েই সেইখিনিত ওলালোঁগৈহেঁতেন।"

বেলি মাৰ গ'ল আৰু তৃণভূমি আন্ধাৰে আবৰি ধৰিলে। ঠেঁচা বতাহত আমাৰ গা ঠেঁটুৰে ধৰা অৱস্থা হ'ল আৰু আমি ততাতৈয়াকৈ উত্তাপ বিচাৰি পঁজাৰ ভিতৰলৈ গ'লোঁ। তাতে সন্ধিয়াৰ মুখ আন্ধাৰিত বহি মই মহিলাগৰাকীৰ লগত হোৱা কথা-বতৰাৰ সমস্ত বৃত্তান্ত হ'ম্ছক শুনালোঁ। তেওঁ এই কথা-বতৰাত ইমানেই আগ্ৰহী আছিল যে কিছুমান কথা মই দোহাৰিব লগা হৈছিল। তেহে তেওঁ সন্তুষ্ট হৈছিল।

মই যেতিয়া সামৰিলোঁ, তেওঁ ক'লে, "এয়া বৰ গুৰুত্বপূৰ্ণ আলোচনা। অত্যন্ত

জটিল এই ঘটনাটোত থকা ফাঁক পূৰোৱাত ই সহায়ক হ'ব। তুমি বোধকৰোঁ জানা যে ষ্টেপলটন বোলা মানুহজন আৰু এই মহিলাগৰাকীৰ নিবিড় আত্মীয়তা আছে।"

"তেওঁলোকৰ অন্তৰংগ সম্বন্ধৰ কথা মই নাজানো।"

"সেই বিষয়ে কোনো সন্দেহেই নাই। তেওঁলোক লগ লাগে, একেলগে লিখে আৰু তেওঁলোকৰ মাজত সম্পূৰ্ণ বুজাবুজি আছে। এতিয়া; এইটো আমাৰ হাতত এক শক্তিশালী অস্ত্ৰ। যদিহে আমি ইয়াক ব্যৱহাৰ কৰি তেওঁৰ পত্নীক বিচ্ছিন্ন কৰিব পাৰোঁ।"

"তেওঁৰ পত্নীক।"

"তোমাৰ খবৰৰ বিনিময়ত মই তোমাক অলপ খবৰ দিওঁ। মিছ ষ্টেপলটন বুলি যিগৰাকী মহিলাই চিনাকি দি আছে তেওঁ প্ৰকৃততে ষ্টেপলটনৰ পত্নী।"

"হে ভগবান! হ'মৃছ! তুমি নিশ্চিতনে? তেওঁ কেনেকৈ নিজৰ পত্নীক ছাৰ হেনৰীক ভাল পাবলৈ দিব পাৰে?"

"ছাৰ হেনৰি প্ৰেমত পৰিলে ছাৰ হেনৰিৰ বাহিৰে আন কাৰো অনিষ্ট নহয়। তুমি নিজেই দেখিছা যে তেওঁ বিশেষভাৱে সাৱধান হৈছিল যাতে তেওঁৰ পত্নীৰ লগত কোনো দৈহিক সম্পৰ্ক নঘটে। মই দোহাৰিছোঁ, মহিলাগৰাকী তেওঁৰ ভগ্নী নহয়, পত্নীহে।"

"কিন্তু প্ৰতাৰণাৰ এই বিশাল আয়োজন কিয়?"

"কাৰণ তেওঁ আগতীয়াকৈ জানিছিল পত্নীয়ে অবিবাহিত মহিলাৰ ভাও জুৰিলে ভৱিষ্যতে তেওঁক বিশেষ কামত ব্যৱহাৰ কৰিব পৰা হ'ব।"

প্ৰকৃতিবিদজন সম্বন্ধে মোৰ সকলো অব্যক্ত ধাৰণা আৰু অনিশ্চিত সন্দেহে হঠাতে বাস্তৱ ৰূপ পালে। খেৰৰ টুপী পিন্ধা আৰু পখিলা ধৰা জাল লৈ ফুৰা সেই নিৰাবেগ, বৈশিষ্ট্যহীন মানুহজনক মই যেন এতিয়া, এক অপৰিসীম ধৈৰ্য্য আৰু নৈপুণ্যবিশিষ্ট এক ভয়ংকৰ প্ৰাণীৰ ৰূপত দেখা পালোঁ, যিজনৰ আছে মুখত মিচিকি হাঁহি, অথচ ভিতৰত আছে হত্যাৰ কাৰণে উৎসুক এক কঠিন হৃদয়।

"তাৰ মানে তেৱেঁই আমাৰ শত্ৰু, তেৱেঁই আমাক লণ্ডনতো অনুসৰণ কৰিছিল?"

"সাঁথৰটো সম্বন্ধে মই তেনেকৈয়ে ভাবোঁ।"

"আৰু যে সাৱধানবাণী, সেয়া মহিলাগৰাকীয়ে পঠাইছিল?"

"ঠিক কৈছা।"

"মোক এতিয়ালৈকে মেৰাই ধৰা কিবা বীভৎস কুপ্ৰবৃত্তি আন্ধাৰৰ মাজেৰে গঢ়

লৈ মোৰ মানসপটত প্ৰতীয়মান হৈছে, সম্পূৰ্ণৰূপে নহয়, অৰ্ধেক দেখা গৈছে আৰু অৰ্ধেক মাথোঁ অনুমান।"

"কিন্তু, হ'মৃছ, তুমি নিশ্চিন্ত নে? তুমি কেনেকৈ গম পালা যে ভিৰোতাজনী তেওঁৰ পত্নী?"

"কিয়নো তেওঁ কথাৰ মাজতে পাহৰি গৈ তোমাক নিজৰ সঁচা আত্মজীৱনী কৈ পেলালে, যিটোৰ কাৰণে, মই তোমাক দৃঢ়ভাবে কৈছোঁ, সময়ত তেওঁ পস্তাই আছে। তেওঁ সঁচাই এসময়ত ইংলণ্ডৰ উত্তৰফালে স্কুলৰ শিক্ষক আছিল। কথাটো হ'ল, স্কুল শিক্ষকৰ ঠিকনা উলিওৱাতকৈ সহজ কাম আন একেবাৰেই নাই। পণ্ডিতসকলৰ এনে বহুতো অনুষ্ঠান আছে, যিবোৰৰ জৰিয়তে এই বৃত্তিত থকা যিকোনো লোকৰে চিনাকি সহজতে উলিয়াব পাৰি। [illegible]পমান অনুসন্ধান কৰি মই গম পালোঁ যে এক ভয়ানক পৰিস্থিতিত এখন স্কুল দুৰ্ভাগ্যৰ [illegible] পৰিছিল আৰু যিগৰাকী মানুহে স্কুলখন চলাইছিল, তেওঁ পত্নীৰে সৈতে সেই ঠাইৰপৰা নোহোৱা হৈছিল। মানুহজনৰ নামটো কিন্তু বেলেগ আছিল। কিন্তু এই বৰ্ণনাৰ লগত আনবিলাক কথাৰ কোনো প্ৰভেদ নাই। যেতিয়া মই গম পালোঁ যে মানুহজন পতংগৰ প্ৰতি অনুৰক্ত আছিল, তেওঁৰ চিনাকি মোৰ কাৰণে তেতিয়া সম্পূৰ্ণ হৈ পৰিল।"

আন্ধাৰ আঁতৰি গৈছে, কিন্তু অ'ত-ত'ত অদৃশ্য ছাঁ বিদ্যমান।

মই সুধিলোঁ, "এই তিৰোতাজনীয়েই যদি তেওঁৰ স্ত্রী, তেনেহ'লে মিছেছ লৰা লায়নৰ স্থান ক'ত?"

"এই বিষয়তো তোমাৰ নিজৰ গৱেষণায়েই পোহৰৰ সন্ধান দিছে। তোমাৰ মহিলাগৰাকীৰ লগত হোৱা সাক্ষাৎকাৰটোৱেই পৰিস্থিতি বুজাত সহায় কৰিছে। মই তেওঁৰ পতিৰ লগত হ'ব লগা পৰিকল্পিত বিচ্ছেদৰ কথা নাজানিছিলোঁ। এনে পৰিস্থিতিত তেওঁ অবিবাহিত বুলি ভবা ষ্টেপল্টনৰ পত্নী হোৱাৰ কথাই চিন্তা কৰিছিল।"

"আৰু যেতিয়া তেওঁৰ ভুলৰ শুধৰণি হ'ব?"

"কিয়, তেতিয়াতো সেই মহিলাগৰাকীয়েই আমাৰ সহায়ক হ'ব। কালিলৈ আমি দুয়োৱে তেওঁক লগ ধৰাটোৱেই আমাৰ প্ৰথম কাম হ'ব। পাছে ৱাটছন, তুমি নিজৰ দায়িত্বৰপৰা বহুত সময় আঁতৰি থাকিলা নেকি? বাস্কাৰভিল হলেইতো তোমাৰ বৰ্তমান বাসস্থান।"

পশ্চিমৰ ক্ষীণ ৰঙা ৰেখাটোও নাইকিয়া হ'ল। তৃণভূমিত এতিয়া সম্পূৰ্ণ নিশা হৈছে। বেঙুনীয়া আকাশত এমুঠি তৰা ভৰাই মাথোঁ জিলমিলাই আছে।

আহিবলৈ বুলি থিয় দি মই সুধিলোঁ, "শেষত এটা প্ৰশ্ন সোধোঁ, হ'ম্‌ছ। তোমাৰ মোৰ মাজতো লুকুৱাবলৈ একো নাই। ইমানবোৰ ঘটনাৰ অৰ্থ কি? ষ্টেপলটনে কি কাৰব বিচাৰিছে?"

উত্তৰ দিওঁতে হ'ম্‌ছৰ স্বৰ ভাগি পৰিল ঃ

"খুন, ৱাটছন—নিখুঁত, স্থিৰ মস্তিষ্কেৰে কৰা, সতৰ্ক হত্যা। বিশদ বিৱৰণ নুসুধিবা। তেওঁৰ চাৰিওফালে মোৰ জাল চপাই আনিছোঁ, তেওঁৰ জালো ছাৰ হেনৰিৰ চাৰিওফালে চপাই অনাৰ লগে লগেই। তোমাৰ সহায়ৰ কাৰণে তেওঁ এতিয়া মোৰ প্ৰায় কৱলত। আমাৰ বাবে বিপদ এটাই। সেইটো হ'ল সময়ৰ। আমি সাজু হোৱাৰ আগতেই কেনেবাকৈ তেওঁ আঘাত কৰাটো। মোৰ কেছটো সম্পূৰ্ণ কৰিবলৈ হয়তো এদিন, খুব বেছি দুদিন সময় ল'ম। কিন্তু তেতিয়ালৈকে দয়াৱতী মাতৃয়ে অসুখী সন্তানক আগুৰি থকা দি তুমি ছাৰ হেনৰিক সম্পূৰ্ণ সুৰক্ষা দি থাকিবা। শুনা। আজি তুমি তেওঁক এৰি অহাৰ উদ্দেশ্য সম্পূৰ্ণ যুক্তিযুক্ত, তথাপি তুমি তেওঁক, এৰি নোযোৱাটোকে মই আশা কৰোঁ।"

তৃণভূমিৰ নিৰৱতা ভেদি, সুদীৰ্ঘ সময় ধৰি আতংক আৰু যন্ত্ৰণাৰ এক ভয়ানক চিঞৰ বিস্ফোৰিত হ'ল। এই শংকিত আটাহ শুনি মোৰ সিৰাইদি চলাচল কৰা তেজ চেঁচা পৰি গ'ল।

মোৰ উশাহ চুটি হৈ গ'ল। ফোঁপাই-জোঁপাই ক'লোঁ, "হে ভগৱান, এয়া কি? কি হৈছে এইবোৰ?"

হ'ম্‌ছ জাঁপ মাৰি উঠিল। মই তেওঁৰ মলিন, বলিষ্ঠ অৱয়ব পাঁজাটোৰ দুৱাৰমুখত দেখিলোঁ, তেওঁৰ কান্ধ ওলমি পৰিছে, মূৰটো আগুৱাই আহিছে আৰু তেওঁ আন্ধাৰলৈ সন্ধানী দৃষ্টি পেলাইছে।

তেওঁ ফুচফুচাই ক'লে, "চুপ, মনে মনে।"

তীব্ৰতাৰ কাৰণে চিঞৰটো ডাঙৰ আছিল; কিন্তু ছায়াঘন সমতল ভূমিৰ ক'ৰবাত ই যেন স্তিমিত হৈ গ'ল। এতিয়া আকৌ আগতকৈ ডাঙৰ চিঞৰ শুনা গ'ল।

হ'ম্‌ছে ফুচফুচাই সুধিলে, "সেইটো ক'ত হৈছে?"

তেওঁৰ মাততে মই বুজি পালোঁ যে এই লৌহ পুৰুষজনৰ আত্মাক এই চিঞৰে যেন কঁপাই তুলিছে। তেওঁ আকৌ সুধিলে, "ৱাটছন, সেইটো ক'ত হৈছে?"

আন্ধাৰলৈ আঙুলিয়াই মই ক'লোঁ, "তাতে, মোৰ ধাৰণা।"

"উঁহু, তাত নহয়।"

আকৌ যন্ত্ৰণাকাতৰ চিঞৰটো বেছি ওচৰত আৰু বেছি ডাঙৰকৈ শুনিলোঁ। ইয়াৰ লগতে আৰু এটা চিঞৰ শুনা গ'ল। এটা গভীৰ, গুমগুমাই যোৱা ভোৰভোৰণি। সুৰীয়া অথচ ভয় লগা, সাগৰৰ ঢৌৰ দৰে উঠা-নমা কৰা শব্দ ধ্বনি।

হ'মছে উচ্চৈস্বৰে ক'লে, "চিকাৰী কুকুৰ! ৱাটছন, আহা, ব'লা! ভগৱানে নকৰক, আমাৰ যেন বেছি দেৰি হৈ নাযায়!"

তেওঁ তৃণভূমিৰ ওপৰেৰে বেগাই দৌৰা আৰম্ভ কৰিলে আৰু মই তেওঁক অনুসৰণ কৰিলোঁ। কিন্তু এতিয়া আকৌ আমাৰ সম্মুখৰপৰা এটা চৰম আশাহত চিঞৰ ভগা-ছিগা তৃণভূমিৰ মাজেৰে ভাহি আহিল আৰু তাৰ পাছতে ধপহ্ কৰি এটা শব্দ হ'ল। আমি ৰৈ গ'লোঁ আৰু কাণ পাতি শুনিলোঁ। বতাহবিহীন নিশাটোৰ গভীৰ নিৰৱতা আন কোনো শব্দই ভেদ নকৰিলে।

বিভ্ৰান্ত ব্যক্তিৰ দৰে কপালত হাত থৈ গোৰোহণি মাৰি হ'মছে ক'লে, "ৱাটছন, সি আমাক চেৰ পেলালে। আমাৰ বেছি দেৰি হৈ গ'ল।"

"নহয়, নিশ্চয় নহয়।"

"মই দেৰি কৰি মূৰ্খামি কৰিছোঁ। তুমি ৱাটছন, তুমি দায়িত্ব এৰি অহাটো ঠিক হোৱা নাই। হে ভগৱান, যদিহে অঘটন ঘটিল, আমিও প্ৰতিশোধ ল'ম।"

আন্ধাৰৰ মাজেৰে কণা-মুনাকৈ আমি দৌৰা আৰম্ভ কৰিলোঁ। আমি থৰক-বৰককৈ শিল পাৰ হৈছোঁ, কাঁইটীয়া জোপোহাৰ মাজেৰেই সৰকি গৈছোঁ, কোঁপাই-জোঁপাই পাহাৰত উঠিছোঁ, এটলীয়া পাহাৰত হৰমুৰাই নামি গৈছোঁ—সকলো সময়তে ভয়াবহ শব্দৰ উৎসৰ ফালে মাথোঁ আগ বাঢ়িছোঁ। উচ্চ ভূমি যেতিয়াই পায়, হ'মছে চাৰিওফালে দৃষ্টি পেলায়, চাৰিওফালে কেৱল ছাঁ, ভয়ংকৰ তৃণভূমিত একোৱেই লৰচৰ নকৰে।

"তুমি কিবা দেখিছানে?"

"একো দেখা নাই।"

"কিন্তু মন দি শুনাচোন, সেয়া কি?"

নিম্নস্বৰৰ কেঁকনি এটা আমাৰ কাণত পৰিল। আমাৰ বাঁওফালৰপৰা কেঁকনিটো অহা যেন লাগিল। সেইফালে শিলৰ শাৰী এটা থিয় পাহাৰত শেষ হৈছে, য'ৰপৰা মাথোঁ শিল সিঁচৰতি হৈ থকা ঢালটো দেখি। জোঙা শিলনিৰ ওপৰতে ক'লা, অসমান বস্তু এটা পৰি থকা যেন লাগিল। আমি এই অনিশ্চিত বস্তুটোৰ প্ৰতি আগ বাঢ়ি যাওঁতে বস্তুটোৰ আকাৰ স্পষ্ট হ'ল। দীঘল দি পৰি থকা এটা মানুহ, মুখখন ওলোটা হৈ ভূ-পৃষ্ঠৰ লগত মিলি আছে, মূৰটো ভয় লগাকৈ বেঁকা হৈ পৰিছে, দেহটো

ধেনুভিৰীয়া হৈ থুপ খাই আছে; লুটি বাগৰ মাৰোঁতেহে যেন এনে অৱস্থা হৈছে। ভংগীটো এনে কুৎসিৎ আছিল যে সেই মুহূৰ্তৰ কেঁকনিটোতহে যে তেওঁৰ দেহাৱসান হৈছিল সেইটো মই ধাৰণা কৰিবলৈকে টান পাইছিলোঁ। আমি যেতিয়া কাষত থিয় দিওঁ, সেই অন্ধকাৰৰ অৱয়ৱৰপৰা নাই কোনো শব্দ, নাই কোনো ফুচফুচনি। হ'মছে তেওঁৰ হাত শৱদেহৰ ওপৰত থ'লে আৰু হঠাতে আতংকিত হৈ হাতখন আকৌ ওপৰলৈ দাঙি ধৰিলে। জুইশলাৰ পোহৰত জিলমিলাই উঠিল তেওঁৰ আঙুলিত খমলা মৰা তেজ আৰু মৃতদেহৰপৰা বৈ অহা তেজৰ ডোঙা। এই পোহৰতে আমাৰ চকু গ'ল মৃতদেহৰ আৱৰণলৈ, দেখাৰ লগে লগে আমাৰ চুৰ্তি হেৰাল, অন্তৰ ভাগি পৰিল—সম্মুখৰ মৃতদেহ আন কাৰো নহয়, ছাৰ হেনৰি বাস্কাৰভিলৰ।

আমাৰ কোনো এজনেও তেওঁৰ সেই বিশেষ ধৰণৰ ৰঙা ৰঙৰ টুইডৰ ছুটযোৰৰ কথা পাহৰিব নোৱাৰোঁ। এইযোৰ ছুট পিন্ধিয়েই তেওঁ বেকাৰ ষ্ট্ৰিটলৈ সেই ৰাতিপুৱা পোন প্ৰথমবাৰৰ বাবে আহিছিল। সেইদিনাই আমি তেওঁক প্ৰথম দেখিছিলোঁ। এতিয়া আমি এবাৰলৈ স্পষ্টভাৱে তেওঁৰ এই আচ্ছাদন দেখিলোঁ। কাঠীডাল নুমাই গ'ল আৰু আমাৰ আত্মাৰ আশাও নিৰ্বাপিত হ'ল। হ'মছে কেঁকাই উঠিল আৰু আন্ধাৰৰ মাজতে তেওঁৰ মুখমণ্ডল শেঁতা পৰিল।

দুয়োহাত মুষ্টিবদ্ধ কৰি মই উচ্চৈস্বৰে ক'লোঁ, "বৰ্বৰ! বৰ্বৰ! অহ, হ'মছ, তেওঁক বিপদত সহায় নকৰাৰ কাৰণে মই কেতিয়াও নিজকে ক্ষমা নকৰোঁ।"

"ৱাটছন, দোষ মোৰহে বেছি। কেছটোৰ সকলো দিশ সামৰি ল'বলৈ আৰু সম্পূৰ্ণ কৰিবলৈ অপেক্ষা কৰাৰ কাৰণেই মোৰ মক্কেলৰ জীৱনৰ কথাই মই চিন্তা নকৰিলোঁ। মোৰ বৃত্তিত ই এটা মোক্ষম আঘাত। কিন্তু মইনো কেনেকৈ জানিম যে মোৰ ইমান সাৱধানবাণী সত্ত্বেও তেওঁ নিজৰ জীৱন বিপদাপন্ন কৰি অকলশৰে তৃণভূমিলৈ ওলাই আহিব?"

"হে ভগৱান, আমি তেওঁৰ চিঞৰ-বাখৰবোৰ শুনিছিলোঁ, অথচ আমি তেওঁক ৰক্ষা কৰিব নোৱাৰিলোঁ। সেই চিকাৰী কুকুৰটো ক'ত, যিটোৱে তেওঁৰ মৃত্যু ওচৰ চপাই আনিলে? এই মহূৰ্তত সি শিলৰ মাজত খাপ দি আছে। ষ্টেপলটননো এতিয়া ক'ত? সি এই কামৰ কাৰণে জবাবদিহি হ'ব লাগিব।"

"সি নিশ্চয় জবাবদিহি হ'ব। মই তাৰ ব্যৱস্থা ল'ম। খুৰাক আৰু ভতিজাক, দুয়োজনকে হত্যা কৰা হ'ল। এজনে অতিপ্ৰাকৃতিক বুলি ভবা জন্তুটো দেখিয়েই মৃত্যুমুখত পৰিল, আনজনে জন্তুটোৰপৰা ৰক্ষা পোৱাৰ প্ৰয়াসত কৰা ছুঠকাৰী পলায়নত প্ৰাণ হেৰুৱালে। কিন্তু আমি মানুহজন আৰু জন্তুটোৰ সম্বন্ধ প্ৰমাণ কৰিব

লাগিব। যদিও আমি চিএগ্ৰটো শুনিছিলোঁ, তথাপি আমি জন্তুটোৰ অস্তিত্ব প্ৰমাণ কৰিব নোৱাৰোঁ, কিয়নো ছাৰ হেনৰিৰ মৃত্যু স্পষ্টতঃ ওপৰৰপৰা পৰি হৈছিল। কিন্তু ভগৱানৰ কৃপাত এই চালাক মানুহটো এদিনৰ ভিতৰতে মোৰ আয়ত্তলৈ আহিব।"

মৃত ব্যক্তিৰ দুয়োফালে আমি থিয় দি থাকিলোঁ। আচম্বিতে ঘটা অপবিবৰ্ণনীয় দুৰ্ঘটনাটোৱে আমাৰ সুদীৰ্ঘ কষ্টকৰ প্ৰয়াস তেনেই পুতৌ লগা ধৰণে অথলে নিলে। তেনেতে আকাশত জোনে দেখা দিয়াত দুৰ্ভগীয়া বন্ধুজন বাগৰি পৰা শিলনিখনৰ আটাইতকৈ ওখ অংশলৈ আমি বগাই উঠিলোঁ আৰু তাৰপৰা আমি আধা ৰূপালী আধা আন্ধাৰ তৃণভূমিত চকু ফুৰালোঁ। দূৰলৈ, কেইবামাইলো আঁতৰত, গ্ৰিমপেনৰ ফালে, একেথৰে জ্বলি থকা হালধীয়া পোহৰৰ এক আভাস পালোঁ। এয়া ষ্টেপলটনৰ অকলশৰীয়া বাসস্থানৰপৰাহে অহা সম্ভৱ। গালি পাৰি মই এই পোহৰৰ ফালেই মোৰ মুষ্টি জোকাবিলোঁ।

"আমি তাক ততালিকে ধৰি নেপেলাওঁ কিয়?"

"আমাৰ কেছটো সম্পূৰ্ণ হোৱা নাই। মানুহটো চূড়ান্তভাৱে সতৰ্ক আৰু চালাক। আমি কথাবোৰ জানিলেই নহ'ব, আমি প্ৰমাণ কৰিবও লাগিব। এবাৰ ভুল পদক্ষেপ ল'লেই খলনায়কটো আমাৰ জালৰপৰা সাৰি যাব।"

"আমি কি কৰোঁ তেনেহ'লে?"

"কালিলৈ আমাৰ কৰিব লগা ঢেৰ কাম আছে। আজি নিশা আমি দুৰ্ভগীয়া বন্ধুজনৰ শেষ কৃত্যখিনি সমাধা কৰিম।"

আমি দুয়ো একেলগে সাৱধানে তললৈ নামিলোঁ আৰু জোনৰ পোহৰে ৰূপালী বৰং বলোৱা শিলৰ ওপৰত পৰি থকা মৃতদেহটোৰ ফালে আগ বাঢ়িলোঁ। দেহটোৰ মোচৰা খোৱা হাত-ভৰিবোৰৰ যন্ত্ৰণাৰ কথা চিন্তা কৰি মোৰ দেহত ব্যথা অনুভূত হ'ল আৰু বৈ অহা চকুলোৱে মোৰ দৃষ্টি ধূসৰ কৰিলে।

"আমি সহায় বিচাৰি খবৰ পঠাব লাগিব, হ'মছ। 'হল'লৈ বুলি ইমান দূৰ আমি অকলে তেওঁক কঢ়িয়াই নিব নোৱাৰিম। হে ভগৱান, তুমি উন্মাদ হ'লা নেকি?"

তেওঁ এটা চিএগ্ৰ মাৰিলে আৰু মৃতদেহটোৰ ওপৰত বেঁকা হৈ কিবা চালে। এতিয়া তেওঁ নাচিছে, হাঁহিছে আৰু মোৰ হাতত চেপা মাৰি ধৰিছে। এইজনেইনে মোৰ কঠোৰ, গুৰুগম্ভীৰ বন্ধু নে? এইবোৰ বৌইনে লুকাই থকা অগ্নিৰ স্ফুলিংগ।

"একোছা ডাড়ি? একোছা ডাড়ি। মানুহজনৰ একোছা ডাড়ি আছে।"

"একোছা ডাড়ি?"

"এয়া বেৰনেটজন নহয়, এওঁ... এওঁতো মোৰ প্ৰতিবেশী অপৰাধীজন।"

নতুন উদ্যমেৰে ততাতৈয়াকৈ আমি মৃতদেহটো লুটিয়াই দিলোঁ। শীতল, স্পষ্ট জোনাকত তিতি থকা ডাড়িকোছা ভালকৈ দেখা পালোঁ। বহল কপাল আৰু দ'লে সোমাই থকা জান্তৱ চকু দুটাৰ ক্ষেত্ৰত সন্দেহ কৰিব লগা একো নাই। এই একেখন মুখেইতো মমৰ পোহৰত শিলৰ ওপৰৰপৰা মোলৈ ক্ৰুদ্ধ দৃষ্টি পেলাইছিল। এইখন মুখ অপৰাধী ছেলডনৰ।

তেতিয়া মুহূৰ্ততে মোৰ সকলো কথা স্পষ্ট হ'ল। বেৰনেটজনেতো মোক কৈছিল যে তেওঁৰ পুৰণা কাপোৰ-কানিৰ আলমাৰিটো বেৰিম'ৰক দি দিছে। বেৰিম'ৰে এইটো দিছে ছেলডনক। তাৰ পলাই যোৱা আঁচনি সুচল কৰিবৰ বাবে। জোতা, চোলা, টুপী— এই সকলোবোৰেই ছাৰ হেনৰিৰ। কাৰণ ঘটনাটো অতিশয় ঘৃণনীয়, তথাপি এই মানুহটো অন্ততঃ দেশৰ আইন-কানুন অনুসৰিয়েই মৃত্যুদণ্ডৰ যোগ্য। মই হ'মছক কথাটো বুজাই ক'লোঁ। মোৰ হিয়া আনন্দ আৰু কৃতজ্ঞতাৰে উপচি পৰিছে।

তেওঁ ক'লে, "তেনেহ'লে কাপোৰ-কানিবোৰেই বেচেৰা চয়তানটোৰ মৃত্যুৰ কাৰণ হ'ল। এইটো স্পষ্ট যে চিকাৰী কুকুৰটোক ছাৰ হেনৰিৰ কিবা বস্তু শুঙাই দিয়া হৈছে; বোধকৰোঁ বুটজোতাই হ'ব পাৰে, কিয়নো হোটেলত ছাৰ হেনৰিৰ বুটজোতা নাইকিয়া হৈছিল আৰু সেয়েহে চিকাৰী কুকুৰটোৱে এই মানুহটোৰ পিছে পিছে খেদি গ'ল। পাছে এটা বিশেষ কথাহে স্পষ্ট নহয়। কিন্তু ই ছেলডনে আন্ধাৰত কেনেকৈ জানিলে যে চিকাৰী কুকুৰটোৱে তাক অনুসৰণ কৰিছে?"

"সি তাৰ চিঞৰ শুনিছিল।"

"এই তৃণভূমিত চিকাৰী কুকুৰৰ চিঞৰ শুনি ছেলডনৰ দৰে কঠোৰ মানুহটোৱে যে ভীতিবিহ্বলতাৰে প্ৰবল উত্তেজনাময় চিঞৰ মাৰি সহায় কামনা কৰিব, তাকো তাক পুনৰাই আটক কৰাৰ সম্ভাৱনা থকাৰ পাছতো, মই সেইটো নাভাবোঁ। সিতো চিঞৰি চিঞৰি বহুদূৰ দৌৰিছিল। এইটো নিশ্চয় কুকুৰটোৱে অনুসৰণ কৰা বুলি জানিহে সি কৰিছিল। কথা হ'ল, সি কেনেকৈ জানিছিল?"

"আমাৰ আগতীয়া ধাৰণা সকলো শুদ্ধ বুলি ধৰি ল'লে মোৰ কাৰণে ডাঙৰ ৰহস্য হ'ল যে কিয় এই চিকাৰী কুকুৰটো...।"

"মই আগতীয়াকৈ একো ধাৰণা নকৰোঁ।"

"ঠিক আছে, আজি নিশা কিয় চিকাৰী কুকুৰটো এৰি দিয়া হৈছিল? মই ভাবোঁ ইয়াক সদায় তৃণভূমিত এৰি দিয়া নহয়। ষ্টেপল্‌টনে ছাৰ হেনৰি তাত থকা বুলি নজনাকৈ কেতিয়াও কুকুৰটো এৰি নিদিয়ে।"

"মোৰ নুবুজা কথাটো তোমাৰটোতকৈ বেছি কঠিন। মই ভাবোঁ তোমাৰ ৰহস্যৰ

ব্যাখ্যা সোনকালেই দিব পাৰিম, কিন্তু মোৰটো ৰহস্য চিৰদিনলৈ থাকি যাব। পাছে এতিয়া প্ৰশ্ন হ'ল এই হতভগীয়াৰ শটোৰ কি কৰা যায়? শিয়াল কাউৰীৰ ভোগ হ'বলৈতো আমি এইটো ইয়াতে-এৰিব নোৱাৰোঁ।"

"মই ভাবোঁ পুলিছক খবৰ দিয়ালৈকে আমি এইটো শিলৰ পঁজা ঘৰ এটাতে ৰখা উচিত হ'ব।"

"ঠিক কৈছা। তুমিয়ে ময়ে ধৰি শটো এইখিনি দূৰ নিব পাৰিম। হেৰি, ৱাটছন! এয়া কি দেখিছোঁ? এয়া দেখোন বিস্ময়কৰ, দুঃসাহসিক কাম। সাৱধান, কোনো কোনো সন্দেহ ভাব যেন দেখুওৱা নহয়, নহ'লে মোৰ সমস্ত আঁচনি চুৰ্ণমে হ'ব।"

তৃণভূমিৰ ওপৰেদি আমাৰ ফালে এজন মানুহ আগ বাঢ়ি আহিছে। ছিগাৰৰ ক্ষীণ ৰঙা [illegible] মোৰ দৃষ্টিত পৰিল। জোনাকৰ পোহৰত সপ্ৰতিভ অবয়ব আৰু প্ৰাণৱন্ত খোজ-কা[illegible] প্ৰকৃতিবিদজনক চিনাত অ[illegible]। আমাক দেখিয়েই তেওঁ থমকি ৰ'ল, তাৰ পাছত লাহে লাহে আমাৰ ফালে আগ বাঢ়ি আহিল।

"ডাঃ ৱাটছন, আপুনি ইয়াত, ইয়াত কিয়? এই নিশা আপোনাক ইয়াত মই লগ পোৱাটো আশা কৰিব নোৱাৰা কথা। পাছে বন্ধু, এইটো ইয়াত কি? কাৰোবাৰ কিবা দুৰ্ঘটনা হৈছে? আমাৰ বন্ধু ছাৰ হেনৰিৰ কিবা হোৱা বুলি আপুনি মোক নক'ব, সেয়া মুঠেই নিবিচাৰোঁ!" তেওঁ মোৰ কাষেৰেই আগ বাঢ়ি গৈ মৃত মানুহজনৰ কাষত ৰ'ল। মই তেওঁ এটা দীঘলকৈ উশাহ লোৱাৰ শব্দ শুনিলোঁ। আঙুলিৰ মাজৰপৰা তেওঁৰ ছিগাৰ সৰি পৰিল।

খোনাই খোনাই তেওঁ ক'লে, "এইজন কোন?"

"এইজন ছেলডন, প্ৰিন্সটন জেলৰপৰা পলাই অহা কয়দীটো।"

আমালৈ উভতি চাওঁতে মানুহজনৰ মুখখনে বীভৎস আকৃতি লৈছিল; কিন্তু এক চৰম প্ৰচেষ্টাৰে তেওঁ হতাশা আৰু বিস্ময়ানুভূতি দমাই ৰাখিবলৈ সমৰ্থ হ'ল। তৎপৰতাৰে তেওঁ হ'মূছৰপৰা মুখ আঁতৰাই মোৰ ফালে চাই ক'লে, "বন্ধু! কি যে এক জঘন্য ঘটনা! মানুহজন মৰিল কেনেকৈ?"

"বোধকৰোঁ এই শিলবোৰত থেকেচা খাই পৰি সি ডিঙি ভাঙিলে। বন্ধুৱে-ময়ে তৃণভূমিৰ ওপৰত খোজ কাঢ়ি ফুৰোঁতে চিঞৰ এটা শুনিছিলোঁ।"

"ময়ো এটা চিঞৰ শুনিছিলোঁ। প্ৰকৃততে চিঞৰটোৱেহে মোক ৰাহিৰলৈ উলিয়াই আনিলে। ছাৰ হেনৰিৰ কথা চিন্তা কৰি মই উদ্বিগ্ন হৈ আছিলোঁ।"

মই নোসোধাকৈ থাকিব নোৱাৰিলোঁ, "বিশেষকৈ ছাৰ হেনৰিৰ বিষয়ে উদ্বিগ্ন কিয়?"

"কিয়নো মই তেওঁক আমাৰ ফালে অহাৰ অনুৰোধ কৰিছিলোঁ। তেওঁ নহাত মই আচৰিত হৈছিলোঁ। চিঞৰটো শুনাৰ পাছত স্বাভাৱিকতে তেওঁৰ নিৰাপত্তাৰ চিন্তা মনলৈ আহিল।" তেওঁৰ দৃষ্টি ক্ষিপ্ৰ গতিত মোৰ মুখৰপৰা নি হ'ম্ছৰ মুখত স্থাপন কৰি সুধিলে, "বাৰু, এই চিঞৰটোৰ উপৰিও আৰু কিবা আপোনালোকে শুনিছিল নেকি?"

হ'ম্ছে ক'লে, "নাই শুনা, আপুনি শুনিছিল নেকি?"

"নাই শুনা।"

"তেনেহ'লেনো আপুনি কি ক'ব খুজিছে?"

"অ'হ, এই যে কৃষকসকলে কিবা পিশাচ চিকাৰী কুকুৰৰ কাহিনী কয়। তাৰ চিঞৰ ৰাতি তৃণভূমিত শুনে হেনো। আজি নিশাও তেনে কিবা চিঞৰ শুনা গৈছিল নেকি, সেইটোহে জানিব খুজিছিলোঁ।"

মই ক'লোঁ, "আমি তেনেকুৱা একো শুনা নাই।"

"এই বেচেৰা মানুহটোৰ মৃত্যুৰ কাৰণ সম্বন্ধে আপোনাৰ কি ধাৰণা?"

"মোৰ সন্দেহ নাই যে উৎকণ্ঠা আৰু ধৰা পৰাৰ সম্ভাৱনাই মানুহটোক পাগল কৰি তুলিছিল। এটা অস্থিৰ মনেৰে সি তৃণভূমিত দৌৰাদৌৰি কৰি আছিল। অৱশেষত ইয়াত বাগৰি পৰি সি ডিঙি ভাগি নিজৰ মৃত্যু চপাই ল'লে।"

"এৰা, আপোনাৰ ধাৰণাটো যুক্তিযুক্ত।" কথাষাৰ কৈ ষ্টেপল্টনে এটা হুমুনিয়াহ কাঢ়িলে। ইয়াৰে তেওঁ সকাহ পোৱা বুলি মই ভাবিলোঁ। "আপুনি কি ভাবে, মিষ্টাৰ শ্বাৰলক হ'ম্ছ?"

অভিনন্দন জনাই মোৰ বন্ধুৱে মূৰ দোঁৱালে।

তেওঁ ক'লে, "আপুনি দেখিছোঁ মানুহ চিনি পোৱাত খৰতকীয়া।"

"ডাঃ ৱাটছন ইয়ালৈ অহাৰ পাছত আপুনি আহিব বুলি আমি আশা কৰিয়েই আছিলোঁ। আপুনি এটা দুৰ্ঘটনাৰ সময়তে হাজিৰ হ'লহি।"

"এৰা, ঠিকেই কৈছে। ইয়াৰ কাৰণ সম্বন্ধে বন্ধুৰ ব্যাখ্যাৰ লগত মই একমত। পাছে কালিলৈ লণ্ডনলৈ যাওঁতেহে এই অপ্ৰীতিকৰ স্মৃতি লগতে যাব।"

"অ'হ, আপুনি কালিলৈকে যাব?"

"এৰা, সেইটোৱেই মোৰ ইচ্ছা।"

"আশা কৰোঁ আপোনাৰ আগমনে আমাক বিবুধিত পেলোৱা ইয়াৰ ঘটনাবোৰৰ কিবা সমাধান দিব?"

হ'ম্ছে বাহু জোকাৰি ক'লে, "আশা কৰা ধৰণে সদায় সফল হ'ব নোৱাৰি।

অনুসন্ধানকাৰী এজনে তথ্য বিচাৰে; উপকথা, উৰাবাতৰি নিবিচাৰে। এইটো যথোপযুক্ত কেছ নহয়।"

মোৰ বন্ধুৱে একেবাৰে খোলাকৈ আৰু নিৰুদ্বেগভাৱে কোনো কথাবাৰ ক'লে। ষ্টেপলটনে এক গভীৰ, স্থিৰ দৃষ্টিৰে তেওঁক বুজাৰ প্ৰয়াস কৰিলে। তাৰ পাছত তেওঁ মৌলৈ চালে।

"বেচেৰা মানুহজনৰ মৃতদেহটো মোৰ বাসস্থানলৈকে নিয়াৰ যো-জা কৰিলোঁহেঁতেন, পাছে ই মোৰ ভগ্নীক বৰকৈ ভয় খুৱাব। সেয়েহে এনে কৰা সমুচিত নহ'ব। মই ভাবোঁ তাৰ মুৰৰ ওপৰত কিহবাৰে ঢাকি থ'লে পুৱালৈকে ঠিকেই থাকিব।"

তেনে ব্যৱস্থাই কৰা হ'ল। ষ্টেপলটনৰ অভ্যৰ্থনাৰ আগ্ৰহ প্ৰতিৰোধ কৰি আমি দুয়ো বাস্কাৰভিল হললৈ খোজ ল'লোঁ। প্ৰকৃতিবিদজন অকলশৰে ঘৰলৈ উভতিল। পিছলৈ ঘূৰি চাই আমি তেওঁক লাহে লাহে বিশাল তৃণভূমিৰপৰা ক্ৰমশঃ আঁতৰি যোৱা দেখিলোঁ। তেওঁৰ পিছ ফালেই শিলাময় পাহাৰৰ ৰূপালী ঢালত দেখা পালোঁ এটা ক'লা দাগ। সন্দেহ নাই মৃত্যুক সাবটি লোৱা মানুহজন তাতে পৰি আছে।

## অধ্যায় ১৩

# জালৰ বিস্তাৰ

তৃণভূমিৰ মাজেৰে একেলগে খোজ কাঢ়ি আহোঁতে হ'মছে ক'লে, "অৱশেষত আমি বিষয়টো আয়ত্তলৈ আনিব পাৰিলোঁ। ব্যক্তিগৰাকীৰ কি সাহস আৰু ধৈৰ্য্য। নিজৰ অভিসন্ধিৰ বলি এজন ভুল মানুহ হ'ল বুলি গম পায়ো, দেহ্য অসাৰ কৰিব পৰা প্ৰচণ্ড আঘাত সহ্য কৰিও তেওঁ আত্মসংযম ধুৰাই পালে। ৱাটছন, মই তোমাক লণ্ডনতো কৈছিলোঁ, এতিয়া আকৌ কওঁ, এনেকুৱা কাঠে কাঠে যুঁজা ব্যক্তিৰ সন্মুখীন আমি কেতিয়াও হোৱা নাই।"

"মই দুঃখিত যে তোমাক মানুহজনে লগ পালে।"

[illegible]থমে বেজাৰ পাইছিলোঁ। কিন্তু তেওঁক দেখা নিদিয়াকৈ থকাৰ উপায়ো নাছিল।"

তেওঁৰ অভিসন্ধিৰ আঁচনিত ই কি প্ৰভাৱ পেলাব? এতিয়া যে তেওঁ গম পালে তুমি ইয়াত আছা বুলি!"

"তেওঁ বেছি সাৱধান হ'ব পাৰে, অথবা হিতাহিত জ্ঞান হেৰুৱাই নিজৰ কাম তৎক্ষণাৎ সমাধা কৰিবলৈ চেষ্টা কৰিব পাৰে। প্ৰায়বোৰ চালাক অপৰাধীৰ দৰে এৰোঁ নিজৰ দক্ষতাত অতি বিশ্বাসী হ'ব পাৰে আৰু ভাবিব পাৰে যে তেওঁ আমাক পূৰা মাত্ৰাই প্ৰতাৰণা কৰিবলৈ সক্ষম হ'ল।"

"আমি তেওঁক তৎক্ষণাৎ গ্ৰেপ্তাৰ নকৰোঁ কিয়?"

"মৰমৰ ৱাটছন, তুমি এজন কামৰ মানুহ স্বৰূপেই জন্ম লৈছা। তুমি সদায় সক্ৰিয় হৈ থাকিবলৈ বিচৰা। ধৰা, তোমাৰ কথা মতেই আমি আজি ৰাতিতে তেওঁক গ্ৰেপ্তাৰ কৰিলোঁ, তাৰপৰা আমাৰ পৰিস্থিতিৰ কি উন্নতি হ'ব? আমিতো তেওঁৰ বিপক্ষে কোনো সাক্ষ্য প্ৰমাণ দিব নোৱাৰোঁ। চয়তানে এইদৰেই চালাকি [illegible]। যদি তেওঁ কোনোবা মানুহক এজেণ্টৰূপে নিয়োগ কৰিলেহেঁতেন, তেতিয়া হয়তো [illegible] পালোঁহেঁতেন! কিন্তু এই পিশাচ কুকুৰটোক দিনৰ পোহৰলৈ আনিলেও [illegible] তাৰ গৰাকীক বান্ধি পেলোৱাত কি সহায় কৰিব?"

"নিশ্চিতভাৱে আমাৰ এটা আধাৰ আছে।"

"আধাৰৰ ছাঁটোও নাই। মাত্ৰ অনুমানৰ ভিত্তিত একো নহয়। এনেকুৱা কাহিনী আৰু সাক্ষ্য আগ বঢ়ালে ন্যায়ালয়ত আমি মাথোঁ হাঁহিয়াতৰ পাত্ৰ হ'ম।"

"ছাৰ চাৰ্লছৰ মৃত্যুৰ ঘটনাটোও আছে।"

"দেহত কোনো আঘাতৰ চিন তেওঁৰ মৃতদেহত নাছিল। তুমি আৰু মই জানো যে তেওঁৰ মৃত্যু সম্পূৰ্ণৰূপে ভীতি-বিহ্বলতাৰ কাৰণে হৈছিল আৰু এইটোও জানো যে কিহে তেওঁক এনেকৈ ভয় খুৱাইছিল। কিন্তু বাৰগৰাকী ভাবলেশহীন জুৰিৰ সদস্যক আমি এইটো কেনেকৈ জনাব পাৰিম? তাত যে এটা চিকাৰী কুকুৰ আছিল তাৰ চিন ক'ত? তাৰ দাঁতৰ চিন ক'ত? এইটোও সঁচা যে চিকাৰী কুকুৰে মৃতদেহ নাকামোৰে আৰু কুকুৰটোৱে ধৰিব পৰাৰ আগতেই ছাৰ চাৰ্লছৰ মৃত্যু হৈছিল। কিন্তু আমি এই কথাবোৰতো প্ৰমাণ কৰিব লাগিব আৰু সদ্যহতে আমি ইয়াৰ কাৰণে সাজু নহয়।"

"ঠিক আছে, পাছে আজি নিশাৰ ঘটনাটো?"

"পৰিস্থিতিৰ একো উন্নতি ঘটা নাই। আকৌ, মানুহজনৰ মৃত্যুৰ কাৰণে চিকাৰী

কুকুৰটোক প্ৰত্যক্ষভাৱে দায়ী বুলি ক'বলৈ আমাৰ হাতত কোনো যুক্তি-প্ৰমাণ নাই। আমি চিকাৰী কুকুৰটো কেতিয়াও দেখা নাই। আমি তাৰ চিঞৰ শুনিছিলোঁ, কিন্তু সি মানুহটোক পিছে পিছে খেদিছিল বুলি আমি প্ৰমাণ কৰিব নোৱাৰোঁ। অভিপ্ৰায়ৰ সম্পূৰ্ণ অনুপস্থিতিও আন এক অসুবিধা। প্ৰিয় বন্ধু, বৰ্তমানলৈকে যে আমি এটা কেছ কজু কৰিব পৰা অৱস্থাত নাই, এই কথাটো মানি ল'বই লাগিব। তেনে পৰিস্থিতিত উপনীত হ'বলৈ আমি অলপ অপেক্ষা কৰাই সমীচীন হ'ব।"

"পাছে তুমিনো কেনেকৈ কামটো কৰিম বুলি ভাবিছা।"

"গোটেই কথাবোৰ বুজাই কোৱাৰ পাছত মিছেছ লৰা লায়ন্সে আমাক সহায় কৰিব বুলি মই বৰকৈ আশা কৰিছোঁ। মোৰ নিজা আঁচনিও আছে। আশা কৰিছোঁ কালিৰ দিনটো অতিবাহিত হোৱাৰ পাছত অৱশেষত আমাৰ সুবিধা হ'ব।"

ইয়াৰ পাছত আৰু তেওঁৰ কথা-বতৰা নাই। মই কোনো নতুন কথা গম নাপালোঁ। তেওঁ বাস্কাৰভিল হলৰ গেট নোপোৱালৈকে চিন্তাত বুৰ গ'ল।

[illegible]কিমানে?"

যাম। এতিয়া আৰু লুকাই থাকি লাভ নাই। কিন্তু শেষত এটা কথা কওঁ। তুমি ছাৰ হেনৰিক চিকাৰী কুকুৰটোৰ একো কথা নক'বা। ষ্টেপলটনে যি ধৰণে ছেলডনৰ মৃত্যু হোৱা বুলি আমাক বিশ্বাস কৰাব বিচাৰিছে সেইটোকে তেৰোঁ মানি লওক। তুমি ৰিপ'ৰ্টত জনোৱা মতে কালিলৈ এই পৰিয়ালটোৰে তেওঁক একেলগে খাবলৈ মাতিছে। সেই সময়ৰ কঠোৰ পৰীক্ষাৰ সন্মুখীন হ'বলৈ তেওঁৰ দৃঢ় মনোবলৰ প্ৰয়োজন হ'ব।"

"মোকোতো মাতিছে।"

"তেনেহ'লে তুমি নোযোৱাৰ চেলু এটা উলিয়াবা। এতিয়া আমি নিশাৰ লঘু আহাৰৰ ব্যৱস্থাকে কৰিব লাগিব।"

ছাৰ হেনৰিয়ে আজি অলপ দিনৰপৰা আশা কৰি আছিল যে অলপতে ঘটা বিভিন্ন ঘটনাই শ্বাৰলক হ'মছক ইয়ালৈ লৈ আহিব; সেয়েহে হ'মছক দেখি তেওঁ আচৰিত হোৱাতকৈ সন্তোষহে পালে। পাছে মোৰ বন্ধুৱে একো বস্তু-বাহানি নলা দেখি আৰু এইবোৰ ননাৰ একো ব্যাখ্যা নিদিয়া দেখি তেওঁ আচৰিত হ'ল। তেওঁৰ প্ৰয়োজনীয় বস্তুখিনি আমি দুজনে লগ লাগি যোগাৰ ধৰিলোঁ। সেৰিকৈ খোৱা আমাৰ নিশাৰ আহাৰৰ সময়তে আমি বেৰনেটজনক নিশাৰ ঘটনাটোৰ বিষয়ে ক'ব পৰাখিনি ক'লোঁ। বেৰিম'ৰ আৰু তেওঁৰ পত্নীক খবৰটো জনোৱা অপ্ৰিয় কৰ্তব্যকেৰা মত্ৰে সমাধা কৰিলোঁ। বেৰিম'ৰৰ কাৰণে ই সম্পূৰ্ণৰূপে এক সকাহ হ'লেও এগ্ৰন পিঙ্কা



ছাৰ হেনৰিয়ে বিস্ময়াভিভূত হৈ ক'লে, "সেইটো কেনেকৈ হ'ল?"

তেওঁৰ পত্নীয়ে চকুলো নোটোকাকৈ থাকিব নোৱাৰিলে। গোটেই জগতে জানে সি অপৰাধী, আধা পশু আৰু আধা দৈত্য। কিন্তু বায়েকৰ কাৰণে সি এতিয়াও কৈশোৰত তেওঁৰ গাত লাগি ফুৰা কণমানি শিশুটো। সেইজন মানুহ সঁচাই অমংগলীয়া, যাৰ কাৰণে কোনো এগৰাকী নাৰীয়েও শোক নকৰে।

বেৰনেটজনে ক'লে, "পুৱাতে ৰাটছন যোৱাৰ পাছতে সমস্ত দিনটোৱেই মই ঘৰতে কটালোঁ। ইয়াৰ কাৰণে মই নিশ্চয় প্ৰশংসা পাব লাগে, কিয়নো মই কথা দি কথা ৰাখিছোঁ। এইদৰে কথা নিদিয়াহেঁতেন বোধকৰোঁ আজিৰ সন্ধিয়াটো অধিক উপভোগ্য হ'লহেঁতেন, কিয়নো ষ্টেপলটনে মোলৈ তেওঁলোকৰ তালৈ যাবলৈ বুলি এটা খবৰ পঠাইছিল।"

হ'মছে নিৰসভাৱে ক'লে, "আপোনাৰ যে সন্ধিয়াটো উপভোগ্য হ'লহেঁতেন সন্দেহ নাই। পা[illegible]পুনি বোধকৰোঁ শুনি ভাল নাপাব যে আপুনি ডিঙি ভাগি পৰি থকা বুলি ভাবি আমি শোকত ক'ৰ নোৱৰা হৈছিলোঁ।"

ছাৰ হেনৰিয়ে বিস্ময়াভিভূত হৈ ক'লে, "সেইটো কেনেকৈ হ'ল?"

"বেচেৰা দুৰ্ভগীয়াটোৱে আপোনাৰ সাজ-সজ্জা কৰি আছিল। পিন্ধা বস্তুবোৰ তাক দিয়া বাবে পুলিছে আপোনাৰ ভৃত্যজনক বিপদত পেলাব বুলি মই ভাবোঁ।"

"তেনে সম্ভাবনা নাই। মই জনা মতে কাপোৰবোৰত কোনো চিহ্ন নাই।"

"তেনেহ'লে তেওঁ ভাগ্যক্ৰমে ৰক্ষা পৰিছে, ক'বলৈ গ'লে আপোনালোক আটায়ে ভাগ্যৰ বলতহে ৰক্ষা পৰিল, কিয়নো কথাটো একেবাৰে আইনসংগত নাছিল। প্ৰকৃততে এজন বিবেকী ডিটেক্টিভ হিচাবে মোৰ প্ৰথম কৰ্তব্যটোৱেই আছিল এই গৃহৰ আটাইবোৰকে গ্ৰেপ্তাৰ কৰা। ৰাটছনে পঠিওৱা প্ৰতিবেদনবোৰ আছিল অতি অপৰাধ-জড়িত নথি-পত্ৰ।"

বেৰনেটজনে সুধিলে, "পাছে আমাৰ কেছটোৰ স্থিতি কি? জট মুকলি কৰাত সমৰ্থ হৈছেনে? ৰাটছন আৰু মই কিন্তু এই বিষয়ে অৱগত নহয় আৰু আমি ইয়ালৈ অহাৰ পাছত পৰিস্থিতিৰ একো উন্নতিও হোৱা নাই।"

"মই ভাবোঁ অতি সোনকালেই পৰিস্থিতি স্পষ্ট হৈ যাব। কামটো বৰ জটিল। কেইবাটাও দিশ চালিজাৰি চাব লগা হৈছে—পাছে কথাবোৰ অচিৰেই পৰিষ্কাৰ হৈ পৰিব।"

"ইতিমধ্যে আমাৰ এক অভিজ্ঞতা হৈছে, যিটোৰ বিষয়ে ৰাটছনে নিশ্চয় আপোনাক কৈছে। তৃণভূমিত চিকাৰী কুকুৰৰ চিঞৰটো আমি শুনিবলৈ পাইছিলোঁ—সেয়েহে মই এতিয়া ডাঠি কওঁ যে এইটো এটা সাৰশূন্য অন্ধবিশ্বাস নহয়। পশ্চিমৰ

দেশত থাকোঁতে মই নিজেও কুকুৰৰ লগত লীলাখেলা কৰিছিলোঁ, সেয়েহে মই কুকুৰৰ চিঞৰ ধৰিব পাৰোঁ। আপুনি যদি এই কুকুৰটোৰ মুখ বন্ধ কৰি শিকলি লগাব পাৰে, তেনেহ'লে মই আপোনাক সৰ্বকালৰ শ্ৰেষ্ঠ ডিটেক্টিভ বুলি দৃঢ়তাৰে ঘোষণা কৰিবলৈ সাজু।"

"আপুনি সহায়ৰ হাত আগ বঢ়ালে মই নিশ্চয় কুকুৰৰ মুখ বন্ধ কৰি শিকলি লগাব পাৰিম।"

"আপুনি যি কয় তাকে কৰিম।"

"উত্তম। মই পাছে কৰিবলৈ দিয়া কাম কণামুনাকৈ কৰাটোহে বিচাৰোঁ—কোনো প্ৰশ্ন নোতোলাকৈ।"

"আপুনি যেনেকৈ বিচাৰে তেনেকৈয়ে কৰিম।"

"তেনেহ'লে আপোনাৰ এই সমস্যাৰ সমাধান সোনকালেই হ'ব। মোৰ সন্দেহ নাই...।"

তেওঁ কথাৰ মাজতে হঠাতে বৈ দিলে আৰু থৰ লাগি মোৰ মূৰৰ ওপৰেদি আগলৈ চাই থাকিল। লেম্পৰ পোহৰ তেওঁৰ মুখত পৰিছে আৰু তেওঁ ইমানেই নিমাত যে তেওঁৰ অবয়বটোক সচেতনতা আৰু সম্ভাবনাৰ এক সুস্পষ্ট ধ্ৰুপদী মূৰ্তি যেন লাগিছে।

আমি দুয়ো উচ্চৈস্বৰে ক'লোঁ, "এয়া কি?"

তললৈ মূৰ নমাওঁতে তেওঁ কিবা আন্তৰিক আবেগক দমাই ৰাখিবলৈ প্ৰয়াস কৰা বুলি মই ধাৰণা কৰিলোঁ। তেওঁৰ মুখাবয়ব সৌম্য, কিন্তু চকুকেইটা সকৌতুক উল্লাসেৰে সমুজ্জ্বল।

সম্মুখৰ দেৱাল ঢাকি থোৱা প্ৰতিকৃতিৰ শাৰীটোৰ ফালে হাত দাঙি তেওঁ ক'লে, "ক্ষমা কৰিব। এয়া এক ৰসগ্ৰাহীৰ শলাগ। কলাৰ বিষয়ে মই কিবা জানো বুলি ৱাটছনে নাভাবে। তেওঁৰ এয়া মাথোঁ ঈৰ্ষা। কাৰণ, আমাৰ দুয়োৰে কলা সম্পৰ্কে দৃষ্টিভংগী বেলেগ বেলেগ। পাছে, এইবোৰ সঁচাই অতি সুন্দৰ প্ৰতিকৃতি।"

অলপ আচৰিত হৈ ছাৰ হেনৰিয়ে হ'মছলৈ চাই ক'লে, "ভাল লাগিছে, আপোনাৰ মন্তব্য শুনি বৰ আনন্দ পালোঁ। মই এইবোৰৰ বিষয়ে বৰ বিশেষ জানো বুলি ক'ব নোৱাৰোঁ, মই চিত্ৰতকৈ ঘোঁৰা অথবা দমৰা গৰুৰ ভাল বিচাৰক। আপুনি পাছে এনেকুৱা কামৰ কাৰণেও সময় উলিয়াব পাৰে বুলি মই নাজানিছিলোঁ।"

"উচ্চমানবিশিষ্ট চিত্ৰকলা মই দেখিলে ধৰিব পাৰোঁ। ইয়াত সেইখন নেলাৰৰ (Kneller) অংকন। সেই যে নীলা ৰেচম পিন্ধা মহিলাগৰাকীৰ সৌতে উইগ্ পিন্ধা

থূলন্তৰ পুৰুষজন আছে সেইখন ৰেনল্ডছৰ (Reynoldds) অঁকা হ'ব লাগে। মোৰ ধাৰণা, এই আটাইবোৰেই পৰিয়ালৰ প্ৰতিকৃতি, নহয় জানো?"

"প্ৰতিখনেই।"

"আপুনি নামবোৰ জানেনে?"

"বিষয়টোত বেৰিম'ৰে মোক প্ৰশিক্ষণ দিছে। মই ভাবোঁ পাঠ ভাল ধৰণেই আওৰাইছোঁ।"

"সেই দূৰবীন লোৱা ভদ্ৰলোকগৰাকী কোন?"

"সেইজন বিয়াৰ-এড্‌মিৰেল বাস্কাৰভিল। তেওঁ ৰডনিৰ তত্ত্বাৱধানত ৱেষ্ট ইণ্ডিজত সেৱা আগ বঢ়াইছিল। ক'লা কোট পিন্ধা, হাতত কাগজৰ ৰ'লেৰে সেইজন ছাৰ উইলিয়াম বাস্কাৰভিল। তেওঁ পিট প্ৰধানমন্ত্ৰী থকাৰ সময়ত হাউছ অব কমনছৰ কমিটিসমূহৰ চেয়াৰমেন আছিল।"

"মোৰ ঠিক বিপৰীত ফালে ক'লা মখমল কাপোৰ আৰু ফিতাৰে সেই অশ্বাৰোহীজন কোন?"

"অহ, তেওঁৰ বিষয়ে আপুনি জনাটো সংগত কথাই হ'ব। যতমানে অনৰ্থৰ তেৱেঁইতো মূল। সেইজন দুষ্ট হিউগো, বাস্কাৰভিলৰ চিকাৰী কুকুৰৰ কাহিনীৰ উৎস। আমি তেওঁক পাহৰি যোৱাৰ সম্ভাৱনা নাই।"

অলপ বিস্ময় অনুভৱ কৰি ময়ো প্ৰতিকৃতিখনলৈ থৰ লাগি চালোঁ।

হ'মছে ক'লে, "আচৰিত কথা। তেওঁক দেখোন দেখাত তেনেই শান্ত-শিষ্ট, নিৰীহ স্বভাৱৰ লোক যেন লাগে। অৱশ্যে মই ক'বই লাগিব যে তেওঁৰ চকুত চয়তানে জোপ লৈ থকা যেন দেখি। তথাপি মই তেওঁক এজন শক্তিশালী দুৰ্দান্ত লোক বুলি কল্পনা কৰিছিলোঁ।"

"বিশ্বাসযোগ্যতা সন্দেহাতীত। তেওঁৰ নামটো আৰু সময়, ১৮৬৭ চন, প্ৰতিকৃতিখনৰ পিছফালে লিখা আছে।"

হ'মছে আৰু কথা নবঢ়ালে। কিন্তু প্ৰাচীন প্ৰমোদ-পাগল ব্যক্তিজনৰ আলেখ্যই তেওঁক সম্মোহিত কৰা যেন লাগিল আৰু আহাৰ খাই থাকোঁতে তেওঁৰ দৃষ্টি ঘনাই তালৈ গ'ল। বহুত সময় পাছত, ছাৰ হেনৰি যেতিয়া নিজৰ কোঠালৈ গ'ল, তেতিয়া মই তেওঁৰ চিন্তা-স্ৰোতৰ আভাস পালোঁ। শোৱা-কোঠাৰ মম হাতলৈ তেওঁ মোক সেই বৃহৎ ভোজন কক্ষটোলৈ বুলি আকৌ লৈ আহিল আৰু মমডাল দেৱালত থকা, সময়ে বিবৰ্ণ কৰা সেই বিশেষ আলেখ্যখনৰ সন্মুখত দাঙি ধৰিলে।

"তুমি কিবা দেখিছানে বাৰু?"

মই বহল, পাখি লগোৱা টুপী, কেঁকোৰা চুলি, বগা ফিতাৰ কলাৰ আৰু কঠোৰ অথচ পৰিপাটি মুখখনলৈ চাই ৰ'লোঁ। মুখমণ্ডল পাশবিক নহয়, কিন্তু মুখখন পৰিপাটি, ওঁঠকেইটা পাতল, চকুযুগল শীতলভাৱে অসহিষ্ণু।

"তোমাৰ কোনোবা চিনাকি মুখৰ দৰে লাগিছেনে বাৰু?"

"হনুৰ কাষত অলপ ছাৰ হেনৰিৰ লগত মিল আছে।"

"বোধকৰোঁ সামান্য আভাস এটা আছে। বাৰু অলপ ৰোৱাচোন।" তেওঁ চকী এখনত থিয় হ'ল আৰু বাঁওহাতেৰে মমডাল দাঙি তেওঁ সোঁ হাতখনে আলেখ্যখনৰ বহল টুপীটো আৰু সুদীৰ্ঘ কেশকুন্তলৰ ওপৰেদি ঘূৰাই ঢাকি দিলে। বিস্ময়াভিভূত হৈ মই চিঞৰি দিলোঁ, "হে ভগবান।" কেনভাছত ষ্টেপল্টনৰ মুখখন স্পষ্ট হৈ পৰিল।

"হা, দেখিলানে। মোৰ নয়নযুগল মুখমণ্ডলৰ পৰীক্ষাৰ কাৰণে প্ৰশিক্ষিত, সজোৱা বস্তুবোৰ চোৱাৰ কাৰণে নহয়। অপৰাধ-অনুসন্ধানকাৰীৰ প্ৰথম প্ৰয়োজনীয় যোগ্যতাটোৱে হ'ল যে তেওঁ ছদ্মবেশ ভেদ কৰি প্ৰকৃত পৰিচয় উদ্‌ঘাটন কৰিব পাৰিব লাগিব।"

"কিন্তু এয়া সঁচাকৈয়ে বিস্ময়কৰ। এইখন ষ্টেপল্টনৰ আলেখ্য বুলিয়েই ক'ব পাৰি।"

"এৰা, এইটো পূৰ্বপুৰুষৰ ৰূপসাদৃশ্যৰ আমোদজনক উদাহৰণ। এই ৰূপসাদৃশ্য শাৰীৰিক মানসিক দুয়োটাই যেন লাগিছে। পৰিয়ালৰ প্ৰতিকৃতিসমূহৰ অধ্যয়নেই মানুহক পুনৰজন্মতত্ত্বত বিশ্বাসী কৰি তুলিবলৈ যথেষ্ট। এই মানুহজন এজন বাস্কাৰভিল—সেইটো স্পষ্ট।"

"উত্তৰাধিকাৰৰ অভিসন্ধিও তেওঁৰ আছে।"

"ঠিক কৈছা। এই প্ৰতিকৃতিখনে আমাক হেৰাই যোৱা বুলি অনুমান কৰা যোগসূত্ৰ উলিওৱাত সহায় কৰিছে। তেওঁ এতিয়া আমাৰ হাতত, ৱাটছন, আমি তেওঁক পালোঁ আৰু মই ডাঠি ক'ব পাৰোঁ যে কালি নিশাৰ আগতেই তেওঁ তেওঁৰ পখিলাবোৰৰ দৰে অসহায়ভাৱে আমাৰ জালত পৰি ধপধপাই থাকিব। এটা পিন, এটা কৰ্ক আৰু এখন কাৰ্ড—বছ, আমি তেওঁক আমাৰ বেকাৰ ষ্ট্ৰিটৰ সংগ্ৰহৰ অন্তৰ্ভুক্ত কৰিব পাৰিম।" তেওঁ প্ৰতিকৃতিখনৰপৰা মুখ আঁতৰাই এটা হাঁহি মাৰিলে। মই তেওঁক এনে হাঁহি মৰা কাচিৎহে দেখোঁ। এই হাঁহিয়ে প্ৰায়েই কাৰোবাৰ বিপদৰ সংকেট দিয়ে।

মই সোনকালেই শোৱাৰপৰা উঠিলোঁ। কিন্তু হ'মৃছ মোতকৈও আগতেই উঠিছিল। মই তেওঁক কাপোৰ-কানি পিন্ধি বাটেৰে আহি থকা দেখিলোঁ।

কামৰ স্ফূৰ্তিতে হাত মোহাৰি মোহাৰি তেওঁ মন্তব্য কৰিলে, "এৰা, আজি আমি

সমস্ত দিন ব্যস্ত থাকিম। জালবোৰ সকলো সঠিক ঠাইত পতা হ'ল, আমি এতিয়া টনা আৰম্ভ কৰিম। দিনটো শেষ হোৱাৰ আগতেই আমি গম পাম ডাঙৰ, পাতল হনুৰ লুণ্ঠনকাৰী মাছটো আমাৰ জালত পৰিলনে, সি জাল ফালি ওলাই গ'ল।"

"তুমি ইতিমধ্যেই তৃণভূমিলৈ গ'লা নেকি?"

"ছেলডনৰ মৃত্যুৰ বিষয়ে প্ৰিমপেনৰপৰা মই প্ৰিন্স টাউনলৈ ৰিপ'ৰ্ট এটা পঠালোঁ। মই কথা দিছোঁ এই বিষয়ত তোমালোকৰ কোনেও বিপদত নপৰা। মোৰ বিশ্বস্ত কাৰ্টৰাইটকো জনালোঁ যে মই নিৰ্বিঘ্নে আছোঁ, নহ'লে তেওঁ মোৰ কিবা অপকাৰ হোৱা বুলি ভাবি গৰাকীৰ সমাধিত কুকুৰে কৰাদি পঁজাটোৰ সন্মুখতে কন্দা-কটা কৰিলেহেঁতেন।"

"আমাৰ পাছৰ পদক্ষেপ কি?"

"ছাৰ হেনৰিক লগ ধৰা। অহ, তেওঁ আহিছে।"

বেৰনেটজনে ক'লে, "সুপ্ৰভাত, হ'মছ। আপোনাক মুখ্য সামৰিক বিষয়াৰ লগ লাগি যুদ্ধ এখনৰ আঁচনি কৰি থকা এজন সেনাপতি যেন লাগিছে।"

"সেইটোৱেই প্ৰকৃত পৰিস্থিতি। ৱাটছনে নিৰ্দেশৰ কাৰণে অপেক্ষা কৰিছে।"

"ময়ো আপোনাৰ নিৰ্দেশৰ অপেক্ষাত।"

"ঠিক আছে। পাছে, মই জনামতে আপুনি আজি নিশালৈ আমাৰ সুহৃদ ষ্টেপলটন পৰিয়ালৰ লগত আহাৰ খোৱাৰ কথা আছে।"

"আশা কৰিছোঁ আপুনিও আহিব। তেওঁলোক অতিথিপৰায়ণ লোক। মই নিশ্চিত যে আপুনি গ'লে তেওঁলোক আনন্দিত হ'ব।"

"ৱাটছন আৰু মই লণ্ডনলৈ যাব লাগিব।"

"লণ্ডনলৈ?"

"এৰা, বৰ্তমানৰ সন্ধিক্ষণত আমি তাত থকাটো অধিক জৰুৰী।"

বেৰনেটজন হতাশ হ'ল। "মই ভাবিছিলোঁ এই সময়ত মই কাম চলোৱাত আপোনালোকে মোক সহায় কৰিব। হল আৰু তৃণভূমি এতিয়া বৰ সুখৰ ঠাই হৈ থকা নাই বুলি আপোনালোকে জানে। অথচ মই এতিয়া অকলশৰে থাকিব লাগিব।"

"মৰমৰ বন্ধু, সন্দেহাতীতভাৱে আপুনি মোক সমৰ্থন জনাব লাগিব আৰু মই যি কওঁ সকলো সঠিকভাৱে মানি চলিব লাগিব। আপুনি আপোনাৰ সুহৃদসকলক ক'ব যে আমি আপোনাৰ লগতে তেওঁলোকৰ তালৈ যাব পাৰিলে সুখী হ'লোঁহেঁতেন। পাছে দৰকাৰী কামত আমি নগৰলৈ যাব লগা হ'ল। অতি সোনকালেই আমি

ডেভনশ্বিয়াৰলৈ উভতি আহিম বুলি ভাবিছোঁ। খবৰটো তেওঁলোকক দিবলৈ আপোনাৰ মনত থাকিবনে?"

"যদি আপুনি জোৰ কৰে দিব লাগিব।"

"আপোনাক দঢ়াই কৈছোঁ ইয়াৰ বাহিৰে আমাৰ অন্য উপায় নাই।"

বেৰনেটজনে নিশ্চয় আমি তেওঁক এৰি থৈ যাবলৈ ওলাইছোঁ বুলি ভাবিছে। তেওঁ গভীৰভাৱে আঘাত পালে আৰু কপাল মলিন হ'ল। তেওঁ নিৰুত্তাপভাৱে সুধিলে, "আপোনালোকে কেতিয়া ৰাওনা হ'ব?"

"প্ৰাতৰাশ শেষ হোৱাৰ লগে লগে। আমি কুম্বে ট্ৰেছিলৈ ঘোঁৰাগাড়ীত যাম। ৱাটছনে তেওঁৰ বস্তুবোৰ ইয়াতে এৰি থৈ যাব। তেওঁৰ আপোনাৰ ওচৰলৈ অহাৰ পণ। ৱাটছন, তুমি ষ্টেপলটনলৈকো টোকা এটা পঠাবা। তেওঁলোকৰ নিমন্ত্ৰণ ৰক্ষা কৰিব নোৱৰাৰ ক্ষমা-প্ৰাৰ্থনা।"

বেৰনেটজনে ক'লে, "মোৰো আপোনালোকৰ লগত লণ্ডনলৈ যাবলৈ মন গৈছে। মই ইয়াত অকলে কিয় থাকিম?"

"কাৰণ এইখনেই হ'ল আপোনাৰ কৰ্মস্থান। কাৰণ, আপুনি মোক কথা দি থৈছে যে মই যি কৰিবলৈ দিওঁ তাকে কৰিব। মই এতিয়া আপোনাক কৈছোঁ যে আপুনি ইয়াতে থাকক।"

"ঠিক আছে তেনেহ'লে, মই ইয়াতে থাকিম।"

"আৰু এটা নিৰ্দেশ। মেৰিপিট হাউছলৈ আপুনি ঘোঁৰাগাড়ীত যাব। আপুনি গৈ পোৱাৰ লগে লগে গাড়ীখন পঠাই দিব আৰু গৃহস্থক জনাব যে ঘৰলৈ আপোনাৰ খোজ কাঢ়ি ওভতাৰ ইচ্ছা।"

"তৃণভূমিৰ মাজেৰে খোজ কাঢ়ি?"

"এৰা।"

"কিন্তু আপুনিতো সদায় মোক এই কামটোকে কৰাত বাধা দি আহিছে।"

"এইবাৰ আপুনি নিৰ্বিঘ্নে এই কামটো কৰিব পাৰিব। যদি আপোনাৰ সাহসিকতাৰ আৰু স্নায়ুবিক ক্ষমতাৰ বিষয়ে মোৰ পূৰা বিশ্বাস নাথাকিলহেঁতেন, মই আপোনাক এই কাম কৰিবলৈ নিদিলোঁহেঁতেন। আপুনি এই কামটো কৰাটো বৰ প্ৰয়োজনীয়।"

"তেনেহ'লে মই তেনেকৈয়ে কৰিম।"

"আপুনি নিশ্চয় নিজৰ জীৱনক মূল্য দিয়ে, সেয়েহে কৈছোঁ মেৰিপিট হাউছৰপৰা তৃণভূমিৰ মাজেৰে আহি আপুনি পোনে পোনে গ্ৰিমপেন ৰোডত উঠিব

আৰু তাৰপৰা চিধা ঘৰলৈ বুলি বাট বুলিব। এইটোৱেইতো স্বাভাৱিক ৰাস্তা। অনুগ্ৰহ কৰি অকণো ইফাল-সিফাল নকৰিব।"

"আপুনি যি কৈছে মই তাকেই কৰিম।"

"ঠিক আছে। প্ৰাতৰাশ শেষ হোৱাৰ লগে লগেই যিমান সম্ভৱ সোনকালে মই যাত্ৰা কৰিম, যাতে লণ্ডন আবেলি পাওঁগৈ।"

মই এই ভ্ৰমণসূচীৰ বিষয়ে জানি সঁচাই আচৰিত হ'লোঁ। অৱশ্যে যোৱা ৰাতি হ'মৃছে ষ্টেপলটনক কৈছিল যে তেওঁ আজিয়েই যাবগৈ। কিন্তু তেওঁ যে মোকো লগত লৈ যাব সেইটো মই ভবা নাছিলোঁ। তদুপৰি, তেওঁ দেখোন নিজেই কৈছে যে এইটো চৰম সংকটৰ সময়। এই সময়তো আমি দুয়োজনেই আঁতৰি থকাৰ কাৰণো মই বুজিবলৈ অসুবিধা পাইছোঁ। কিন্তু সকলো কথাতে প্ৰশ্নাতীত আনুগত্যৰ বাহিৰে মোৰ আন একো কৰিব লগা নাই; সেয়েহে আমি দুয়ো উমৈহতীয়া বন্ধুগৰাকীৰপৰা বিদায় ল'লোঁ। দুঘণ্টামান পাছতে আমি 'কুম্বে ট্ৰেছি' ষ্টেছন পাই বাগীখনক বিদায় দিলোঁ। প্লেটফৰ্মতে সৰু ল'ৰা এটাই অপেক্ষা কৰি আছিল।

"কিবা নিৰ্দেশ আছে নেকি, ছাৰ?"

"কাৰ্টৰাইট, তুমি এইখন ৰেলগাড়ীতে নগৰলৈ যাবা। গৈ পায়েই তুমি ছাৰ হেনৰি বাস্কাৰভিললৈ মোৰ নামত এখন টেলিগ্ৰাম পঠাবা। টেলিগ্ৰামত কোৱা হ'ব যে মই এখন পকেট-বুক পাহৰি এৰি থৈ আহিলোঁ আৰু তেওঁ যাতে সেইখন ৰেজিষ্টাৰ-পোষ্ট কৰি বেকাৰ ষ্ট্ৰিটলৈ পঠাই দিয়ে।"

"হ'ব, ছাৰ।"

"ষ্টেছন অফিছাৰক সোধাচোন মোৰ নামত কিবা খবৰ আছে নেকি?"

ল'ৰাজনে এখন টেলিগ্ৰাম লৈ আহিল। হ'মৃছে সেইখন মোক চাবলৈ দিলে। তাত আছিল :

> "টেলিগ্ৰাম পালোঁ। চহী নোহোৱা ৱাৰেন্ট লৈ গৈ আছোঁ। চাৰে পাঁচ বজাত পামগৈ। লেষ্ট্ৰেড্।"

"এইখন মই ৰাতিপুৱা পঠিওৱা টেলিগ্ৰামৰ উত্তৰ। বৃত্তিধাৰীসকলৰ ভিতৰত তেৰেঁই শ্ৰেষ্ঠ আৰু আমাৰ তেওঁৰ সাহায্যৰ প্ৰয়োজন। এতিয়া ৱাটছন, তোমাৰ চিনাকি মিছেছ লৰা লায়নৰ ওচৰলৈ যোৱাটোৱেই হ'ব আমাৰ সময়ৰ সদ্ব্যৱহাৰ।"

তেওঁৰ অভিযানৰ আঁচনি স্পষ্ট হ'বলৈ ধৰিছে। ষ্টেপলটনে পৰিয়ালক আমি সঁচাকৈয়ে গ'লোঁ বুলি পতিয়ন নিয়াবলৈ তেওঁ বেৰনেটজনৰ সহায় লৈছে। অথচ প্ৰয়োজনীয় মুহূৰ্ত্তত আমি ঠিকেই ঘূৰি যাম। ছাৰ হেনৰিয়ে ষ্টেপলটন পৰিয়ালৰ আগত

লণ্ডনৰপৰা পঠোৱা টেলিগ্ৰামখনৰ কথা উল্লেখ কৰা লগে লগে তেওঁলোকৰ মনত আমাৰ অনুপস্থিতি সম্বন্ধে আৰু কোনো সন্দেহ নাথাকিব। মই ভাবোঁ ইতিমধ্যে ক্ষীণ-হনুৰ 'পাইক' মাছটোৰ চাৰিওফালে জাল চপাই অনা হৈছে।

মিছেছ লৰা লায়ন্স কাৰ্য্যালয়তে আছিল। স্পষ্ট আৰু প্ৰত্যক্ষভাৱে শ্বাৰলক হ'ম্‌ছে তেওঁৰ লগত কথা-বতৰা আৰম্ভ কৰা দেখি মই আচৰিত হ'লোঁ।

তেওঁ ক'লে, "মই প্ৰয়াত ছাৰ চাৰ্লছ বাস্কাৰভিলৰ মৃত্যুৰ লগত জড়িত পৰিস্থিতি সম্বন্ধে অনুসন্ধান কৰিছোঁ। এই যে মোৰ বন্ধু ডা০ ৱাটছন, আপুনি তেওঁক এই সম্পৰ্কে কি ক'লে আৰু কি নোকোৱাকৈ থাকিল সকলো মোক জনাইছে।"

তেওঁ ধৃষ্টতাৰে সুধিলে, "মই কি নোকোৱাকৈ থাকিলোঁ?"

"আপুনি স্বীকাৰ কৰিছে যে ছাৰ চাৰ্লছক গেটত দহ বজাত থাকিবলৈ আপুনি অনুৰোধ কৰিছিল। সেইটোৱেই তেওঁৰ দেহাৱসানৰ সময় আছিল বুলি আমি জানো। এই দুয়োটা ঘটনাৰ মাজত কি সম্বন্ধ আছে আপুনি জনোৱা নাছিল।"

"কোনো সম্বন্ধ নাই।"

"তেনেহ'লে এনে সম-সংঘটন এটা অতিকৈ অসাধাৰণ ঘটনাৰূপে বিবেচিত হ'ব। কিন্তু মই ভাবোঁ, আমি ইয়াত এটা সংযোগ আছিল বুলি প্ৰমাণ কৰাত সফল হ'ম। মিছেছ লায়ন্স, মই আপোনাক সম্পূৰ্ণ খোলাকৈ জনাব খোজোঁ যে এই কেছটো আমি এটা খুন বুলি ভাবোঁ আৰু সাক্ষ্য অনুসৰি এই সম্পৰ্কত আপোনাৰ বন্ধু মিষ্টাৰ ষ্টেপল্‌টন আৰু তেওঁৰ পত্নীক জড়িত কৰা হ'ব পাৰে।"

মহিলাগৰাকী তেওঁৰ চকীৰপৰা জাঁপ মাৰি উঠিল।

তেওঁ উচ্চৈস্বৰে ক'লে, "তেওঁৰ পত্নী!"

"কথাটো এতিয়া গোপন হৈ থকা নাই। যিগৰাকী মানুহক তেওঁ ভগ্নী বুলি কয়, প্ৰকৃততে তেওঁ তেওঁৰ পত্নী।"

মিছেছ লায়ন্স তেওঁৰ চকীত বহিল। তেওঁ হাত দুখনেৰে চকীৰ নালত খামোচ মাৰি ধৰিলে। হেঁচা খাই তেওঁৰ গোলাপী ৰঙৰ নখকেইটাই বগা বৰণ লোৱা মই দেখা পালোঁ।

তেওঁ আকৌ ক'লে, "তেওঁৰ পত্নী! তেওঁৰ পত্নী! তেওঁতো বিবাহিত মানুহ নহয়।"

শ্বাৰলক হ'ম্‌ছে তেওঁৰ কান্ধ কোঁচালে।

"আপুনি মোক প্ৰমাণ দিয়ক। প্ৰমাণ দিয়ক। যদি প্ৰমাণ দিব পাৰে, তেনেহ'লে মই...।" তেওঁৰ জ্বলন্ত চকু কথাতকৈ বেছি সৰৱ হ'ল।

তেওঁৰ জেপৰপৰা কেইবাখনো কাগজ উলিয়াই হ'ম্‌ছে ক'লে, "মই সাজু হৈয়ে আহিছোঁ। কেইবছৰমান আগতে তোলা এই দম্পতীৰ এয়া ফট'গ্ৰাফ। ফট'গ্ৰাফৰ তলত চিনাকি দিয়া হৈছে মিষ্টাৰ আৰু মিছেছ ভেণ্ডেলৰ বুলি। পাছে আপুনি যদি তেওঁলোকক দেখিছে তেনেহ'লে তেওঁলোকক চিনি পোৱাত অসুবিধা নহ'ব। ইয়াত এয়া তিনিজন বিশ্বাসযোগ্য সাক্ষীৰ ভেণ্ডেলৰ দম্পতীৰ বিষয়ে লিখিত বৰ্ণনা। এই দম্পতীয়ে সেই সময়ত ছেইণ্ট অলিভাৰ প্ৰাইভেট স্কুল চলাইছিল। আপুনি পঢ়ি চাওক আৰু এওঁলোকৰ পৰিচয়ত আপোনাৰ কিবা সন্দেহ থাকিব পাৰে নেকি চিন্তা কৰক।"

তেওঁ এবাৰ সেইবোৰত চকু ফুৰালে। তাৰ পাছত মূৰ দাঙি তেওঁ এক স্থিৰ, কঠিন দৃষ্টিৰে আমালৈ চালে। তেওঁৰ মুখৰ অভিব্যক্তি আছিল এগৰাকী বেপৰোৱা নাৰীৰ।

তেওঁ ক'লে, "মিষ্টাৰ হ'ম্‌ছ, স্বামীৰ লগত মোৰ বিবাহ বিচ্ছেদ হ'লে এই মানুহজনে মোক বিয়া কৰোৱাৰ প্ৰস্তাৱ দিছিল। মানুহজন সকলো প্ৰকাৰেই এজন দুষ্ট প্ৰকৃতিৰ লোক। তেওঁ মোৰ আগত মিছা মাতিছিল। কিয়, কিয় তেওঁ এনে কৰিছিল? মই ভাবিছিলোঁ যে মোৰ প্ৰতি দয়া-পৰৱশ হৈ তেওঁ কামবোৰ কৰিছিল। কিন্তু এতিয়া বুজিছোঁ যে মই মাথোঁ তেওঁৰ হাতৰ পুতলা আছিলোঁ। যিজনে মোক বিশ্বাসঘাতকতা কৰিলে, তেওঁ কেনেকৈ মোৰ বিশ্বাস-ভাজন হ'ব? তেওঁৰ নিজৰ কু-কৰ্মৰ ফল ভোগ কৰাৰপৰা মই তেওঁক ৰক্ষা কৰাৰ চেষ্টা কিয় কৰিম? আপুনি কি জানিব বিচাৰিছে মোক সোধক আৰু মই কোনো লুক-ঢাক নকৰাকৈ উত্তৰ দিম। এটা কথা মই শপত খাই কৈছোঁ যে যেতিয়া মই চিঠিখন লিখিছিলোঁ, বৃদ্ধ ভদ্ৰলোকগৰাকীৰ কিবা অনিষ্ট হোৱাৰ কথা কেতিয়াও কল্পনা কৰা নাছিলোঁ। তেওঁ মোৰ অতিকৈ চেনেহৰ সুহৃদ আছিল।"

শ্বাৰলক হ'ম্‌ছে ক'লে, "মহাশয়া মই আপোনাৰ কথা সম্পূৰ্ণভাৱে বিশ্বাস কৰিছোঁ। আপুনি নিজে গোটেই কথাখিনিৰ পুংখানুপুংখকৈ বৰ্ণনা দিয়ালে নিশ্চয় ভেজাৰ পাব। যদি মই তেতিয়া কি ঘটিছিল বৰ্ণনা দি যাওঁ, তেতিয়া কিবা দৰকাৰী কথা মই এৰি গ'লে অথবা ভুলকৈ ক'লে আপুনি যদি শুধৰাই দিয়ে, তেন্তে বোধকৰোঁ ভাল হ'ব। চিঠিখন পঠিওৱাৰ পৰামৰ্শ আপোনাক ষ্টেপলটনে দিছিল নেকি?"

"চিঠিখনৰ তেওঁ প্ৰতিলিপি দিছিল।"

"মোৰ ধাৰণা এইটোৱেই যে চিঠিখন লিখিলে আপোনাৰ বিবাহ-বিচ্ছেদৰ কাৰণে ছাৰ চাৰ্লছৰপৰা সহায় পাব বুলি তেওঁ কৈছিল।"

"ঠিক সেইটোৱেই।"

"আপুনি চিঠিখন পঠিওৱাৰ পাছত কিন্তু তেওঁ আপোনাক নিৰ্ধাৰিত সময়ত চাৰ্লছক দেখা কৰাত বাধা দিলে।"

'তেওঁ মোক কৈছিল যে এনে এটা কামত বেলেগ এজনৰপৰা ধন ল'লে তেওঁৰ আত্মসন্মান লাঘৱ হ'ব; যদিও তেওঁ নিজে দৰিদ্ৰ লোক, তথাপি আমাৰ মাজত থকা বাধা আঁতৰাবলৈ নিজৰ শেষ পেনিটোও খৰচ কৰিবলৈ প্ৰস্তুত।"

"তেওঁক এক সংগতিপূৰ্ণ চৰিত্ৰ যেন লাগিছে। ইয়াৰ পাছত বাতৰিকাকতত তেওঁৰ মৃত্যুৰ সংবাদ নোপোৱালৈকে আপুনি এই বিষয়ে একো জনা নাছিল?"

"নাই।"

"ছাৰ চাৰ্লছৰ লগত আপোনাৰ দেখা-সাক্ষাতৰ কাৰণে সময় ঠিক হৈ থকা কথাটো ক'তো নক'বলৈ বুলি তেওঁ আপোনাক শপত খুৱাইছিল?"

"হয়, তেওঁ শপত খুৱাইছিল। তেওঁ কৈছিল যে এই মৃত্যু বৰ ৰহস্যজনক আৰু যদিহে কথাবোৰ ওলাই পৰে মোক নিশ্চয় সন্দেহ কৰিব। তেওঁ মোক ভয় খুৱাই মনে মনে থাকিবলৈ বাধ্য কৰাইছিল।"

"আপুনি ঠিকেই কৈছে। কিন্তু আপোনাৰ অলপ সন্দেহ আছিল, নহয়নে?"

তেওঁ অলপ খেৰোগেঁৰো কৰিলে আৰু চকু তললৈ নমালে।

তেওঁ ক'লে, "তেওঁক মই জানিছিলোঁ। যদিহে তেওঁ বিশ্বাসঘাতকতা নকৰিলেহেঁতেন, ময়ো সদায় তেওঁৰ বিশ্বাস ৰাখিলোঁহেঁতেন।"

শ্বাৰলক হ'ম্‌ছে ক'লে, "মই ভাবোঁ মুঠৰ ওপৰত আপুনি ভাগ্যক্ৰমেহে সাৰিব পাৰিলে। তেওঁ জানিছিল যে আপুনি তেওঁক নিজৰ আয়ত্তৰ ভিতৰত ৰাখিছিল, সেইটো তেওঁ জানিছিল, তথাপিও আপুনি জীয়াই থাকিল। আপুনি কেইমাহমান এঢলীয়া থিয় পৰ্বতৰ ওপৰত একেবাৰে কাষেদি খোজ কাঢ়িলে। মিছেছ লায়ন্স, আমি এতিয়া শুভপ্ৰভাত জনাই আপোনাৰপৰা বিদায় মাগিছোঁ, আৰু অতি সোনকালে আকৌ আমি এই বিষয়ে আপোনাৰ লগত যোগাযোগ কৰাৰ সম্ভাৱনা ৰাখিছোঁ।"

নগৰৰপৰা অহা এক্সপ্ৰেছ ৰেলগাড়ীখনলৈ অপেক্ষা কৰাৰ সময়ত হ'ম্‌ছে ক'লে, "আমাৰ কেছ শেষ হৈয়ে আহিছে। আমাৰ সন্মুখৰ সংকটবোৰ এটা এটাকৈ আঁতৰি গৈছে। আধুনিক যুগৰ এটা অতি বৈশিষ্ট্যপূৰ্ণ আৰু চাঞ্চল্যকৰ অপৰাধৰ এটা অবিচ্ছিন্ন বৰ্ণনা দিবলৈ মই সমৰ্থ হ'ম। অপৰাধবিজ্ঞানৰ ছাত্ৰসকলে এইটোৰ লগতে আৰু দুটা কেছৰ কথাও মনত পেলাব। সেই কেছ দুটা হ'ল, ৬৬ চনত ক্ষুদ্ৰ ৰুছিয়াৰ গডনোৰ

ঘটনাটো আৰু আনটো নৰ্থ কেম্ব'লিনাৰ এগুৱাৰছনৰ হত্যাৰ অপৰাধটো। কিন্তু বৰ্তমানৰ কেছটোৰ কিছুমান বৈশিষ্ট্য সম্পূৰ্ণৰূপে পৃথক আৰু নিজস্ব। অৱশ্যে এতিয়ালৈকে কূটবুদ্ধিৰ এই মানুহজনৰ বিপক্ষে নিখুঁত অভিযোগ যুগুত কৰিবলৈ আমি সমৰ্থ হোৱা নাই। কিন্তু আজি নিশা আমি শুবলৈ যোৱাৰ আগতেই এইটো সম্পূৰ্ণ কৰিব নোৱাৰিলে মই অতি আচৰিত হ'ম।"

গৰ্জনমুখৰ লণ্ডন এক্সপ্ৰেছ ৰেলগাড়ীখন সময়মতেই ষ্টেছন পালেহি। ৰেলগাড়ীখনৰপৰা এজন চুটি-চাপৰ, ক্ষীণ অথচ ষাঁড়ৰ লগত যুঁজ দিব পৰা বুলডগৰ নিচিনা মানুহ প্ৰথম শ্ৰেণীৰ যানৰপৰা জঁপ মাৰি নামিল। আমি তিনিও ইজনে সিজনৰ কৰমৰ্দন কৰিলোঁ। পৰম শ্ৰদ্ধাৰে মোৰ সহযোগীৰ ফালে লেছষ্ট্ৰেডে থৰ লাগি চাই থকা তৎক্ষণাৎ মোৰ চকুত পৰিল।

যি দেখিছোঁ পোন প্ৰথমতে তেওঁলোকে একেলগে কাম কৰা সময়ৰপৰা এইখিনি সময়ৰ ভিতৰত লেছষ্ট্ৰেডৰ ভাল শিক্ষাই হৈছে। মোৰ এতিয়াও মনত আছে কেনেকৈ এই কামৰ মানুহজনে যুক্তি-নিৰ্ভৰ ব্যক্তিগৰাকীৰ সূত্ৰসমূহ পোন প্ৰথমতে অৱজ্ঞাৰ দৃষ্টিৰে চাইছিল।

লেছষ্ট্ৰেডে সুধিলে, "কিবা ভাল খবৰ আছে নেকি?"

হ'মছে ক'লে, "বহু বছৰৰ ভিতৰত এক বৃহত্তম ঘটনা। আৰম্ভ কৰাৰ আগতে এতিয়াও আমাৰ হাতত দুঘণ্টা সময় আছে। আমি এই সময়তে কিবাকিবি অলপ খাই লওঁ। তাৰ পাছত আমি লণ্ডনৰ ডাৰ্টমুৰৰ বিশুদ্ধ নিশাৰ বতাহেৰে আপোনাৰ কণ্ঠত লণ্ডনৰপৰা লাগি অহা কুঁৱলী আঁতৰাবলৈ যাম। কেতিয়াবা তালৈ গৈছেনে? অহ্ মই ভাবোঁ তালৈ বুলি যোৱা আপোনাৰ এই প্ৰথম ভ্ৰমণ কেতিয়াও পাহৰি পেলাব নোৱাৰিব।"

অধ্যায় ১৪

# বাস্কাৰভিল পৰিয়ালৰ চিকাৰী কুকুৰ

শ্বাৰলক হ'মছৰ এটা দোষ হৈছে, যদি সঁচাকৈয়ে কোনোবাই এইটো দোষ বুলি কয়, তেওঁৰ সম্পূৰ্ণ আঁচনিখন সমাধা হোৱাৰ মুহূৰ্তলৈকে আনক জনাবলৈ বৰ টান পায়। এইটো সন্দেহ নাই যে আংশিকভাৱে হ'লেও এনে হোৱাৰ কাৰণ তেওঁৰ প্ৰভুত্ব বিস্তাৰ কৰিব খোজা প্ৰবৃত্তি। তেওঁ নিজৰ চাৰিওফালে থকা লোকসকলক চমক দি প্ৰভাৱ পেলাব খোজে। আকৌ পেছাদাৰী সাৱধানতা হিচাবেও তেওঁ কিছু পৰিমাণে এনেকুৱা কৰিব লগা হয়। ফলস্বৰূপে তেওঁৰ এজেন্ট আৰু সহায়কাৰীসকলৰ দুৰ্ভোগ হয়। এনে পৰিস্থিতিত মই প্ৰায়েই কষ্ট খাব লগাত পৰোঁ, কিন্তু আন্ধাৰৰ মাজত সেইদিনা কৰা সুদীৰ্ঘ যাত্ৰাটোৰ দৰে কষ্ট মই কেতিয়াও পোৱা নাছিলোঁ। আমাৰ সম্মুখত অগ্নিপৰীক্ষা, অৱশেষত আমি চৰম চেষ্টা চলাম, তথাপি হ'মছে মোক এই বিষয়ে একো কোৱা নাই, তেওঁৰ সমস্যা সমাধানৰ পদ্ধতি সম্বন্ধে মই মাথোঁ অনুমানহে কৰিব পাৰোঁ। শীতল বতাহ যেতিয়া আমাৰ গাত লাগিল আৰু ঠেক বাটটোৰ দুয়োকাষে থকা আন্ধাৰে আবৰি থকা খোলা ঠাইবোৰ চকুত পৰিল, মই গম পালোঁ যে আমি আকৌ তৃণভূমিত সোমালোঁ। প্ৰত্যাশাত মোৰ স্নায়ু উত্তেজিত হ'ল। ঘোঁৰাৰ প্ৰতিটো কদমে চকাৰ প্ৰতিটো পাকে আমাক অভিযানৰ শীৰ্ষ পৰ্য্যায়ৰ ওচৰ চপাই আনিছে।

আমাৰ আচল কথা-বতৰা ভাৰালৈ অনা বাগীখনৰ কচোৱানজনৰ উপস্থিতিৰ কাৰণে বাধাপ্ৰাপ্ত হৈছে। সেয়েহে আমি গুৰুত্বহীন কথা কিছুমান পাতি আহিছোঁ, অথচ আবেগ আৰু প্ৰত্যাশাত আমি আটায়ে অস্থিৰ। এই অস্বাভাৱিক অস্থিৰতাৰপৰা আমি ফ্ৰেংকলেণ্ডৰ ঘৰ পোৱাৰ পাছতে কিছু ৰক্ষা পালোঁ। আমি গম পালোঁ যে আমি 'হল'ৰ আৰু আমাৰ কাৰ্য্য ক্ষেত্ৰৰ কাষ চাপি আহিছোঁ। আমি 'হল'ৰ দুৱাৰমুখলৈ বাগীখন লৈ নগ'লোঁ। ঘাই ৰাস্তাৰ মুখতে বাগীৰপৰা নামিলোঁ। বাগীখনৰ ভাৰা দিয়া হ'ল আৰু সেইখন কুম্বে ট্ৰেছিলৈ তৎক্ষণাৎ লৈ যাবলৈ কোৱা হ'ল। তাৰ পাছত আমি মেৰিপিট হাউছৰ ফালে খোজ ল'লোঁ।

"লেষ্ট্ৰেড, আপোনাৰ লগত অস্ত্ৰ আছেনে নাই?"

চুটি-চাপৰ ডিটেক্টিভজনে মিচিকি হাঁহি এটা মাৰিলে।

"মই পিন্ধি থকা প্যাণ্টৰ পিছফালেও পকেট এখন আছে আৰু এই পকেটখন যেতিয়া আছে, তাত কিবা বস্তু মই থওঁ।"

"ভাল কথা। জৰুৰীকালীন সময়ৰ কাৰণে মোৰ বন্ধু আৰু মযো সদায় সাজু হৈ থাকোঁ।"

"এই কামৰ একেবাৰে চৰম অৱস্থাত আমি উপনীত হোৱা যেন লাগিছে, মিষ্টাৰ হ'মছ। এতিয়া পাছে আমাৰ কি কাম?"

"এতিয়া আমাৰ অপেক্ষা কৰা কাম।"

কঁপি কঁপি তেওঁৰ চাৰিওকালে থকা বিষণ্ণ, হেলনীয়া হৈ থকা পাহাৰবোৰত আৰু গ্ৰিমপেন পিটনিত থকা ঘন কুঁৱলীয়ে আৱৰা বিশাল হ্ৰদটোত দৃষ্টি পেলাই ডিটেক্টিভজনে ক'লে, "মই কিন্তু ক'বলৈ বাধ্য, এই ঠাইখন আকৰ্ষণীয় যেন লগা নাই। অ', অলপ দূৰতে আমাৰ সন্মুখত পোহৰ দেখা পাইছোঁ।"

"সেইটো মেৰিপিট হাউছ, আমাৰ যাত্ৰাৰ লক্ষ্য। মই অনুৰোধ জনাইছোঁ আমি যাতে এতিয়া হাতত সাৰে ভৰিত সাৰে আগ বাঢ়োঁ আৰু কথা-বতৰা ফুচুকুচাইহে পাতোঁ।"

আমি বাটটোৰেদি সাৱধানে আগ বাঢ়িলোঁ, কিন্তু ঘৰটো পাবলৈ দুশ গজমান থাকোঁতেই হ'মছে আমাক ৰ'বলৈ ক'লে।

তেওঁ ক'লে, "আৰু আগ বাঢ়িব নালাগে। সোঁফালে থকা এই শিলবোৰে বঢ়িয়া আঁৰ দিব।"

"আমি ইয়াত ৰৈ থাকিব লাগিব?"

"এৰা, ইয়াতে আমি এটা সৰু-সুৰা আক্ৰমণৰ কাৰণে চোপ ল'ম। লেষ্ট্ৰেড, ভিতৰৰ গাঁতটোৰ ফালে সোমাই যাওক। ৱাটছন, তুমি হাউছলৈ আগতে আহিছা নহয়? কোঠাকেইটাৰ অৱস্থিতি কেনেকুৱা ক'ব পাৰিবা নহয়? শেষৰ ফালে থকা জালী কটা খিৰিকি থকা কোঠাটো কি?"

"সেইবোৰ ৰান্ধনিঘৰৰ খিৰিকি।"

"আৰু তাৰ কাষতে সিফালে বৰকৈ জলমলাই থকা কোঠাটো?"

"সেইটো নিশ্চয় ভোজন-কক্ষ।"

"খিৰিকিবোৰৰ পৰ্দা দাঙি থোৱা আছে। ঠাইখনৰ লগতো তোমাৰ ভাল পৰিচয় আছে। তুমি বগুৱা বাই গৈ তেওঁলোকেনো কি কৰি আছে এবাৰ চাই আহা। কিন্তু ভগবানৰ দোহাই, ভুলতো যাতে তেওঁলোকে গম নাপায় যে তেওঁলোকক সতৰ্কতাৰে নিৰীক্ষণ কৰি থকা হৈছে।"

পথটোৰেদি মই খুপি খুপি আগ বাঢ়িলোঁ আৰু চাপৰ চাপৰ ফলমূলৰ গছৰ বাগিচাখনৰ চাৰিওফালে থকা চাপৰ দেৱালখনৰ কাষত কুঁজা হৈ তাৰ ছাঁই ছাঁই বগুৱা

ব্লাই এনে এডোখৰ ঠাই বাছি উলিয়ালোঁ, য'ৰপৰা পৰ্দা নোহোৱা খিৰিকি এখনেৰে [illegible]পোনে ভিতৰলৈ চাব পাৰি।

কোঠাটোত মাথোন দুজন মানুহ। ছাৰ হেনৰি আৰু ষ্টেপলটন। তেওঁলোকে ঘূৰণীয়া মেজখনৰ দুয়োকাষে মোৰ ফালে মু-কৰিয়েই বহি আছে। দুয়োজন ছিগাৰ হুপি আছে, কফি আৰু সুৰা তেওঁলোকৰ সম্মুখত। ষ্টেপলটনে উছাহেৰে কথা-বতৰা কৈ আছে, কিন্তু বেৰনেটজনক শেঁতা পৰা আৰু অমনোযোগী যেন লাগিল। বোধকৰোঁ অশুভ ঘটনা সংঘটিত হৈ থকা তৃণভূমিৰ মাজেৰে নিশা অকলশৰে যাব লগা হোৱাৰ বিভীষিকাই তেওঁৰ মন আচ্ছন্ন কৰি থৈছিল।

মই চাই থাকোঁতে ষ্টেপলটন কোঠাটোৰপৰা ওলাই গ'ল। সেই সময়ত ছাৰ হেনৰিয়ে সুৰাৰ গিলাছ আকৌ পূৰাই ল'লে আৰু ছিগাৰৰ ধোঁৱা উৰুৱালে। তেনেতে মই এখন দুৱাৰৰ কেৰকেৰণি আৰু পকাত বুটজোতাই কৰা মচ্‌মচীয়া শব্দ শুনিবলৈ পালোঁ। মই কুঁজা হৈ থকা ঠাইৰ সিপাৰৰপৰা খোজবোৰৰ শব্দ আহিছিল। মই ভালদৰে চাই দেখিলোঁ যে প্ৰকৃতিবিদজনে বাগিচাখনৰ চুক এটাত মূল ঘৰৰপৰা আঁতৰত [illegible] সৰু ঘৰ এটাৰ দুৱাৰমুখত থমকি ৰৈছে। তেওঁ ঘৰটোৰ দুৱাৰত থকা তলা খোলাত হোৱা চাবিৰ শব্দ শুনিবলৈ পালোঁ। তেওঁ সোমোৱাৰ পাছতে ঘৰটোৰ ভিতৰৰপৰা আচহুৱা দবৰা-দবৰিৰ শব্দ কিছুমান আহিল। মাত্ৰ এক মিনিটমানৰ কাৰণে তেওঁ তাত আছিল; তাৰ পাছতে মই আকৌ চাবিৰ শব্দ শুনিলোঁ আৰু তেওঁ মোৰ কাষেৰেই পাৰ হৈ গৈ মূল ঘৰত সোমালগৈ। মই তেওঁক পুনৰ অতিথিৰ লগত দেখিলোঁ আৰু মই নিৰৱে বগুৱা বাই আহি মোৰ বন্ধুসকলৰ লগ লাগিলোঁহি। তেওঁলোকক মই দেখা সমস্ত ঘটনা বিৱৰি ক'লোঁ।

মোৰ ৰিপ'ৰ্ট শেষ হোৱাৰ লগে লগেই হ'মছে সুধিলে, "ৱাটছন, তুমি কৈছা যে মহিলাগৰাকী তাত নাই?"

"নাই।"

"যিহেতু ৰান্ধনিঘৰৰ বাহিৰে আৰু আন কোনো কোঠাতে পোহৰ নাই, তেওঁনো আক' ক'ত থাকিব?"

"ময়ো তেওঁ ক'ত আছে ভাবি পোৱা নাই।"

বিশাল গ্ৰিমপেন পিটনি ঘন কুঁৱলীয়ে আবৰি থকা বুলি মই কৈছোঁৱেই। এই কুঁৱলী লাহে লাহে আমাৰ ফালে আগুৱাই আহি আমাৰ কাষতে চাপৰ দেৱাৰ এখনৰ দৰে বেঢ়ি পেলালে।

ইয়াৰ ওপৰতে জোনে পোহৰ বিলাই এক তিৰবিৰাই থকা বিশাল বৰফে আবৰি

থকা অঞ্চল যেন কৰিছে। দূৰত আকৌ দেখা গৈছে মূৰ দাঙি উঠা পাহাৰৰ শিলবোৰ। হ'মৃছে সেইফালে মূৰ ঘূৰাই চাই ধীৰ গতিত আগ বাঢ়ি অহা কুঁৱলী দেখি উৎকণ্ঠাৰে ভোৰভোৰালে।

"বাটছন, কুঁৱলীবোৰ দেখোন আমাৰ ফালেই আহিল।"

"সংকটজনক অৱস্থাৰ সৃষ্টি কৰিব নেকি?"

"এৰা, সঁচাকৈয়ে তেনে আশংকা আছে। এই এটা বস্তু, যি আমাৰ সকলো আঁচনি থানবান কৰি পেলাব পাৰে। পাছে তেওঁ বেছি দেৰি কৰিব নালাগে। দহ বাজিলেই কুঁৱলীয়ে পথ ঢাকি পেলোৱাৰ আগতেই তেওঁৰ আগমনৰ ওপৰতে নিৰ্ভৰ কৰিছে আমাৰ সাফল্য, আনকি তেওঁৰ নিজৰ জীৱনো।"

এনেয়ে পাছে আমাৰ ওপৰৰ আকাশ মুক্ত আৰু সুন্দৰ। শীতল পোহৰ বিলাই তৰাবোৰে তিৰবিৰাই আছে আৰু অৰ্ধ-চন্দ্ৰই এক অনিশ্চিত শীতল পোহৰেৰে নৈসৰ্গিক দৃশ্যৰাজিক গা ধুৱাইছে। ৰূপালী চুমকি লগোৱা আকাশৰ তলত আমাৰ সম্মুখত থিয় হৈ আছে ক'লা অৱয়ৱৰ [illegible] তাৰ খাঁজ কটা মূধচ আৰু বঙা হৈ ওলাই থকা চিমনি। ঘৰটোৰ তলৰ ফালৰ খিৰিকিবোৰৰ মাজেদি ওলাই অহা সোণালী পোহৰ ফলৰ বাগিচাখনত আৰু তৃণভূমিৰ একাংশতো বিয়পি পৰিছে। এখন খিৰিকি হঠাতে বন্ধ হৈ গ'ল। ৰান্ধনিঘৰৰ কৰ্মচাৰীকেইজনে কাম শেষ কৰি ওলাই গ'ল। এতিয়া মাথোঁ ভোজন কক্ষটোতহে লেম্পৰ পোহৰ আছে। তাত দুজন মানুহ, অপৰাধ-প্ৰৱণ গৃহস্থ আৰু পৰিস্থিতি সম্বন্ধে অজ্ঞ আলহীয়ে ছিগাৰ হুপি হুপি বাক্যালাপত ব্যস্ত।

তৃণভূমি অৰ্ধাংশত ইতিমধ্যে বিয়পি পৰা বগা উলসদৃশ কুঁৱলী প্ৰতি মিনিটতে ঘৰটোৰ ফালে আগুৱাই আহি আছে। খিৰিকিৰ পোহৰত কুঁৱলীৰ পাতল ৰেখা এটা দৃষ্টিগোচৰ হৈছেই। ফলৰ বাগিচাখনৰ দূৰৈৰ দেৱাল ইতিমধ্যে অদৃশ্য হৈ পৰিছে আৰু গছবোৰক বগা বাষ্পই ঘেৰি ধৰিছে। বগুৱা বাই অহা কুঁৱলীৰ মালাই ঘৰটোৰ দুয়ো চুক মেৰিয়াই ধৰি ক্ৰমশঃ ঘন হৈ ঘৰটোৰ চাৰিওফালে আগুৰি ধৰিলে। এতিয়া অন্ধকাৰ সাগৰত এখন আচহুৱা জাহাজৰ দৰে যেন ঘৰটোৰ মূধচ আৰু ওপৰৰ অংশ ওপঙি আছে। অধৈৰ্য্য হৈ হ'মৃছে খণ্ডতে শিলত ভুকুৱাবলৈ ধৰিলে আৰু গোৰোহণি মাৰিলে। তেওঁ ক'লে, "পোন্ধৰ মিনিটৰ ভিতৰতে তেওঁ ওলাই নাহিলে, পথটো কুঁৱলীয়ে ঢাকি পেলাব। আধা ঘণ্টাৰ ভিতৰতে আমি আনকি সম্মুখত নিজৰ হাত কেইখনকে দেখা নোপোৱা হ'ম।"

"এই ওখ ঠাইটুকুৰাতে আমি আৰু অলপ পিছুৱাই যাওঁ নেকি?"

"এৰা সেইটো কৰাই ঠিক হ'ব।"

কুঁৱলী আগত পেলাই আমি পিছুওৱা আৰম্ভ কৰিলোঁ। ঘৰটোৰপৰা আমি প্ৰায় আধা মাইল আহিলোঁ, পাছে কুঁৱলীৰ সমুদ্ৰই আমাক অলংঘনীয়ভাৱে খেদিয়েই আছে।

হ'মছে ক'লে, "আমি বহুদূৰ আহিলোঁ। তেওঁ আমাৰ ওচৰ পোৱাৰ আগতেই তেওঁক ধৰি পেলোৱাৰ আশংকাৰ কথা চিন্তা কৰি এই ঠাই এৰা উচিত নহ'ব।" তেওঁ আঁঠু কাঢ়ি মাটিত কাণখন লগাই অলপ পাছত ক'লে, "ভগৱানৰ কৃপা, তেওঁ অহা যেন লাগিছে।"

বেগাই দিয়া খোজৰ শব্দই তৃণভূমিৰ নিৰৱতা ভেদি গ'ল। শিলৰ মাজত জোপ লৈ আমি অত্যন্ত মনোযোগেৰে সম্মুখৰ ঢাকি ধৰা কুঁৱলীলৈ চাই ৰ'লোঁ। খোজৰ শব্দ ক্ৰমে ডাঙৰ হৈ আহিল আৰু কুঁৱলীৰ মাজৰপৰা পৰ্দা এখন আঁতৰাই ওলাই অহা দি আমি অপেক্ষা কৰি থকা মানুহজন ওলাই আহিল। কুঁৱলীৰ মাজৰপৰা তৰাই তিৰবিৰাই থকা মুকলি মুকলি পৰিৱেশত প্ৰৱেশ কৰিয়েই তেওঁ বিস্ময়বোধ কৰিলে আৰু চাৰিওফালে এপাক দৃষ্টি বুলালে। তাৰ পাছত তেওঁ খৰতকীয়াকৈ [illegible]লাই পথেদি আগ বাঢ়িল। আমি য'ত দীঘল দি জোপ লৈ আছিলোঁ তাৰ কাষেৰেই তেওঁ পাৰ হৈ আমাৰ পিছফালে থকা ঢালটোৰ ওপৰলৈ উঠিল। এজন বিব্ৰত মানুহৰ দৰে তেওঁ দুয়ো কাষে কান্ধৰ ওপৰেৰে দৃষ্টি বুলাই আগ বাঢ়িছে।

পিষ্টলৰ ফৰিঙাৰ তলা খোলাত খট্‌কৈ এটা শব্দ হ'ল আৰু হ'মছে ক'লে, "চাই থাকা, এইমাত্ৰ হ'ব।"

কুঁৱলীৰ মাজৰপৰা অবিৰাম ভোৰভোৰণিৰ এটা ক্ষীণ শব্দ শুনা গ'ল। পঞ্চাছ গজ দূৰত্বৰ ভিতৰতে কুঁৱলীৰ ডাৱৰ আৰু আমি সেই ফালেই থৰ লাগি চাই আছোঁ। কি বিভীষিকাই আমালৈ অপেক্ষা কৰিছে, সেই বিষয়ে আমি নিশ্চিত নহওঁ। মই হ'মছৰ কাষতে আছোঁ। তেওঁৰ মুখত এক মুহূৰ্তৰ কাৰণে এবাৰ দৃষ্টি পেলালোঁ। মুখ শেঁতা, অথচ উল্লসিত, জোনাকত চকু তিৰবিৰাই আছে। কিন্তু হঠাতে তেওঁ মূৰ আগুৱাই এক অনমনীয় স্থিৰ দৃষ্টি পেলালে আৰু বিস্ময়ত তেওঁৰ মুখ মেল খাই গ'ল। একে সময়তে লেষ্ট্ৰেডে এটা ভয়াৰ্ত চিঞৰ মাৰিলে আৰু মুখ থেকেচা খাই মাটিত পৰিল। মই জাঁপ মাৰি উঠিলোঁ, নিষ্ক্ৰিয় হাতেৰেই মই পিষ্টলটো খামুচি ধৰিলোঁ আৰু কুঁৱলীৰ আঁৰৰপৰা জাঁপ মাৰি ওলাই অহা ভয়াবহ আকৃতিৰ জন্তুটোৰ দৃশ্যই মোৰ মন অৱশ কৰি পেলালে। জন্তুটো এটা চিকাৰী কুকুৰেই, বিশাল অৱয়ৱৰ কয়লা-ক'লা চিকাৰী কুকুৰ, কিন্তু মানুহে দেখিবলৈ পোৱা সাধাৰণ চিকাৰী কুকুৰ নহয়। তাৰ মেলা মুখৰপৰা জুই ওলাইছে, চকুত জ্বলন্ত দৃষ্টি, তাৰ মুখমণ্ডল, ডিঙিৰ নোম আৰু গলা বিচনীৰপৰা যেন

ভুইৰ ফিৰিঙতিহে ওলাইছে। আনকি বিকাৰগ্ৰস্ত মানসিক অৱস্থাৰ মানুহৰ ভ্ৰমাত্মক সপোনতো ইয়াতকৈ বেছি হিংস্ৰ, ভীষণ আৰু ভয়াবহ জীৱৰ কেতিয়াবা কল্পনা কৰিব পৰা যাব বুলি ভাবিব নোৱাৰি।

দীঘল দীঘল জাঁপেৰে বিশালকায় ক'লা প্ৰাণীটোৱে ৰাস্তাটোত জঁপিয়াই জঁপিয়াই আমাৰ বন্ধুজনৰ খোজৰ চিনে চিনে পিছ ল'লে। আমি তাৰ আৱিৰ্ভাৱত এনেকৈ অৱশ হ'লোঁ যে সি আমাৰ কাষেদি পাৰ হৈ যাওঁতেও একো কৰিব নোৱাৰিলোঁ। কিন্তু আমি ততালিকে সচেতন হ'লোঁ, হ'মৃছ আৰু মই দুয়ো একেলগে তালৈ গুলী মাৰিলোঁ, প্ৰাণীটোৱে এতিয়া এক বিকট আটাহ পাৰিলে, সেয়েহে আমি জানিলোঁ যে অন্ততঃ আমাৰ এটা গুলী তাৰ গাত লাগিছে। সি কিন্তু ৰৈ নগ'ল, বৰঞ্চ সি আগলৈ জঁপিয়াই গৈ থাকিল। পথটোৰে দূৰৈত আমি ছাৰ হেনৰিক উভতি চোৱা দেখিলোঁ, জোনাকত তেওঁৰ শেঁতা মুখ দেখিছোঁ, ভয়ংকৰ বস্তুটো তেওঁৰ পিছে পিছে যোৱা দেখি অসহায় অৱস্থাত আতংকিত হৈ [illegible] তালৈ তীব্ৰ দৃষ্টিৰে চালে।

কিন্তু চিকাৰী কুকুৰটোৰ যন্ত্ৰণাৰ [illegible]টোৱে আমাৰ ভয় নিমিষতে উৰাই দিলে। তাক আঘাত কৰিব পৰা গ'ল, গতিকে তাক মাৰিবও পাৰি। সেই নিশা হ'মৃছে যি তীব্ৰ গতিত দৌৰ মাৰিছিল, তেনেকৈ কোনোবাই দৌৰ মৰা মই কেতিয়াও দেখা নাই। বেগাই দৌৰাত মোৰ নাম আছে, কিন্তু তেওঁ মোক পিছ পেলাই গ'ল আৰু মই চুটি-চাপৰ পেছাদাৰীজনক চেৰ পেলালোঁ। আমি পথটোৰেদি তীব্ৰ গতিত ঢপলিয়াই যাওঁতে সন্মুখত ছাৰ হেনৰিৰ চিঞৰ আৰু চিকাৰী কুকুৰটোৰ গোঁজৰণি শুনিবলৈ পালোঁ। পশুটোৱে ছাৰ হেনৰিৰ গাত জাঁপ মাৰোঁতেই তাৰ ডিঙিত গুলীয়াই তললৈ পেলাই দিবলৈ মই সময়মতেই পালোঁগৈ আৰু পাছ মুহূৰ্ত্ততে দেখিলোঁ যে হ'মৃছে তেওঁৰ ৰিভলভাৰৰ পাঁচ জাঁই গুলী প্ৰাণীটোৰ দেহৰ মাজেদি ভৰাই দিলে। যন্ত্ৰণাৰ শেষ গোঁজৰণি এটা মাৰি আৰু শূন্যতে এটা কামোৰ লগাই, সি তললৈ পিঠি দি পৰি গ'ল, তাৰ ঠেং চাৰিখনে প্ৰচণ্ড গতিৰে আঁচোৰৰ ভংগীত জোকাৰি থাকিল। অলপ পাছতে সি এফালে বাগৰি পৰিল। মই সমুখলৈ কুঁজা হৈ দেখা পালোঁ সি চিপ টানি আছে। মই তাৰ তিৰবিৰাই থকা ভয়ানক মূৰটোত পিষ্টলেৰে হেঁচি ধৰিলোঁ, কিন্তু পিষ্টলৰ ট্ৰিগাৰ টিপাৰ প্ৰয়োজন নহ'ল। বিশালকায় চিকাৰী কুকুৰটোৰ ইতিমধ্যে মৃত্যু ঘটিছে।

ছাৰ হেনৰি য'ত পৰিছিল, তাতে অচেতন হ'ল। হ'মৃছে তেওঁৰ কাপোৰৰ কলাৰটো ফালি পেলালে। যেতিয়া দেখিলে যে দেহত একো আঘাতৰ চিন নাই, তেওঁ এক কৃতজ্ঞতাৰ প্ৰাৰ্থনা আওৰালে। উদ্ধাৰকাৰ্য্য সময়মতেই সমাধা হ'ল। ইতিমধ্যে আমাৰ বন্ধুৰ চকুৰ পতা কঁপিছে আৰু তেওঁ লৰচৰ কৰাৰ কাৰণে সামান্য প্ৰয়াস

কৰিছে। লেছট্ৰেডে তেওঁৰ ব্ৰেণ্ডিৰ ফ্লাস্কটো তেওঁৰ দাঁত দুপাৰিৰ মাজেৰে ঠেলি সুমুৱাই দিলে। ছাৰ হেনৰিৰ দুই চকুৰ শংকিত দৃষ্টি আমাৰ ওপৰত পৰিল। তেওঁ ফুচফুচাই ক'লে, "হে ভগবান! সেইটো কি আছিল? ভগবানৰ দোহাই, সেইটো কি আছিল?"

হ'মৃছে ক'লে, "যিয়েই নহওক, সি মৰিল। পৰিয়ালৰ প্ৰেতাত্মাটোক আমি একেবাৰে চিৰদিনৰ কাৰণে নিৰৱ কৰিলোঁ।"

অবয়ব আৰু শক্তিৰ কথা চিন্তা কৰিলেও আমাৰ সম্মুখত পৰি থকা প্ৰাণীটো অতি ভয়ংকৰ। ই বিশুদ্ধ 'ব্লাড হাউণ্ড'জাতীয় কুকুৰো নহয়, বিশুদ্ধ 'মেষ্টিফ'-জাতীয়ও নহয়—কিন্তু দুয়ো জাতৰ কুকুৰৰ লক্ষণ কিছুমান ইয়াৰ গাত লগ লাগিছে। ই সৰু সিংহিনীৰ দৰে ডাঙৰ, বিৰস আৰু হিংস্ৰ। আনকি এতিয়াও, মৃত্যুৰ শীতলতা আঁকোৱালি লোৱাৰ পাছতো, তাৰ বিশাল হনুটো যেন নীলা জুই শিখাতহে জুবুৰিয়াই থৈছে। আনকি তাৰ সৰু, ভিতৰলৈ সোমোৱা, চকু দুটাও যেন জুয়েহে ঘেৰি আছে। জলমলাই থকা তাৰ নাক-মুখত মোৰ হাতখন মোহাৰি দাঙি ধৰিলোঁ। আন্ধাৰত মোৰ আঙুলিবোৰো জ্বলি উঠা যেন লাগিল আৰু জিলিকি উঠিল।

মই ক'লোঁ, "ফছফৰাছ।"

জন্তুটো এবাৰ শুঙি হ'মৃছে ক'লে, "বৰ পটু হাতৰ প্ৰস্তুতি। ইয়াত কোনো গোন্ধ নাই যি হয়তো কুকুৰটোৰ গোন্ধ শুঙাৰ ক্ষমতাত বাধা দিলেহেঁতেন। ছাৰ হেনৰি, আমি আপোনাৰ ওচৰত গভীৰভাৱে ক্ষমাপ্ৰাৰ্থী, কিয়নো আমি আপোনাক এই ভয়ানক জন্তুটোৰ মুখলৈ ঠেলি দিছিলোঁ। আমি এটা চিকাৰী কুকুৰৰ কাৰণে সাজু আছিলোঁ, কিন্তু এনেকুৱা এটা প্ৰাণী আশা কৰা নাছিলোঁ, কুঁৱলীয়েও তাক আগচি ধৰাত অলপ বাধা দিলে।"

"আপুনি মোৰ প্ৰাণ ৰক্ষা কৰিলে।"

"পোনতে আপোনাক বিপদাপন্ন কৰি। আপুনি থিয় হ'ব পাৰিবনে?"

"মোক আৰু এঢোক ব্ৰেণ্ডি দিয়ক আৰু মই যিকোনো কামৰ কাৰণে সাজু। বাৰু, আপুনি মোক অকণমান দাঙি ধৰকচোন। এতিয়া আপোনালোকে কি কৰিব খুজিছে?"

"আপোনাক ইয়াতে এৰিব খুজিছোঁ," হ'মৃছে ক'লে। "আকৌ অভিযান চলোৱাৰ কাৰণে এতিয়া আপুনি সমৰ্থ নহয়। ইয়াতে বৈ থাকিলে পাছত আমাৰে কোনোবা এজন আপোনাৰ লগত 'হল'লৈ যাব।"

চলং পলং কৰি তেওঁ থিয় হ'বলৈ যত্ন কৰিলে। কিন্তু মানুহজন তেনেই নিস্তেজ, চেলা পৰি গৈছে আৰু তেওঁৰ প্ৰতিটো অংগ-প্ৰত্যংগতে কঁপনি। আমি সকলোৱে ধৰি তেওঁক শিল এটালৈ নিলোঁ, তাতে হাতেৰে মুখ ঢাকি, কঁপি কঁপি তেওঁ বহিল।

হ'মছে ক'লে, "আমি আপোনাক এতিয়া এৰিবই লাগিব। আমাৰ বাকী কামবোৰ কৰিব লাগিব আৰু আমাৰ কাৰণে এতিয়া প্ৰতিটো মুহূৰ্ত মহা মূল্যবান। আমাৰ কেছটোৰ সমাধান হ'ল, পাছে অপৰাধীজনক ধৰিবই লাগিব।"

আমি আকৌ বাট বুলোঁতে হ'মছে কৈ গ'ল, "তেওঁক ঘৰত পোৱাৰ সম্ভাৱনা এহাজাৰ ভাগৰ এভাগ বুলিহে ক'ব লাগিব। গুলী চালনাৰ শব্দ শুনিয়েই তেওঁ নিশ্চয় গম পালে খেলা শেষ হ'ল বুলি।"

"আমিতো অলপ দূৰত আছিলোঁ আৰু এই কুঁৱলীয়ে গুলীৰ আৱাজ নাইকিয়া কৰিছিল কিজানি!"

"এইটো নিশ্চিত যে চিকাৰী কুকুৰটোৱে কাম শেষ কৰাৰ পাছত তাক মাতি নিবলৈ তেওঁ তাৰ পিছে পিছে আহিছিল। নাই, নাই, তেওঁ এই মুলুকত নাই। ইতিমধ্যে তেওঁ গ'ল। কিন্তু আমি ঘৰটোত তালাচী চলাই এই বিষয়ত নিশ্চিন্ত হ'ম।"

সন্মুখৰ দুৱাৰখন খোলা আছিল। আমি কোবেৰে ঘৰটোৰ ভিতৰত সোমাই এটাৰ পাছত এটাকৈ ততাতৈয়াকৈ কোঠাবোৰত তালাচী চলোৱা দেখি আমাক ঘৰৰ সন্মুখতে পোৱা আলৰ বুঢ়া ভৃত্যজন অতি আচৰিত হ'ল। তেতিয়া ভোজন কক্ষৰ এটা লঠনৰ বাহিৰে আন ক'তো পোহৰৰ ব্যৱস্থা নাছিল। হ'মছে সেই লঠনটোকে লৈ চুকে-কোণে ঘৰটো খৰচি মাৰি চালে। পাছে আমি বিচাৰি যোৱা মানুহটোৰ কোনো সূত্ৰ-সূত্ৰ নাই। ওপৰৰ তলাৰ এটা শয়ন-কক্ষ তলা মৰা আছে।

লেছট্ৰেডে উচ্চৈস্বৰে ক'লে, "ইয়াত কোনোবা আছে। মই লৰচৰ কৰা শব্দ শুনিবলৈ পাইছোঁ। দুৱাৰখন খোলক!"

ভিতৰৰপৰা এটা ক্ষীণ কেঁকনি আৰু ফুচফুচনিৰ দৰে শব্দ শুনা গৈছে। হ'মছে ভৰিৰ তলুৱাৰে তলাটোত এটা প্ৰচণ্ড খুন্দা মাৰিলে আৰু তলাটো খুলি গ'ল। হাতত পিষ্টল লৈ আমি আটায়ে কোঠাটোলৈ তৎক্ষণাৎ সোমাই গ'লোঁ।

কিন্তু তাত সেই আমি বিচাৰি যোৱা বেপৰোৱা উদণ্ড খলনায়কৰ কোনো চিন-মোকাম নাই। তেওঁৰ পৰিবৰ্তে আমি এনে এক আচহুৱা আৰু অভাৱনীয় দৃশ্যৰ সন্মুখীন হ'লোঁ যে আমি বিস্ময়াভিভূত হৈ অলপ সময় থৰ হৈ চাই ৰ'লোঁ।

কোঠাটো এটা সৰু যাদুঘৰৰ দৰে গঢ় দিয়া হৈছে। পখিলা আৰু চপাৰ সংগ্ৰহেৰে পূৰ্ণ ওপৰৰ ফালে কাচ লগোৱা কিছুমান বাকচ কোঠাটোৰ দেৱালত লগাই থোৱা হৈছে। এই জটিল চৰিত্ৰৰ ভয়াবহ লোকজনৰ এয়া আছিল বিশ্ৰামৰ ব্যৱস্থা। কোঠাটোৰ ওপৰৰ চতিৰ কাঠত পোকে ধৰা কাৰণে টোকা হিচাবে ব্যৱহাৰ কৰা এটা খুঁটা ঠিক থিয়কৈ লগাই থোৱা হৈছে। এটা মানৱ শৰীৰ চাদৰ এখনেৰে মেৰিয়াই এনেকৈ এই



মিছেছ ষ্টেপলটনে আমাক পিটনিৰ মাজেৰে উলিওৱা বাটটো দেখুৱাই দিলে।

খুঁটাটোত বান্ধি থৈছে যে শৰীৰটো পুৰুষৰেই নে মহিলাৰ গম পোৱাৰ উপাই নাই। এখন টাৱেল খুঁতৰিৰ ওপৰেৰে ঘূৰাই খুঁটাটোৰ পিছফালে বান্ধি থৈছে। আন এখনে মুখৰ তলৰ ফালে ঢাকি আছে। এই টাৱেলখনৰে ওপৰত দুটা ক'লা চকু। এই চকুত পূৰ্ণভাৱে প্ৰকাশ পাইছে বেদনা, লজ্জা, আৰু থৰ লাগি কৰা ভয়ংকৰ প্ৰশ্নৰ আভাস। এক মিনিটৰ ভিতৰতে আমি এই বন্ধনবোৰ ফালি-ছিৰি মানুহ গৰাকীক মুক্ত কৰিলোঁ। মিছেছ ষ্টেপলটনৰ শৰীৰ আমাৰ সন্মুখৰ মজিয়াত পৰি আছে। তেওঁৰ শুৱনি মুখখন বুকুৰ ওপৰত দোঁ খাই পৰি থকা দেখি চাওঁতে মোৰ চকুত পৰিল তেওঁৰ ডিঙিৰ ওপৰেদি সেৰা পাতি যোৱা চাবুকৰ ৰঙা সাঁচ।

হ'মছে উচ্চৈস্বৰে ক'লে, "এটা পশু। লেছট্ৰেড, আপোনাৰ ব্ৰেণ্ডিৰ বটল। তেওঁক চকী এখনত বহুৱাই দিয়ক। বেয়া ব্যৱহাৰ আৰু ক্লান্তিত তেওঁ অচেতন হৈছে।"

তেওঁ আকৌ চকু মেলিলে।

তেওঁ সুধিলে, "তেওঁ নিৰাপদে আছেনে? তেওঁ সাৰিব পাৰিলেনে?"

"মহাশয়া, তেওঁ আমাৰপৰা সাৰিব নোৱাৰে।"

"নাই, নাই, মই মোৰ স্বামীৰ কথা কোৱা নাই। ছাৰ হেনৰিৰ কথাহে সুধিছোঁ। তেওঁ নিৰাপদে আছেনে?"

"এৰা, আছে।"

"চিকাৰী কুকুৰটো?"

"তাক মৰা হৈছে।"

তেওঁ সন্তোষৰ এক দীৰ্ঘশ্বাস পেলালে।

"ভগৱানলৈ কৃতজ্ঞতা। অ'হ, এই অসুৰটো। চাওকচোন তেওঁ মোক কেনে ব্যৱহাৰ কৰিছে।" আচ্ছাদন খুলি তেওঁ নিজৰ বাহু দুটা দেখুৱালে। আতংকত আমি শিয়ৰি উঠিলোঁ। তেওঁৰ বাহু আঘাতৰ মৰা তেজেৰে ফুটুকা-ফুটুকী হৈ আছে। তেওঁ আকৌ ক'লে, "এইবোৰ একোৱেই নহয়, একো নহয়! কিন্তু মোৰ মন আৰু আত্মাকো যে তেওঁ আঘাত দিছে, কলুষিত কৰিছে!

"মই সকলো সহ্য কৰিব পাৰোঁ; বেয়া ব্যৱহাৰ, নিঃসংগতা, প্ৰতাৰণাৰে জীৱন-নিৰ্বাহ, সকলোবোৰেই। যেতিয়ালৈকে তেওঁ মোক ভাল পায় বুলি জানো তেতিয়ালৈ আশাবাদী হৈ আছিলোঁ, কিন্তু এতিয়া মই গম পাইছোঁ যে তেওঁ মোক ঠগিছে আৰু মই তেওঁৰ মাথোঁ এক ক্ৰীড়নক।" কথাখিনি কৈ থাকোঁতে আবেগপূৰ্ণভাৱে উচুপি আছিল।

হ'মছে ক'লে, "মহাশয়া, তেওঁৰ প্ৰতি এতিয়া আপোনাৰ একো ভাল ভাব নাই।

এতিয়া কওক, আমি তেওঁক ক'ত পাম। আপুনি যদি কেতিয়াবা তেওঁক বেয়া কামত সহায় কৰিছিল, এতিয়া আমাক সহায় কৰি পাপৰ প্ৰায়শ্চিত্ত কৰক।"

তেওঁ উত্তৰ দিলে, "তেওঁ পলাব পৰা এখন ঠাই আছে। পিটনিখনৰ মাজত থকা এটা দ্বীপত টিনৰ এটা পুৰণি খনি আছে। তাতে তেওঁ চিকাৰী কুকুৰটো ৰাখিছিল। সেইখন ঠাইতে তেওঁ প্ৰয়োজন হ'লে আশ্ৰয় লোৱাৰ ব্যৱস্থা ৰাখিছিল। তালৈকে চাগে পলাইছে।"

খিৰিকিৰ কাষত বগা উণৰ দৰে ঘন কুঁৱলী। হ'ম্‌ছে লেম্পটো সেই ফালে দাঙি ধৰিলে।

তেওঁ ক'লে, "চাওকচোন, আজি নিশা কোনেও গ্ৰিমপেন পিটনিলৈ বুলি পথ উলিয়াব নোৱাৰে।"

মহিলাগৰাকীয়ে চাপৰি বজাই হাঁহি দিলে। তেওঁৰ চকু আৰু দাঁত ফূৰ্তিতে জিলিকি উঠিল।

তেওঁ উচ্চৈস্বৰে ক'লে, "তেওঁ তালৈ যাব পাৰিব, কিন্তু ওলাই আহিব কেতিয়াও নোৱাৰে। সেই নিশা তেওঁ নিৰ্দেশৰ খুঁটিবোৰ দেখা পাব কেনেকৈ? পিটনিখনলৈ পথ উলিয়াই আমি একেলগে খুঁটিবোৰ পুতিছিলোঁ। অ'হ, আজি মইতো এই খুঁটিবোৰ তুলি পেলাব পাৰিলোঁহেঁতেন। তেতিয়াহ'লে তেওঁক আপোনালোকে সহজেই তাতে পালেহেঁতেন।"

এইটো স্পষ্ট যে কুঁৱলী আঁতৰি নোযোৱালৈকে আমাৰ সকলো প্ৰয়াস নিষ্ফল হ'ব। ইতিমধ্যে আমি লেষ্ট্ৰেডক ঘৰটোৰ দায়িত্ব দি বেৰনেটজনৰ লগত বাস্কাৰভিল হললৈ উভতি আহিলোঁ। ষ্টেপলটন পৰিয়াল সম্পৰ্কে তেওঁক আমি নোকোৱাকৈ থাকিব নোৱাৰিলোঁ, তেওঁ ভাল পোৱা মহিলাগৰাকীৰ প্ৰকৃত পৰিচয়ো তেওঁ সাহসেৰে শুনিলে। কিন্তু নিশাৰ অভিযানৰ প্ৰচণ্ড আঘাত তেওঁৰ স্নায়ুৱে সহ্য কৰিব নোৱাৰিলে আৰু ৰাতিপুৱালৈ বৰকৈ জ্বৰ উঠি প্ৰলাপ বকা আৰম্ভ কৰিলে। ডাক্তৰ মৰ্টিমাৰক তেওঁৰ চিকিৎসা কৰিবলৈ দিয়া হ'ল। দুয়োজনে বতাহ বদলি কৰি সমস্ত পৃথিৱী ভ্ৰমণ কৰিলে। অৱশেষত ছাৰ হেনৰি সুস্থ-সবল হৈ উভতি আহিল।

মই পাঠকক অৱগত কৰি থকা তমসাচ্ছন্ন ভীতি আৰু অস্পষ্ট ধাৰণাৰ এই বিশেষ বৰ্ণনাৰ তত্তাতোয়াকে সামৰণি পেলাব খুজিছোঁ। আমাৰ জীৱন বিপৰ্যস্ত কৰা ঘটনাটোৰ ইতিমধ্যে অতি দুখ লগা ধৰণে অন্ত পৰিছে। চিকাৰী কুকুৰৰ মৃত্যুৰ পাছত পুৱা বেলালৈ কুঁৱলী আঁতৰাত, মিছেছ ষ্টেপলটনে আমাক পিটনিৰ মাজেৰে উলিওৱা

বাটটো দেখুৱাবলৈ নিলে। আগ্ৰহ আৰু আনন্দেৰে তেওঁ আমাক যিদৰে স্বামীক ধৰিবলৈ যোৱাৰ কাৰণে বাটটো দেখুৱাই দিলে, তাতে আমি অনুভৱ কৰিলোঁ তেওঁৰ বিভীষিকাময় জীৱন-যাপনৰ আভাস। বিশাল পিটনিখনৰপৰা ক্ৰমশঃ ঠেক হৈ আগলৈ যোৱা দৃঢ় টান মাটিৰ যোজকটোতে আমি তেওঁক ৰ'বলৈ ক'লোঁ। যোজকটোৰ আগলৈ ঠেক হৈ যোৱা অংশটোতে সৰু সৰু খুঁটি পুতি থোৱা হৈছে। ইয়াৰপৰাই বাটটো এঁকা-বেঁকা; দ পিটনি আৰু সেউজে ঢকা পিটনিৰ গাঁতৰ কাষেদি বাটটো উলিয়াইছে। এই দ পিটনি আৰু গাঁতৰ কাৰণেই অচিনাকি লোকে ইয়াত খোজ কঢ়াত অসুবিধা। ঘনকৈ গজা নল, খাগৰি আৰু উভৈনদীকৈ থকা বিজলুৱা জলজ উদ্ভিদৰ গাঢ় অস্বাস্থ্যকৰ ভাপ আহি আমাৰ নাকে-মুখে লাগিছে। যদি আমি কেনেবাকৈ অলপ ইফাল-সিফাল কৰি এটা ভুল পদক্ষেপ দিওঁ, তেনেহ'লে ক'লা, লগথগ পিটনিত কঁকাললৈকে সোমাই যাব লাগিব। দুই-এবাৰ এনে দুৰাবস্থাৰ সম্মুখীন হৈছোঁ, কিন্তু কোনোমতে উদ্ধাৰ পাই আগ বাঢ়িছোঁ। মাথোঁ এবাৰৰ কাৰণে আমি সেই বিভীষিকাময় পথটোৰে কোনোবা এজন পাৰ হৈ যোৱাৰ নিদৰ্শন পালোঁ। বিজলুৱা বোকাত গজি উঠা কপাহ গছ এজোপাৰ গাত কিবা ক'লা বস্তু এটা ওলমি আছে। বস্তুটো আনিবলৈ গৈ হ'ম্‌ছে কঁকাললৈকে পিটনিত সোমাই পৰিছিল, আমি যদি তেওঁক টানি উলিয়াই নানিলোঁহেঁতেন তেনেহ'লে তেওঁ কেতিয়াও ইয়াৰ দৃঢ় কঠিন মাটিত ভৰি দিবলৈ সক্ষম নহ'লহেঁতেন। যি নহওক, হ'ম্‌ছে উঠিয়েই এপাট ক'লা জোতা দাঙি ধৰিলে। জোতাপাটৰ ভিতৰ ফালে চামৰাত ছাপ মৰা আছে 'মেয়াৰছ, ট'ৰ'ন্টো'।

হ'ম্‌ছে ক'লে, "বোকাত গা ধোৱাৰ ফল ভালেই। এয়া আমাৰ বন্ধু ছাৰ হেনৰিৰ হেৰোৱা জোতাপাট।"

"ষ্টেপল্‌টনে পলাই যাওঁতে পেলাই থৈ গৈছিল।"

"ঠিক কৈছে। কুকুৰটোক লগাই দিবৰ কাৰণে এই জোতাপাট ৰাখিছিল। খেলাৰ অন্ত পৰিল বুলি গম পাই তেওঁ পলাল, কিন্তু জোতাপাট হাততে আছিল। এই ঠাইতে জোতাপাট পেলাই থৈ গ'ল। আমি এতিয়া গম পালোঁ যে তেওঁ অন্ততঃ এইখিনিলৈকে পলাই আহিছিল।"

কিন্তু ইয়াতকৈ বেছি জনাটো আমাৰ কপালত নঘটিল, যদিও আমি অনুমান কৰিব পৰা বস্তু বহুত আছে। এই পিটনিত ভৰিৰ খোজৰ চিন আশা কৰিব নোৱাৰি, কিয়নো খোজ পেলাই উঠাই নিয়াৰ পাছতে ওপৰলৈ ওফন্দি উঠা বোকাই খোজৰ চিন তৎক্ষণাৎ ঢাকি পেলায়। কিন্তু পিটনিৰপৰা অৱশেষত যেতিয়া টান মাটি পালোঁ, আমি খোজৰ চিন দেখা পাবলৈ মনোযোগেৰে লক্ষ্য কৰিলোঁ। কিন্তু আমাৰ দৃষ্টিত খোজৰ

সামান্য চিনো নপৰিল। যদিহে ধৰণীৰ বুকুত সঁচা কাহিনীৰ সন্ধেদ বিচাৰোঁ, তেনেহ'লে ক'ব লাগিব যে যোৱা নিশা কুঁৱলীৰ মাজেৰে আশ্ৰমৰ দ্বীপত উপস্থিত হ'বলৈ কৰা তেওঁৰ প্ৰচেষ্টা সফল নহ'ল। এই বিশাল গ্ৰিমপেন পিটনিৰ বুকুত ক'ৰবাত তেওঁ আলতীয়া বোকাত পোত গ'ল। এই নিদাৰুণ হিয়াৰ লোকজন নিজেই চিৰদিনলৈ সমাধিস্থ হ'ল।

পাছে পিটনিয়ে ঘেৰা এই দ্বীপটোত তেওঁৰ আৰু তেওঁৰ মিত্ৰৰ বহুতো চিহ্ন পোৱা গৈছে। এটা বিশাল চকা আৰু এটা আধা জাবৰেৰে পূৰ্ণ সুৰংগই এটা এৰি থৈ যোৱা খনিৰ সন্ধেদ দিয়ে। ইয়াৰ কাষতে খনি-কৰ্মীসকলৰ ভগা-ছিগা পঁজা ঘৰবোৰ আছে। এই খনী-কৰ্মীসকলে নিশ্চয় চাৰিওফালৰ পিটনিৰ পুতি গোন্ধতে এই ঠাই এৰিছিল। এনেকুৱা এটা পঁজাতে এডাল শিকলি আৰু শিকলি বান্ধি থ'বলৈ এটা খুঁটি আছে, কাষতে পৰি আছে, মাংস কুটি খোৱাৰ পাছত এসোপা হাড়। জন্তুটো নিশ্চয় ইয়াতে ৰখা হৈছিল। ওচৰতে ডাবৰৰ মাজত একোছা মুগাবৰণীয়া নোমেৰে সৈতে জঁকা এটা পৰি আছে।

হ'মছে ক'লে, "এটা কুকুৰৰ জঁকা। নিশ্চয়, কেঁকোৰা নোমৰ এটা স্পেনিয়েল। বেচেৰা মৰ্টিমাৰে তেওঁৰ মৰমৰ কুকুৰটো আৰু দেখা নাপায়। মই কিন্তু এই ঠাইখনৰ কিবা গোপনীয়তা আছিল বুলি নাভাবোঁ। আমি ইতিমধ্যেই সকলো গোপনীয়তাৰ তলা-নলা পালোঁ। তেওঁ চিকাৰী কুকুৰটো লুকুৱাই থৈছিল, কিন্তু তাৰ মাত বন্ধ কৰি থ'ব পৰা নাছিল। দিনৰ ভাগতো তাৰ মাত শুনা গৈছিল, মাতটো পাছে অকণো শুৱলা নাছিল। জৰুৰী কাৰণত মেৰিপিটৰ বাহিৰৰ কক্ষত তাক থ'ব পাৰিছিল, কিন্তু সেইটো সুচল নাছিল আৰু সেয়েহে এনে দুঃসাহস তেওঁ নকৰিছিল। তেওঁ চূড়ান্ত দিন বুলি গণ্য কৰা দিনটোত, যিদিনা তেওঁ তেওঁৰ সকলো প্ৰয়াসৰ সামৰণি পৰিব বুলি ভাবিছিল, মাথোঁ কুকুৰটো সেই বাহিৰৰ কক্ষটোত ৰাখিবলৈ সাহস কৰিছিল। টিনত থকা এই আঠাটোৱেই নিশ্চয় উজ্জ্বল, জিলিকি থকা মিশ্ৰিত দ্ৰব্যবিধ, যিহেৰে প্ৰাণীটো বোলোৱা হৈছিল। অৱশ্যে পৰিয়ালটোৰ 'নাৰকীয় চিকাৰী কুকুৰটোৰ কাহিনী আৰু চাৰ্লছক হত্যা কৰাৰ প্ৰবৃত্তি—এই দুটায়েই তেওঁৰ মনত কুকুৰৰ ধাৰণা এটাৰ জন্ম দিছিল। নিঃসন্দেহে এই কাৰণেই বেচেৰা কুপ্ৰবৃত্তিৰ কয়দীটোৱে চিঞৰ-বাখৰ কৰিছিল আৰু আমাৰ বন্ধুবো একে দশা হৈছিল। একে অৱস্থাত পৰিলে আমিও তেনে নকৰাকৈ থাকিব নোৱাৰিলোহেঁতেন। এইটো এটা চতুৰ উদ্ভাৱন। তৃণভূমিৰ কোন কৃষকে প্ৰাণীটো দেখাৰ পাছত অনুসন্ধান কৰি সত্য উদ্‌ঘাটন কৰাৰ সাহস কৰিব? বাটছন, মই লণ্ডনতে কৈছিলোঁ, এতিয়া আকৌ কওঁ, এই তৃণভূমিত মৃত্যুক সাবটি পৰি থকা

এই বিপদজনক মানুহজনক বিচাৰি উলিওৱাত আমি যি সহায় কৰিলোঁ, এনে সহায় আমি আগতে কেতিয়াও কৰা নাই।"—সেউজে ঢকা পিটৰ্নিৰ বিশাল বিচিত্ৰ বিস্তৃতিৰ প্ৰতি তেওঁৰ দীঘল হাতখন মেলি দিলে, ই যেন তৃণভূমিৰ বঙচুৱা ঢালৰ লগত মিলি গ'ল।

## অধ্যায় ১৫

# স্মৃতি ৰোমন্থন

নৱেম্বৰ মাহ শেষ হৈ আহিছে। কুঁৱলীয়ে আবৰা এটা সেমেকা নিশা বেকাৰ ষ্ট্ৰিটৰ বৈঠকখানাৰ জুহালত জ্বলি থকা ডগমগীয়া জুইৰ দুয়োকাষে মই আৰু হ'মচ বহিছোঁ। আমাৰ ডেভনশ্বিয়াৰ যাত্ৰাৰ কৰুণ সমাপ্তিৰ পাছত তেওঁ ক্ৰমশঃ দুটা অতি উল্লেখনীয় কেছত ব্যস্ত হৈ পৰে। প্ৰথমটো কেছ আছিল ননপেৰিল ক্লাবৰ তাচ খেলাৰ কেলেংকাৰী বুলি জনাজাত। এই কেছটোত তেওঁ কৰ্ণেল আপউডৰ অশোভনীয় আচৰণৰ বিষয়ে সদৰী কৰিছিল। আনটো কেছত তেওঁ খুনৰ অপৰাধত অভিযুক্তা দুৰ্ভগীয়া মেডাম মণ্টপেনছিয়াক সুৰক্ষা দিবলৈ সমৰ্থ হৈছিল। মহিলাগৰাকীয়ে তেওঁৰ সতীয়া জীয়েক মিলিক হত্যা কৰা বুলি অভিযোগ অনা হৈছিল। পাছে, ছমাহ পাছত মিলিক নিউ ইয়ৰ্কত বৈবাহিক জীৱন-যাপন কৰি সুখে সন্তোষে থকা দেখা গৈছিল। দুটাকৈ কঠিন কেছত ক্ৰমশঃ সফল হ'বলৈ সমৰ্থ হোৱাত মোৰ বন্ধুৰ মন উলাহেৰে ভৰি পৰিছিল। সেয়েহে মই ভাবিলোঁ যে বাস্কাৰভিলৰ ৰহস্য সম্বন্ধে সম্যক আলোচনা কৰাৰ কাৰণে বন্ধুক এতিয়া অনুৰোধ কৰিব পাৰি। এনে এটা সুবিধাজনক সময়ৰ কাৰণে মই ধৈৰ্য্যেৰে অপেক্ষা কৰিছিলোঁ; কিয়নো মই ভালদৰেই জানিছিলোঁ যে মোৰ বন্ধুৱে দুটা কেছৰ ভাবনা-চিন্তা ওপৰা-উপৰি হোৱাটো একেবাৰে বাঞ্ছা নকৰে আৰু তেওঁৰ বৰ্তমানৰ কেছত প্ৰয়োগ কৰা স্পষ্ট আৰু যুক্তিসিদ্ধ আৰু চিন্তাক অতীতৰ সাফল্যৰ

সোঁৱৰণীৰে বিঘ্নিত হ'বলৈ কেতিয়াও নিদিয়ে। পৰামৰ্শ দিয়া মতেই সমুদ্ৰ পথেৰে দেশ-বিদেশ ভ্ৰমণ কৰি আশু আৰোগ্য লাভ কৰিবলৈ ছাৰ হেনৰি আৰু লগতে ডাং মৰ্টিমাৰ আহি লণ্ডনত উপস্থিত হৈছেহি। তেওঁলোকে আজি আবেলিতে আমাৰ ইয়ালৈকো আহিছিল। সেয়েহে স্বাভাৱিকতে আজি বিষয়টো আলোচনাৰ কৰাৰ প্ৰশস্ত সময়।

হ'মছে ক'লে, "ষ্টেপলটন বোলা মানুহজনৰ দৃষ্টিৰে চালে গোটেই ঘটনাক্ৰম সৰল আৰু প্ৰত্যক্ষ, কিন্তু আৰম্ভণিৰপৰাই আমি কথাবোৰৰ বিষয়ে অৱগত নাছিলোঁ কাৰণে তেওঁৰ কামৰ অভিপ্ৰায় আংশিকভাৱেহে জানিছিলোঁ; সেয়েহে কেছটো অতিশয় জটিল যেন লাগিছিল। মিছেছ ষ্টেপলটনৰ লগত মোৰ দুবাৰো কথা-বতৰা পতাৰ সৌভাগ্য হৈছে। এই কথা-বতৰাৰ পাছত বিষয়টো সম্পূৰ্ণৰূপে সুস্পষ্ট হৈ পৰিল আৰু ক'বলৈ গ'লে এতিয়া এই বিষয়ে আমাৰ অজানা একোৱেই নাই। মোৰ বৰ্ণানুক্ৰমিক কেছৰ তালিকাত 'বি' অক্ষৰ শিৰোনামাত এই বিষয়ে কিছু টোকা দিয়া হৈছে।"

"যদি তোমাৰ স্মৃতিৰপৰাই ঘটনাক্ৰম সম্বন্ধে এটা আভাস দিয়া তেনেহ'লে ভাল লাগিব।"

"নিশ্চয়। পাছে মই নিশ্চিত নহওঁ যে সকলো ঘটনাৰে স্মৃতি মোৰ মনত আছে। কোনো কথাত নিবিড় মনঃসংযোগে বিশেষকৈ অতীতৰ কথাবোৰ পাহৰাত অৰিহণা যোগায়। বেৰিষ্টাৰ একোজনে কোনো কেছৰ বিষয়ে তন্নতন্নকৈ মনত ৰখাৰ পাছত সেই কেছ শেষ হোৱাৰ পাছত এসপ্তাহ-দুসপ্তাহ মান কাছাৰীলৈ অহা-যোৱা কৰিলেই পুৰণি কেছটোৰ কথাবোৰ পাহৰি পেলায়। সেইদৰে মোৰো প্ৰতিটো নতুন কেছেই আগৰ কেছটোৰ স্মৃতি মোহাৰি পেলায়। মিলিৰ কেছটোৱে বাস্কাৰভিল হলৰ কেছটোৰ স্মৃতি অস্পষ্ট কৰি পেলালে। কালিলৈ আকৌ কোনোবা এটা কেছ ওলালে সুন্দৰী ফৰাছী মহিলাগৰাকী আৰু কুখ্যাত আপউড মোৰ স্মৃতিত ধূসৰ হৈ পৰিব। চিকাৰী কুকুৰৰ কাহিনী সম্বন্ধে যিমানদূৰ সম্ভৱ তোমাক ক'ম, কিন্তু ক'বলৈ কিবা থাকি গ'লে বা পাহৰি গ'লে তুমি সোঁৱৰাই দিবা।

"মোৰ অনুসন্ধানে সন্দেহাতীতভাৱে প্ৰমাণ কৰিলে যে পৰিয়ালৰ আলেখ্যখনৰপৰা লোৱা সিদ্ধান্ত নিখুঁত আছিল আৰু মানুহগৰাকী প্ৰকৃততে এজন বাস্কাৰভিল আছিল। তেওঁ ছাৰ চাৰ্লছৰ সৰু ভায়েক ৰ'জাৰ বাস্কাৰভিলৰ পুতেক। কু-কীৰ্তিৰ ফলস্বৰূপে ৰ'জাৰ দক্ষিণ আমেৰিকালৈ পলাই যায় আৰু তাতে অবিবাহিত হিচাবেই তেওঁৰ মৃত্যু হৈছিল বুলি কোৱা হয়। প্ৰকৃততে তাত তেওঁ বিয়া কৰাইছিল আৰু এই ল'ৰা সন্তানটো হৈছিল। এই মানুহজনৰ প্ৰকৃত নাম দেউতাকৰ লগত একেই।

তেওঁ কোষ্টা ৰিকাৰ এগৰাকী সুন্দৰী বেৰিল গাৰ্ছিয়াক বিয়া কৰায়। বৃহৎ পৰিমাণৰ ৰাজহুৱা ধন অসৎভাৱে হস্তগত কৰি তেওঁ নিজৰ নামকে সলাই পেলালে। তেওঁ তেতিয়া ভেণ্ডেলৰ নাম লৈ সস্ত্ৰীক ইংলণ্ডলৈ পলাই আহে আৰু পূব ইয়ৰ্কশ্বিয়াৰত এখন স্কুল স্থাপন কৰে। এই বিশেষ ব্যৱসায়ত তেওঁৰ মন লগাৰ কাৰণটো হ'ল জাহাজত ইংলণ্ডলৈ আহি থাকোঁতে চিনা-পৰিচয় হৈ অন্তৰংগ হোৱা এজন সুদক্ষ শিক্ষক, যিজনৰ প্ৰতিভাক তেওঁ এই কামত সফল হোৱাৰ উদ্দেশ্যে ব্যৱহাৰ কৰিছিল। পাছে ক্ষয় ৰোগত আক্ৰান্ত হৈ থকা এই ফেজাৰ নামৰ এই শিক্ষকজনৰ সোনকালেই মৃত্যু ঘটে। ফলস্বৰূপে সুন্দৰভাৱে আৰম্ভ কৰা এই স্কুলৰ দশা বেয়াৰ ফালে ঢাল লৈ শেষত দুৰ্নামত নিমজ্জিত হ'ল। ভেণ্ডেলৰ দম্পতীয়ে পুনৰ নাম সলাই ষ্টেপলটন হ'ল। ষ্টেপলটনে তেতিয়া অৱশিষ্ট ধন-সম্পদ, তেওঁৰ ভৱিষ্যত আঁচনি আৰু পতংগতত্ত্বৰ প্ৰতি থকা অনা[illegible]তি ইংলণ্ডৰ দক্ষিণ ভাগলৈ লৈ আহিল। ব্ৰিটিছ সংগ্ৰহালয়ত মই গম পালোঁ যে তেওঁ পতংগতত্ত্ব [illegible]ত এজন স্বীকৃত বিশেষজ্ঞ আৰু ভেণ্ডেলৰ নামটো এক বিশেষ চগাৰ লগত সংলগ্ন কৰা আছে, কিয়নো ইয়ৰ্কশ্বিয়াৰত থাকোঁতে পোন প্ৰথমবাৰৰ বাবে তেওঁ এই চগাবিধৰ আৱিষ্কাৰ কৰি বৰ্ণনা কৰিছিল।

"আমাৰ অতিশয় আগ্ৰহ উদ্ৰেক কৰা তেওঁৰ জীৱনৰ অংশটোৰ বিষয়ে মই এতিয়া কৈছোঁ। মানুহজনে নিশ্চয় নিজাকৈ অনুসন্ধান কৰি গম পাইছিল যে মাথোঁ দুজন লোকৰ অস্তিত্বই তেওঁ এই মূল্যবান ভূ-সম্পত্তি উত্তৰাধিকাৰ সূত্ৰে লাভ কৰাত হেঙাৰস্বৰূপে থিয় দিছে। মোৰ ধাৰণা মতে ডেভনশ্বিয়াৰলৈ আহোঁতেই পোনতে তেওঁৰ আঁচনি অতি অস্পষ্ট ৰূপতহে আছিল। কিন্তু তেওঁ যে অসৎ উদ্দেশ্য লৈ আহিছিল সেইটো আৰম্ভণিৰপৰাই স্পষ্ট, নহ'লে তেওঁ নিজৰ পত্নীকে ভগ্নী বুলি চিনাকি নিদিলেহেঁতেন। কাৰোবাক ফান্দত পেলোৱাৰ উদ্দেশ্যে মহিলাগৰাকীক টোপস্বৰূপে ব্যৱহাৰ কৰাৰ চিন্তা তেওঁ ইতিমধ্যে কৰিছিল, কিন্তু তেওঁৰ অভিসন্ধি ৰূপায়িত কৰিবলৈ কি ব্যৱস্থা ল'ব সেই সম্বন্ধে তেওঁ নিশ্চিত নাছিল। ভূ-সম্পত্তিৰ গৰাকী হোৱাই তেওঁৰ আকাংক্ষা আৰু সেই উদ্দেশ্যত সফলকাম হ'বলৈ তেওঁ যিকোনো আহিলা ব্যৱহাৰ কৰিবলৈ অথবা যিকোনো বিপদৰ সম্মুখীন হ'বলৈ প্ৰস্তুত আছিল। তেওঁৰ প্ৰথম কামটো আছিল পৈত্ৰিক গৃহৰ যিমান পাৰি ওচৰত থিতাপি লোৱা আৰু দ্বিতীয়তে, ছাৰ চাৰ্লছ বাস্কাৰভিল আৰু তেওঁৰ প্ৰতিবেশীসকলৰ লগত সৌহাৰ্দ্যৰ ভাব গঢ়ি তোলা।

"বেৰনেটজনে নিজেই তেওঁক পৰিয়ালৰ চিকাৰী কুকুৰটো সম্বন্ধে কৈছিল আৰু এইদৰেই তেওঁ নিজৰ মৃত্যুক মাতি আনিছিল। ষ্টেপলটনে, মই তেওঁৰ বৰ্ণনা এইটো

নামেৰেই দিম, জানিছিল যে বৃদ্ধগৰাকীৰ কলিজা অত্যন্ত দুৰ্বল আৰু হঠাতে এটা চঁক খালে তেওঁৰ মৃত্যু ঘটিব। এইখিনি কথা তেওঁ ডা০ মৰ্টিমাৰৰপৰা গম পাইছিল। তেওঁ এইটোও শুনিছিল যে ছাৰ চাৰ্লছ এজন অন্ধবিশ্বাসী লোক আৰু সেয়েহে তেওঁ ভয় লগা কাহিনীটো গুৰুত্বসহকাৰে লৈছিল। তৎক্ষণাৎ তেওঁৰ সৃজনীশীল মনে বেৰনেটজনৰ মৃত্যু ঘটোৱাৰ উপায় এটা পালে। এই উপায় কামত লগালে প্ৰকৃত খুনীক ধৰা পেলোৱাৰ সম্ভাবনা অতি ক্ষীণ।

"আঁচনিটো চিন্তা কৰি উলিওৱাৰ পাছত ইয়াক যথেষ্ট নৈপুণ্যেৰে ৰূপায়িত কৰাৰ প্ৰয়াস কৰা হ'ল। এজন সাধাৰণ ষড়যন্ত্ৰকাৰীয়ে এটা হিংস্ৰ চিকাৰী কুকুৰ নিয়োগ কৰিয়েই ক্ষান্ত থাকিলেহেঁতেন। প্ৰাণীটোক পৈশাচিক চেহেৰা দিবলৈ তেওঁ কৃত্ৰিম উপায় লোৱা কথাটো ক'বলৈ গ'লে তেওঁৰ প্ৰতিভাৰ স্ফুৰণ। কুকুৰটো তেওঁ লণ্ডনৰ ফুলহেম ৰ'ডত থকা ৰছ এণ্ড মেংগলছৰপৰা কিনিছিল। তেওঁলোকৰ তাত থকা আটাইতকৈ শক্তিমান আৰু বন্য কুকুৰ এইটোৱেই। ডভৰ ডেভনৰ ফালেদি ইয়াক অনা হৈছিল আৰু তাৰপৰা তৃণভূমি অঞ্চলৰ ওপৰেদি সুদীৰ্ঘ পথ তাক খোজ কঢ়াই লৈ অনা হৈছিল। পতংগ চিকাৰত ঘূৰি-পকি তেওঁ ইতিমধ্যে গ্ৰিমপেন মিৰিৰ গভীৰত ফুৰা-চকা কৰা অভিজ্ঞতা হৈছিল আৰু এইদৰেই তেওঁ প্ৰাণীটো লুকুৱাই থোৱা ঠাইখন পাইছিল। ইয়াতে তেওঁ কুকুৰটোক গঁৰালত ভৰালে আৰু সুযোগৰ অপেক্ষাত ৰ'ল।

"কিন্তু কিছু দিন পাৰ হৈ গ'ল। বৃদ্ধ ভদ্ৰলোকজনক নিশা ঘৰৰ বাহিৰলৈ উলিয়াই অনাত অসুবিধা। তেওঁ ওলাই নাহে। কেইবাবাৰো ষ্টেপলটনে চিকাৰী কুকুৰটো লৈ জোপ দিছিল, পাছে বৃথা শ্ৰম। এই নিষ্ফল সন্ধানৰ সময়বোৰতে তৃণভূমিৰ কৃষকসকলে নিশা কুকুৰটো দেখা পাইছিল আৰু পিশাচ কুকুৰৰ ধাৰণাটো তেওঁলোকৰ মনত নতুনকৈ সুদৃঢ় হৈছিল। তেওঁ আশা কৰিছিল যে ঘৈণীয়েকে প্ৰলোভনেৰে ছাৰ চাৰ্লছক ধ্বংসৰ গৰাহলৈ টানি আনিব, কিন্তু এইক্ষেত্ৰত তেওঁৰ পত্নীয়ে অভাৱনীয়ভাৱে স্বতন্ত্ৰ চিন্তাধাৰাৰ পৰিচয় দিছিল। তেওঁ কেতিয়াও বৃদ্ধ ভদ্ৰলোকক আবেগিকভাৱে জড়িত কৰি শত্ৰুৰ হাতত তুলি দিবলৈ সন্মত নহ'ল। ভীতি-প্ৰদৰ্শন, মোৰ ক'বলৈকে বেয়া লাগে, আনকি তেওঁক মাৰপিট কৰিও তেওঁৰ মন টলাব নোৱাৰিলে। মহিলাগৰাকী এই ক্ষেত্ৰত আঁকোৰগোঁজ। ষ্টেপলটন তেতিয়া অচলাৱস্থাত মজ্জিত।

"কিন্তু তেওঁৰ উপায় ওলাল। লৰা লায়ন্স নামৰ দুৰ্ভগীয়া তিৰোতাগৰাকীক সহায় কৰাৰ কাৰণে ছাৰ চাৰ্লছে এক দাতব্য ব্যৱস্থা কৰিছিল; তাৰ পৰিচালনাৰ দায়িত্ব

বন্ধু বুলি ভবা ষ্টেপলটনকে ছাৰ চাৰ্লছে দিলে। নিজকে অবিবাহিত ব্যক্তিস্বৰূপে দেখুৱাই তেওঁ মহিলাগৰাকীক সম্পূৰ্ণৰূপে প্ৰভাবান্বিত কৰিবলৈ সক্ষম হ'ল। আনকি তেওঁ মহিলাগৰাকীক কথা দিলে যে তেওঁৰ স্বামীৰ লগত বিবাহ-বিচ্ছেদ হৈ যোৱাৰ পাছত তেওঁক তেওঁ বিয়া কৰাব। পাছে তেওঁ যেতিয়া এক বিশেষ দিনত গম পালে যে ডাঃ মৰ্টিমাৰৰ পৰামৰ্শ অনুসৰি ছাৰ চাৰ্লছে চিকিৎসাৰ কাৰণে পাছদিনা পুৱাই হ'ল এৰি লণ্ডনলৈ যাত্ৰা কৰিব আৰু সেইটো পৰামৰ্শ তেৰোঁ সমৰ্থন কৰাৰ ভাও জুৰিছিল, তেতিয়াই তেওঁৰ চক্ৰান্তই চূড়ান্ত ৰূপ ল'লে। তেওঁ মনতে ভাবিলে ততালিকে কিবা এটা নকৰিলে তেওঁৰ সমস্ত প্ৰয়াস বিফলে যাব। সেয়েহে তেওঁ মিছেছ লায়ন্সক জোৰ কৰি ধৰিলে যে তেওঁ বৃদ্ধ ভদ্ৰলোকক লিখিত অনুৰোধ কৰিব লাগে যে তেওঁ লণ্ডনলৈ যোৱাৰ আগতে সেইদিনা নিশালৈ তেওঁৰ লগত এক দেখা-সাক্ষাতৰ অনুমতি দিব লাগে। চিঠিখন পঠিওৱাৰ পাছত দেখাত যুক্তিসংগত যেন লগা কাৰণ দেখুৱাই তেওঁ মহিলাগৰাকী দেখা-সাক্ষাতৰ কাৰণে যোৱাটো বাৰণ কৰিলে। এইদৰেই তেওঁ অতদিনে অপেক্ষা কৰি থকা সুবিধাটো উলিয়াই ল'লে।

"সেইদিনা সন্ধিয়া কুম্বে ট্ৰেছিৰপৰা বাগীত উভতি আহি তেওঁ সময়মতেই কুকুৰটোক পৈশাচিক ৰূপ দিয়া বাঁহটো কৰি তাক গেটলৈ আনিবলৈ সমৰ্থ হৈছিল। গেটত মহিলাৰ সৈতে হ'ব লগা দেখা সাক্ষাতৰ কাৰণে ইতিমধ্যে ছাৰ চাৰ্লছে অপেক্ষা কৰি আছিল। গৰাকীয়ে উচটাই দিয়াৰ পাছত কুকুৰটোৱে উইকেট গেটেদি জাঁপিয়াই ইউ গলিয়েদি চিঞৰি চিঞৰি দৌৰ মৰা বেৰনেটজনৰ পিছ লয়। আন্ধাৰৰ সুৰংগত এইদৰে জ্বলন্ত হনু আৰু চকু বিশিষ্ট এক ক'লা প্ৰাণীয়ে তীব্ৰবেগে এজন মানুহক খেদি যোৱাটো সঁচাকৈয়ে এক ভয়ানক দৃশ্য আছিল। গলিটোৰ মূৰত কলিজাৰ ব্যাধি আৰু ভীতি বিহ্বলতাত তেওঁ বাগৰি পৰে আৰু থিতাতে তেওঁৰ মৃত্যু হয়। প্ৰাণীটোৱে বেৰনেটজনক পথৰ ওপৰেদি দৌৰা দেখি নিজে কাষৰ, ঘাঁহৰ ওপৰে ওপৰে গৈছিল, সেয়েহে তাৰ ভৰিৰ চিন পথত পোৱা নগ'ল; কেৱল মানুহজনৰ খোজৰ চিন পথটোত আছিল। বেৰনেটজন পৰি যোৱাত সম্ভৱতঃ পথত উঠি কুকুৰটোৱে শুঙি চাইছিল আৰু তেওঁৰ ইতিমধ্যে মৃত্যু হোৱা দেখি পুনৰ অহা বাটেৰে উভতি গৈছিল। সেই সময়তে মৰা শটোৰ ওচৰতে থকা পথত কুকুৰৰ ভৰিৰ চিন বহিছিল আৰু তাকে ডাঃ মৰ্টিমাৰে দেখা পাইছিল। চিকাৰী কুকুৰটো ততাতৈয়াকৈ ঘূৰাই নি গ্ৰিমপেন পিটনিত থকা তাৰ গঁৰালত বান্ধি থ'লে। এই মৃত্যুৰ ৰহস্যই কৰ্তৃপক্ষক বিমোৰত পেলাইছিল, গ্ৰামবাসীক কৰিছিল ভীতিগ্ৰস্ত। সেয়েহে অৱশেষত আমাক ইয়াৰ অনুসন্ধান কৰিবলৈ দিয়া হ'ল।

"ছাৰ চাৰ্লছ বাস্কাৰভিলৰ মৃত্যু এইদৰেই হৈছিল। ইয়াত চতুৰালি আৰু

চিত্ৰৱালিৰ পৰিচয় ভালদৰেই পোৱা গৈছে। প্ৰকৃত হত্যাকাৰীক আপুনি ইয়াত দোষী সাব্যস্ত কৰা প্ৰায় অসম্ভৱ। তেওঁৰ অপৰাধৰ একমাত্ৰ সহযোগীয়ে বিশ্বাসঘাতকতা কৰাৰ প্ৰশ্নও নাই। তেওঁৰ বিশ্ৰী, অভাৱনীয় কৌশলটো বেছি ফলদায়ক বুলি বিবেচিত হ'ল। কেছটোৰ লগতে জড়িত হৈ পৰা দুয়োগৰাকী তিৰোতাই কিন্তু ষ্টেপল্‌টনক এই বিষয়ত খুব সন্দেহ কৰিছিল। মিছেছ ষ্টেপল্‌টনে তেওঁৰ স্বামীয়ে বৃদ্ধগৰাকীৰ বিপক্ষে অভিসন্ধি কৰি থকা বুলি আৰু চিকাৰী কুকুৰটো পোহাৰ কথা গম পাইছিল। মিছেছ লায়ন্সে এইবোৰ কথা নাজানিছিল যদিও তেওঁ বাতিল নকৰা দেখা সাক্ষাতৰ সময় আৰু ঠাইতে এই মৃত্যু ঘটাত চিন্তা নকৰাকৈ থকা নাছিল; কিয়নো তেওঁৰ এই হ'বলগীয়া দেখা সাক্ষাতৰ নিৰ্ণয় আৰু বাতিলকৰণ দুয়োটাতে একমাত্ৰ ষ্টেপল্‌টনহে জড়িত আছিল। যি নহওক, দুয়োগৰাকী তিৰোতাই তেওঁৰ ক্ষমতাৰ বশ. সেয়েহে তেওঁৰ চিন্তা কৰিবলগীয়া একো নাছিল। এইদৰেই কৰ্মসূচীৰ প্ৰথম অংশ সম্পন্ন কৰাত তেওঁ সফল হৈছিল, কিন্তু তেওঁৰ কাৰণে অধিক কঠিন কামটো এতিয়াও বাকী।

"কানাডাত যে এজন উত্তৰাধিকাৰী আছে, এই কথাটো প্ৰথমে ষ্টেপল্‌টনে নাজানিবও পাৰে। যি নহওক কিয়, সোনকালেই তেওঁ বন্ধু ডাঃ মৰ্টিমাৰৰপৰা উত্তৰাধিকাৰীজনৰ কথা গম পালে। ডাঃ মৰ্টিমাৰৰপৰাই তেওঁ হেনৰি বাস্কাৰভিলৰ আগমনৰ সকলো খবৰ তন্নতন্নকৈ জানিবলৈ সক্ষম হ'ল। ষ্টেপল্‌টনে পোনতে কানাডাৰপৰা অহা এই অচিনাকি ডেকাজনক লণ্ডনতে শেষ কৰি পেলোৱাৰ কথা ভাবিছিল। কামটো ডেভনশ্বিয়াৰত কৰিবলৈ তেওঁৰ অকণো ইচ্ছা নাছিল। বৃদ্ধ বেৰনেটজনক ফান্দত পেলাবলৈ অমান্তি হোৱাৰপৰাই তেওঁৰ পত্নীক বিশ্বাস নকৰা হৈছিল আৰু তেওঁৰ ওপৰত কৰ্তৃত্ব হেৰুওৱাৰ ভয়ত পত্নীক অকলে এৰি থৈ আহিবলৈ সাহস কৰা নাছিল। এই কাৰণেই তেওঁ পত্নীক লণ্ডনলৈ লগতে আনিছিল।

"মই অনুসন্ধান কৰি পোৱা মতে তেওঁলোক ক্ৰেইভেন ষ্ট্ৰিটত থকা মেকছবৰোৰে প্ৰাইভেট হোটেলত আছিল আৰু মোৰ এজেন্টজনে সাক্ষ্যৰ সন্ধান কৰা হোটেলবোৰৰ তালিকাত এইখন হোটেলো আছিল। ইয়াতে, পত্নীক তেওঁৰ কোঠাতে আবদ্ধ কৰি ৰাখি তেওঁ কৃত্ৰিম ডাড়ি লগাই ছদ্মবেশ ধাৰণ কৰি ডাঃ মৰ্টিমাৰক বেকাৰ ষ্ট্ৰিটলৈকে পাছত ৰেল ষ্টেছন আৰু নৰ্থাম্বাৰলেণ্ড হোটেললৈকে অনুসৰণ কৰিছিল। তেওঁৰ পত্নীয়ে চক্ৰান্তটোৰ কিছু আভাস পাইছিল, কিন্তু বন্য দুৰ্ব্যৱহাৰেৰে তেওঁৰ মনত এনে ভয়ৰ উদ্ৰেক কৰিছিল যে তেওঁ নিজৰ হাতৰ আখৰেৰে চিঠিখন লিখিবলৈকে সংকোচ কৰিছিল। কেনেবাকৈ যদি চিঠিখন ষ্টেপল্‌টনৰ হাতত পৰে, তেনেহ'লে তেওঁৰ নিজৰ জীৱনেই নিৰাপদ নহয়। অৱশেষত আমি ইতিমধ্যে গম পোৱা মতেই তেওঁ শব্দবোৰ

কাটি উলিয়াই বাৰ্তাটো সাজু কৰিছিল আৰু ছদ্মবেশী লোকৰ দৰে ঠিকনাটো লিখিছিল। চিঠিখন বেৰনেটজনে সময় মতেই পাইছিল আৰু ই তেওঁৰ প্ৰথমবাৰৰ কাৰণে বিপদৰ সংকেত দি সাৱধান কৰিছিল।

"ছাৰ হেনৰিয়ে পৰিধান কৰা কিবা এটা বস্তু সংগ্ৰহ কৰা কামত লাগি গ'ল। নিঃসন্দেহ এই কাম কৰাত সহায় কৰিবলৈ তেওঁ হোটেলৰ জোতা চাফা কৰা ভৃত্য অথবা কোঠালি চোৱাচিতা কৰা ভৃত্যাগবাকীক প্ৰচুৰ উৎকোচ দিছিল। পাছে পোনতে সংগ্ৰহ কৰা জোতাপাট আছিল একেবাৰে নতুন, সেয়েহে এইটো বস্তু কোনো কামত নাহিব। তেওঁ জোতাপাট ঘূৰাই দি পুৰণা জোতা এপাট নিলে। এই ঘটনাটো মোৰ মনত শিক্ষাপ্ৰদ বুলি বিবেচিত হ'ল। ই নিশ্চিতভাৱে প্ৰমাণ কৰিলে যে আমি এটা প্ৰকৃত চিকাৰী কুকুৰৰ বিপক্ষে ব্যৱস্থা [illegible]গিব, আন কোনো ধাৰণা কৰাৰ প্ৰশ্নই নুঠে, তেওঁ নতুন জোতাৰ সলনি পুৰণা জোতা নি[illegible] কি প্ৰয়োজন হ'ব পাৰে। কোনো ঘটনা যিমানেই অদ্ভুত আৰু আপচু হয়, সিমানেই সেই ঘটনাটো যত্ন সহকাৰে অনুসন্ধান কৰিব লাগে। কিবা এটা ঘটনা সঠিক চিন্তা কৰিলে আৰু বিজ্ঞানসম্মতভাৱে বিশ্লেষণ কৰিলে আটাইতকৈ কঠিন যেন লগা বিষয়টোৱেই ঘটনাটো সৰীকৰণ কৰাত সহায় কৰাৰ সম্ভাৱনা।

"বন্ধু দুজন আমাক দেখা কৰিবলৈ পাছদিনা পুৱা আহিল। এইবাৰো ষ্টেপলটনে ঘোঁৰাগাড়ীৰে তেওঁলোকক অনুসৰণ কৰিছিল। তেওঁ আমাৰ ঘৰ চিনি পাইছিল, মোক চিনি পাইছিল। তদুপৰি তেওঁৰ গতি-বিধি লক্ষ্য কৰি মই ভাবোঁ যে ষ্টেপলটনৰ অপৰাধী জীৱন বাস্কাৰভিলৰ ঘটনাটোতে সীমাবদ্ধ নহয়। এইটো এটা চিন্তা কৰিবলগীয়া কথা যে পশ্চিমৰ গ্ৰামাঞ্চলত যোৱা তিনিটা বছৰত চাৰিটা ডাঙৰ চুৰিৰ ঘটনা ঘটিছে, য'ত এটাও অপৰাধী ধৰা পৰা নাই। এইকেইটাৰ শেষৰটো কেছ যোৱা মে মাহত ফকষ্ট'ন ক'র্টত ঘটে। ইয়াত মুখা পিন্ধি অহা একমাত্ৰ চোৰটোৱে হঠাতে এটা ভৃত্য আহি ওলোৱাত তাক পিষ্টলেৰে গুলীয়াই থৈ গ'ল। মোৰতো সন্দেহ ষ্টেপলটনে তেওঁৰ ক্ৰমশঃ কমি যোৱা ধন সম্পত্তি এইদৰেই ব্যৱহাৰ কৰিছিল আৰু বহু বছৰ ধৰি তেওঁ এজন বেপৰোৱা, অবিশ্বাসী আৰু বিপদজ্জনক মানুহ আছিল।

"সেইদিনা ৰাতিপুৱাই আমি তেওঁৰ সমলৰ সামৰ্থ্যৰ পৰিচয় পাইছিলোঁ, যেতিয়া তেওঁ তৎপৰতাৰে আমাৰপৰা আঁতৰি যাবলৈ সমৰ্থ হৈছিল আৰু নিজকে মোৰ নামৰে কচোৱানটোক চিনাকি দিছিল। সেই মুহূৰ্ততে তেওঁ বুজি পাইছিল যে লণ্ডনত মই এই কেছটো লৈছোঁ, সেয়েহে তেওঁ আৰু ইয়াত একো কৰিব নোৱাৰে। তেওঁ ডাৰ্টমুৰলৈ উভতি গ'ল আৰু বেৰনেটজন তালৈ যোৱাৰ বাবে অপেক্ষা কৰিলে।"

মই ক'লোঁ, "অকণমান ৰ'বাচোন। তুমি নিঃসন্দেহে এই ঘটনাৱলীৰ ক্ৰম অনুসৰি শুদ্ধকৈ বৰ্ণনা কৰি গৈছা। কিন্তু এটা কথা এতিয়াও স্পষ্ট কৰি দিয়া নাই। গৰাকী যেতিয়া লণ্ডনত আছিল তেতিয়া চিকাৰী কুকুৰটোৰ কি হৈছিল?"

"তুমি কোৱা কথাটো ময়ো চিন্তা নকৰা নহয়। কোনোবা এজন নিশ্চয় তেওঁৰ বিশ্বস্ত লোক আছিল। কিন্তু এই মানুহজনক তেওঁৰ সকলো আঁচনিৰ বিষয়ে বোধকৰোঁ জনোৱা হোৱা নাছিল। মেৰিপিট হাউছত এন্থনি নামৰ এজন বৃদ্ধ ভৃত্য আছিল। এই মানুহজন ষ্টেপলটন পৰিয়ালৰ লগত বহু বছৰ ধৰি আছিল। মন কৰিব লগা কথা এইটোৱেই যে এন্থনি নামটো সচৰাচৰে ইংলণ্ডত পোৱা নাযায়, যেনেকৈ এণ্টনিঅ' নামটো সকলো স্পেনীয় আৰু স্পেনীয়-আমেৰিকান দেশবোৰত দুৰ্লভ। ষ্টেপলটনে স্কুল চলোৱাৰ সময়ৰপৰাই ভৃত্যজন আছিল [illegible] সেয়েহে [illegible] জানিছিল যে তেওঁৰ গৃহকৰ্তা-গৃহকৰ্ত্ৰী প্ৰকৃততে স্বামী-স্ত্ৰী। মানুহজনে মিছেছ ষ্টেপলটনে কোৱাদি ভাল ইংৰাজীয়েই ক'ব পাৰে, যদিও উচ্চাৰণত অলপ আঁসোৱাহ আছে। এই মানুহজন ইতিমধ্যে পলাই গ'ল। মানুহজনক মই গ্ৰিমপেন পিটনিত ষ্টেপলটনে চিন দি থোৱা পথেদি অহা-যোৱা কৰা দেখিছোঁ। সম্ভৱতঃ এই বৃদ্ধই গৃহকৰ্তাৰ অনুপস্থিতিত কুকুৰটো চোৱাচিতা কৰিছিল, যদিও তেওঁ প্ৰাণীটো পোহাৰ উদ্দেশ্য নাজানিবও পাৰে।

"ষ্টেপলটন তেতিয়া ডেভনশ্বিয়াৰলৈ গ'ল। ছাৰ হেনৰি আৰু তুমিও তালৈকে গ'লা। এতিয়া কওঁ তেতিয়া মই কি কৰিছিলোঁ। তুমি বোধকৰোঁ মনত পেলাব পাৰিবা যে ছপা আখৰ আঠা লগাই দিয়া ফুলস্কেপ কাগজৰ চিঠিখনত কাগজৰ প্ৰস্তুতকৰ্তাৰ প্ৰতীক চিহ্ন আছে নেকি চাবলৈ মই চিঠিখন নিবিড়ভাৱে পৰীক্ষা কৰিছিলোঁ। তাকে কৰিবলৈ মই চিঠিখন মাথোঁ কেইইঞ্চিমান ওপৰৰপৰা মনোযোগেৰে চাইছিলোঁ। সেইদৰে চাওঁতে শুভ্ৰ চম্পাফুলৰ মৃদু ঘ্ৰাণ এটা নাকত লাগে। এজন অপৰাধ সম্বন্ধীয় বিশেষজ্ঞই মুঠ পঁইসত্তৰ বিধ সুগন্ধিৰ নিৰ্য্যাসৰ ইটোৰপৰা সিটোৰ প্ৰভেদ নিৰ্ণয় কৰিবলৈ সক্ষম হোৱাটো অতি প্ৰয়োজনীয়। মোৰ অভিজ্ঞতাৰপৰা কওঁ যে একাধিকবাৰ সুগন্ধিৰ দ্ৰুত পৰিচয় উলিওৱাৰ ওপৰতে কেছ নিৰ্ভৰ কৰিছিল। মই পোৱা মৃদু ঘ্ৰাণটোৱে এগৰাকী মহিলাৰ উপস্থিতিৰ আভাস দিলে আৰু মোৰ চিন্তা ষ্টেপলটন পৰিয়ালৰ প্ৰতি ঢাল খালে। এইদৰে পশ্চিমৰ গ্ৰামাঞ্চললৈ যোৱাৰ আগতেই মই চিকাৰী কুকুৰৰ উপস্থিতি নিশ্চিত কৰিছিলোঁ আৰু অপৰাধীজনৰ বিষয়ে অনুমান কৰিছিলোঁ। ষ্টেপলটনৰ ফালে সতৰ্ক দৃষ্টি ৰখাটো মোৰ আঁচনিৰ ভিতৰুৱা কাম। কিন্তু তোমাৰ লগত মই থকাহেঁতেন এইটো সম্ভৱ নহ'লহেঁতেন, কাৰণ মানুহজনে তেতিয়া সাৱধানে নিজকে ৰক্ষা কৰি চলিলেহেঁতেন। সেয়েহে মই তোমাকে মুখ্য কৰি

আটাইতকৈ ছলনা কৰিলোঁ। লণ্ডনতে আছোঁ বুলি কৈ মই গোপনে গুচি আহিলোঁ। তুমি ভবাৰ দৰে মোৰ কষ্ট হোৱা নাছিল, তদুপৰি কোনো কেহ অনুসন্ধান কৰোঁতে সৰুসুৰা এই বাধাবোৰক ৰবকৈ গুৰুত্ব দিয়াও উচিত নহয়। বেছিভাগ সময় মই কুম্বে ট্ৰেছিতে কটাইছিলোঁ। কেৱল যেতিয়া কৰ্মস্থানৰ কাষত থকাৰ প্ৰয়োজন হয়, তৃণভূমিৰ সেই শিলৰ পঁজাটো ব্যৱহাৰ কৰিছিলোঁ। কাৰ্টৰাইট মোৰ লগতে আহিছিল আৰু গাঁৱলীয়া ল'ৰাৰ ছদ্মবেশেৰে তেওঁ মোক যথেষ্ট সহায় কৰিছিল। চাফা কাপোৰ-কানি আৰু খোৱা-বোৱাৰ কাৰণে মই তেওঁতে নিৰ্ভৰ কৰিছিলোঁ। মই যেতিয়া ষ্টেপলটনক সতৰ্কতাৰে লক্ষ্য কৰি আছিলোঁ, কাৰ্টৰাইটে প্ৰায়েই তোমাৰ খবৰ ৰাখিছিল। এইদৰে মই সকলো ফালেই সতৰ্ক দৃষ্টি ৰাখিবলৈ সমৰ্থ হৈছিলোঁ।

"ইতিমধ্যে মই তোমাক কৈছোঁৱেই যে তোমাৰ ৰিপ'ৰ্টবোৰ মই ক্ষিপ্ৰতাৰে সংগ্ৰহ কৰিছিলোঁ, সেইবোৰ বেকাৰ ষ্ট্ৰিটৰপৰা কুম্বে ট্ৰেছিলৈ পঠাই থকা হৈছিল। সেইবোৰে মোক খুব সহায় কৰিছিল, বিশেষকৈ ষ্টেপলটনৰ প্ৰকৃত সম্বন্ধীয় ৰিপ'ৰ্টটো বৰ কামত আহিছিল। মই সেই মানুহজন আৰু তিৰোতাগৰাকীৰ পৰিচয় নিশ্চিত কৰিব পাৰিছিলোঁ আৰু নিজৰ স্থিতি নিৰ্ণয় কৰিব পাৰিছিলোঁ। পাছে পলৰীয়া কয়দীটো আৰু বেৰিম'ৰ দম্পতীয়ে তাৰ লগত সম্বন্ধ ৰখাত কেছটো যথেষ্ট জটিল হৈ পৰিছিল। তোমাৰ ৰিপ'ৰ্টে ভাল ধৰণে কথাটো স্পষ্ট কৰি বুজাই দিলে। মই নিজেও অনুসন্ধান কৰি একেই সিদ্ধান্তত উপনীত হৈছিলোঁ।

"তুমি মোক তৃণভূমিত আৱিষ্কাৰ কৰাৰ সময়ত গোটেই ঘটনাটো সম্পূৰ্ণভাৱে মই উদ্‌ঘাটন কৰিবলৈ সমৰ্থ, কিন্তু জুৰিৰ ওচৰত উপস্থাপন কৰিবলৈ কোনো কেছ তেতিয়াও নাই। আনকি সেই নিশা ষ্টেপলটনে ছাৰ হেনৰিৰ মৃত্যু ঘটাবলৈ কৰা প্ৰয়াসটো, যিটোৰ কাৰণে দুৰ্ভগীয়া কয়দীটোৰ মৃত্যু ঘটিল, আমাৰ বিশেষ একো কামত নাহিল। আমি এইটো ছাৰ হেনৰিক হত্যা কৰাৰ চেষ্টা বুলি প্ৰমাণ কৰিব নোৱাৰোঁ। তেওঁক হাতে হাতে ধৰাৰ বাহিৰে আন উপায় নাই, সেয়েহে আমি দেখাত অৰক্ষিত যেন অৱস্থাত ছাৰ হেনৰিক অকলে টোপ হিচাবে ব্যৱহাৰ কৰিব লগা হ'ল। আমি তাকে কৰিলোঁ আৰু আমাৰ মক্কেলৰ স্নায়ুত ঘটা তীব্ৰ আঘাতৰ বিনিময়ত আমাৰ কেছ সম্পূৰ্ণ কৰিব পাৰিলোঁ আৰু ষ্টেপলটনক ধ্বংসৰ মুখলৈ ঠেলি দিলোঁ। ছাৰ হেনৰিয়ে এনে অৱস্থাৰ সম্মুখীন হ'ব লগাটো, মই স্বীকাৰ কৰিব লাগিব, মোৰ কেছটো পৰিচালনাৰ ত্ৰুটি, কিন্তু দেহা অৱশ কৰি দিব পৰা জন্তুটোৰ ভয়ংকৰ চেহেৰা আৰু কুঁৱলীৰ আৱৰণৰ বিষয়ে যিটো কাৰণে সি হঠাতে আমাৰ সমুখত হাজিৰ হ'ব পাৰিলে, আমি আগতীয়াকৈ ধাৰণা কৰিব পৰা নাছিলোঁ। আমি কৃতকাৰ্য্য হোৱাত ছাৰ হেনৰিয়ে মূল্য ভৰিব লগা হ'ল, অৱশ্যে চিকিৎসা বিশেষজ্ঞ আৰু ডাঃ মৰ্টিমাৰে কৈছে

যে স্নায়ুৰ এই আঘাত ক্ষণস্থায়ী, দীৰ্ঘ কালৰ ভ্ৰমণে ক্ষতি হোৱা স্নায়ুৰেই অকল নহয়, আহত মনোভাবৰো আৰোগ্য ঘটাব। নাৰীগৰাকীৰ প্ৰতি তেওঁৰ প্ৰেম আছিল গভীৰ আৰু অকৃত্ৰিম, সেয়েহে এই তমসাচ্ছন্ন ঘটনাবোৰৰ মাজত মহিলাগৰাকীৰ ছলনাই তেওঁৰ অন্তৰত আটাইতকৈ বেছি দুখ দিলে।

"নাৰীগৰাকীয়ে এই ঘটনাবোৰত কি ভূমিকা লৈছিল সেইটোও বিচাৰ কৰি চাব পাৰি। ষ্টেপল্টনৰ প্ৰভাৱ তেওঁৰ ওপৰত পূৰা মাত্ৰাই পৰিছিল। এই প্ৰভাৱ প্ৰেমৰো হ'ব পাৰে, ভয়ৰো হ'ব পাৰে, সম্ভৱতঃ দুয়োটাৰে। কিন্তু এই প্ৰভাৱ সম্পূৰ্ণ সফল। তেওঁৰ নিৰ্দেশ অনুসৰিয়েই নাৰীগৰাকীয়ে নিজকে তেওঁৰ ভগ্নী বুলি চিনাকি দিছিল। কিন্তু ষ্টেপল্টনে নিজৰ ক্ষমতাৰ প্ৰভাৱ খটোৱাত বাধাৰ সম্মুখীন হ'ল তেতিয়া, যেতিয়া নাৰীগৰাকীয়ে হত্যা সংঘটিত কৰাত প্ৰত্যক্ষভাৱে সহযোগ নকৰিলে। তেওঁ আনকি নিজৰ স্বামীক দোষী সাব্যস্ত নকৰাকৈও ছাৰ হেনৰিক সাৱধানবাণী শুনাইছিল। এবাৰ নহয়, বাৰে বাৰে। ষ্টেপল্টনেও আনকি নিজৰ ঈৰ্ষাভাব দমাব পৰা নাছিল। বেৰনেটজনে যেতিয়া নাৰীগৰাকীক প্ৰেম নিবেদন কৰিলে তেতিয়া তেওঁ আৱেগিকভাৱে বাধা দিলে, অথচ এই প্ৰেমৰ অভিনয় তেওঁৰ অভিসন্ধিৰে অংশ বিশেষ। ষ্টেপল্টনৰ কৌশলেৰে ঢাকি থোৱা স্বতন্ত্ৰ মনৰ এয়া যেন জ্বলন্ত অভিব্যক্তি। এই মিলামিছাত তেৰেঁই প্ৰকৃততে উৎসাহিত কৰি ছাৰ হেনৰিক ঘনাই মেৰিপিট হাউছলৈ অহাটো নিশ্চিত কৰি তেওঁ নিজৰ উদ্দেশ্য সমাধা কৰিবলৈ মাথোঁ অপেক্ষা কৰিছিল। চৰম সংকটৰ দিনটোত কিন্তু পত্নীগৰাকী তেওঁৰ প্ৰতি হঠাতে তেওঁৰ বিৰুদ্ধাচৰণ কৰিলে। তেওঁৰ পত্নীয়ে কয়দীটোৰ মৃত্যুৰ বিষয়ে কিবা অলপ জানিব পাৰিছিল আৰু তেওঁ জানিছিল যে সেইদিনা সন্ধিয়া ছাৰ হেনৰি নিশাৰ ভোজনৰ কাৰণে অহাৰ কথা আৰু সেইদিনাই চিকাৰী কুকুৰটো আনি বাহিৰৰ সৰু ঘৰটোত থোৱা তেওঁ দেখিছিল। হত্যাৰ আঁচনি কৰা বুলি তেওঁ স্বামীক দোষাৰোপ কৰিছিল আৰু তাৰ পাছত ক্ৰোধান্বিত স্বামীয়ে এক ভয়ানক দৃশ্যৰ অৱতাৰণা কৰি গোন প্ৰথমবাৰৰ বাবে পত্নীক জনালে যে স্ত্ৰী হিচাবে তেওঁৰ প্ৰেমৰ এক প্ৰতিদ্বন্দ্বী আছে। তেওঁৰ বিশ্বস্ততা তৎমুহূৰ্ততে চৰম ঘৃণাত পৰিণত হ'ল আৰু স্বামীয়ে গম পালে যে তেওঁ বিশ্বাসঘাতকতা কৰাৰ সম্ভাৱনা আছে। সেয়েহে তেওঁ স্ত্ৰীক বান্ধি কোঠা এটাত ভৰাই থৈ দিলে, যাতে তেওঁ ছাৰ চাৰ্লছক সতৰ্ক কৰাৰ সুবিধা নাপায়। ষ্টেপল্টনে নিশ্চয় আশা কৰিছিল যে বেৰনেটৰ মৃত্যু সমস্ত গ্ৰামাঞ্চলৰ লোকেই পৰিয়ালৰ অভিশাপৰ কাৰণেই হোৱা বুলি ধৰি ল'ব, তেতিয়া তেওঁৰ পত্নীক আকৌ নিজৰ বশীয়া কৰাটো কষ্টকৰ নহ'ব, তেতিয়া তেওঁক বুজাব পৰা হ'ব যে ঘটনাটো ঘটিলেই, এতিয়া তেওঁ জনা কথা সংগোপনে ৰাখিলেই হ'ল। এই ক্ষেত্ৰত অৱশ্যে তেওঁ ভুল

ধাৰণা কৰিছিল বুলিয়েই মই ক'ব খোজোঁ। স্পেনিছ তেজৰ এগৰাকী এনে এক আঘাত পোৱাৰ পাছত সকলো দোষ ইমান সহজে মৰিষণ কৰিব বুলি ভবা ভুল। সেয়েহে তেওঁৰ বিনাশ অৱশ্যম্ভাৱী আছিল। এতিয়া, মোৰ প্ৰিয় ৱাটছন, টোকাবোৰ নোচোৱাকৈ ইয়াতকৈ বিশদভাৱে এই অদ্ভুত কেছটোৰ বৰ্ণনা আৰু মই কৰিব নোৱাৰিম। পাছে কিবা দৰকাৰী কথা বাদ পৰি গৈছে বুলি মই নাভাবোঁ।"

"কিন্তু তেওঁৰ পিশাচ কুকুৰটোৱে ভয় খুৱাই ছাৰ হেনৰিক খুৰাকৰ দৰেই হত্যা কৰিম বুলি আশা তেওঁ কৰিব নোৱাৰে।"

"পশুটো হিংস্ৰ আৰু অৰ্ধভুক্ত। যদিহে ইয়াৰ অৱয়বৰ ভয়ত কাৰোবাৰ মৃত্যু নঘটে সি অন্ততঃ মানুহজনৰ বাধা দিয়াৰ শক্তি নাইকিয়া কৰি দিলেহেঁতেন।"

"যি হওক, এটা প্ৰতিবন্ধক কিন্তু আছে। যদিহে ষ্টেপলটনে উত্তৰাধিকাৰীৰ স্বত্ব পোৱা অৱস্থালৈ আহিলেহেঁতেন, তেওঁৰ দৰে সম্পত্তিৰ এই উত্তৰাধিকাৰীজনে নাম সলনি কৰি সম্পত্তিটোৰ ওচৰতে থকাৰ ব্যাখ্যা কি দিলেহেঁতেন? কোনো সন্দেহৰ উদ্ৰেক নকৰাকৈ আৰু অনুসন্ধান নোহোৱাকৈ তেওঁ কেনেকৈ সম্পত্তিটোৰ দাবীদাৰ হ'ব পাৰিব।"

"এইটো এটা দুৰ্লংঘ্য সমস্যা। মই ভাবোঁ তুমি মই সকলো সমস্যাৰ সমাধান কৰাটো বিচাৰা। অতীত আৰু বৰ্তমান মোৰ অনুসন্ধানৰ ভিতৰুৱা, কিন্তু এজন মানুহে ভৱিষ্যতে কি কৰিব ইয়াৰ উত্তৰ দিয়া কঠিন। মিছেছ ষ্টেপলটনে তেওঁৰ স্বামীয়ে কেইবাবাৰো এই বিষয়ে আলোচনা কৰা শুনিছিল। তিনিটা উপায়ৰ কথা ভবা হৈছিল। তেওঁ দক্ষিণ আমেৰিকাত থাকি সম্পত্তিৰ দাবী কৰিব পাৰিলেহেঁতেন। তাত থকা ব্ৰিটিছ কৰ্তৃপক্ষৰ ওচৰত তেওঁৰ চিনাক্তকৰণ প্ৰক্ৰিয়া শেষ কৰি, ইংলেণ্ডলৈ নাহাকৈয়ে সম্পত্তিটো হস্তগত কৰিলেহেঁতেন, নাইবা তেওঁ লণ্ডনত থাকিবলগীয়া দিনকেইটাত বিস্তৃত ছদ্মবেশেৰে থাকি প্ৰয়োজনীয় কামবোৰ শেষ কৰাৰ চিন্তা কৰিব পাৰিলেহেঁতেন। অথবা তেওঁৰ কোনোবা এজন সহযোগীকে প্ৰমাণ আৰু কাগজপত্ৰৰ যোগান ধৰি উত্তৰাধিকাৰী বুলি উপস্থাপিত কৰিলেহেঁতেন, পাছত সেই সহযোগীৰ আয়ৰ এটা অংশ তেওঁ ল'লেহেঁতেন। ইয়াত কোনো সন্দেহ নাই যে তেওঁ নিশ্চয় এই সমস্যা আঁতৰাবলৈ কিবা এটা উপায় উলিয়ালেহেঁতেন। এতিয়া, মৰমৰ ৱাটছন, আমি কেইবাসপ্তাহ ধৰি যথেষ্ট কঠিন পৰিশ্ৰম কৰিলোঁ। সেয়েহে এটা সন্ধিয়াত আমাৰ চিন্তা-ভাবনা বেছি আনন্দদায়ক দিশলৈ নিয়া ভাল হ'ব। মোৰ এটা 'লে হুগুন'ৰ বাকচ আছে। তুমি 'দ্য ৰেছ্জক'ৰ বাজনা শুনিছা জানো? আধা ঘণ্টাৰ ভিতৰতে সাজ-সজ্জা কৰি ওলাই যাবা নেকি বাৰু? বাটতে 'মাৰ্চিনি'ত সোমাই নিশাৰ আহাৰো খাই ল'ব পৰা যাব।

---

# শৰাইঘাট প্ৰকাশনৰ

## 'কালজয়ী সাহিত্য'

### পৃথিৱীৰ বিখ্যাত পুথিসমূহৰ অনুবাদ ঃ

| | |
|---|---|
| শ্বাৰলক হ'মছৰ ৰহস্য কাহিনী | ঃ আৰ্থাৰ কনান ডয়ল<br>অনুবাদ ঃ যোগেশ দাস |
| ডক্টৰ জেকিল আৰু মিষ্টাৰ হাইড | ঃ ৰবাৰ্ট লুই ষ্টিভেনছন,<br>অনুবাদ ঃ সৌৰভ কুমাৰ চলিহা |
| অলিভাৰ টুইষ্ট | ঃ চাৰ্লছ ডিকেন্স<br>অনুবাদ ঃ বন্দিতা গোস্বামী শইকীয়া |
| অঘৰী ল'ৰা | ঃ মাৰ্ক টোৱেইন, অনুবাদ ঃ তৰুণ চন্দ্ৰ বৰুৱা |
| মহাকাশচাৰী | ঃ ভেলেন্টিনা ঝুৰাভলিঅ'ভা<br>আৰু এনাতলি দনিয়েপ্ৰভ,<br>অনুবাদ ঃ দীনেশ চন্দ্ৰ গোস্বামী |
| নগৰ দুখনৰ কথা | ঃ চাৰ্লছ ডিকেন্স<br>অনুবাদ ঃ হৰেন্দ্ৰ নাথ কলিতা |
| সাগৰৰ তলিয়েদি কুৰি হাজাৰ লিগ | ঃ জুল ভাৰ্ন, অনুবাদ ঃ দীনেশ চন্দ্ৰ গোস্বামী |
| সৰু আইটিহঁত (প্ৰথম খণ্ড) | ঃ লুইজা মেই এলকট<br>অনুবাদ ঃ ভুবনেশ্বৰ চহৰীয়া |
| ফ্লছ নৈৰ পাৰৰ মিল | ঃ জৰ্জ এলিয়ট, অনুবাদ ঃ ৰূপশ্ৰী গোস্বামী |
| ব্লেক বিউটি | ঃ আন্না ছিৱেল, অনুবাদ ঃ বীৰেন্দ্ৰনাথ দত্ত |
| অদৃশ্য মানুহজন | ঃ এইচ. জি. ৱেল্‌ছ<br>অনুবাদ ঃ অভিজিত শৰ্মা বৰুৱা |
| মবি ডিক | ঃ হাৰমেন মেলভিল, অনুবাদ ঃ প্ৰফুল্ল ৰাজগুৰু |
| চন্দ্ৰৰ কাষেদি | ঃ জুল ভাৰ্ন, অনুবাদ ঃ অনিল কুমাৰ শৰ্মা |
| পৃথিৱীৰ কেন্দ্ৰলৈ অভিযান | ঃ জুল ভাৰ্ন, অনুবাদ ঃ দীনেশ চন্দ্ৰ গোস্বামী |
| মণ্টে ক্ৰিষ্টোৰ কাউণ্ট | ঃ আলেকজেণ্ডাৰ ডুমা<br>অনুবাদ ঃ চন্দ্ৰ শেখৰ শৰ্মা |
| সৰু আইটিহঁত (দ্বিতীয় খণ্ড) | ঃ লুইজা মেই এলকট<br>অনুবাদ ঃ ভুবনেশ্বৰ চহৰীয়া |
| ডেভিদ কপাৰফিল্ড | ঃ চাৰ্লছ ডিকেন্স, অনুবাদ ঃ মুনীন শৰ্মা |
| আশী দিনত পৃথিৱী পৰিক্ৰমণ | ঃ জুল ভাৰ্ন, অনুবাদ ঃ সৌৰভ কুমাৰ চলিহা |
| অপহৃত | ঃ ৰবাৰ্ট লুই ষ্টিভেনছন, অনুবাদ ঃ উৎপল দত্ত |

| | |
|---|---|
| হাইডি | : য়'হানা স্পাইৰি, অনুবাদ : প্ৰণালী গোস্বামী |
| গালিভাৰৰ ভ্ৰমণ-কাহিনী | : জনাথন ছুইফ্‌ট, অনুবাদ : মৃদুস্মিতা ফুকন |
| টম ছয়াৰ | : মাৰ্ক টোৱেইন, অনুবাদ : আব্দুল লেইচ |
| ৰবিনছন ক্ৰুছো | : ডেনিয়েল ডিফো<br>অনুবাদ : চিন্তাহৰণ পাটগিৰি |
| ৰবিন হুড | : হেনৰি গিলবাৰ্ট, অনুবাদ : মৃদুস্মিতা ফুকন |
| ৰহস্যময় বাগিচা | : ফ্ৰান্সেচ হডজছন বাৰ্নেট<br>অনুবাদ : অনুশ্ৰী শৰ্মা বৰুৱা |
| পম্পিয়াইৰ প্ৰলয়-কাহিনী | : লৰ্ড লিটন, অনুবাদ : লক্ষেশ্বৰ শৰ্মা |
| ড্ৰেকুলা | : ব্ৰেম ষ্টকাৰ, অনুবাদ : পাৰিজাত শৰ্মা |
| পিনকিঅ' | : কাৰ্লো কল'ডি, অনুবাদ : মহেন্দ্ৰ বৰা |
| ফ্ৰেংকেনষ্টাইন | : মেৰি ৱলষ্টনক্ৰেফ্‌ট শ্বেলি<br>অনুবাদ : অভিজিত শৰ্মা বৰুৱা |
| ছয় নম্বৰ বাৰ্ড আৰু আন গল্প | : এন্টন চেখভ, অনুবাদ : সত্যজিৎ ভূঞা |
| যাদুকৰ অ'জ | : এল ফ্ৰেংক বম, অনুবাদ : পাৰিজাত শৰ্মা |
| অৰণ্যৰ আহ্বান | : জেক লণ্ডন, অনুবাদ : সমীক ভৰদ্বাজ |
| কোনো নোহোৱা ল'ৰাটো | : হেক্টৰ মেল', অনুবাদ : ইলা শৰ্মা |
| পশুপাম | : জৰ্জ অৰৱেল<br>অনুবাদ : প্ৰসূন কুমাৰ গোস্বামী |
| শ্বাৰলক হ'ম্‌ছৰ ৰহস্য কাহিনী (২) | : আৰ্থাৰ কনান ডয়ল, অনুবাদ : সোণেশ্বৰ শৰ্মা |
| শ্বাৰলক হ'ম্‌ছৰ ৰহস্য কাহিনী (৩) | : আৰ্থাৰ কনান ডয়ল, অনুবাদ : যোগেশ দাস, সোণেশ্বৰ শৰ্মা আৰু দীনেশ চন্দ্ৰ গোস্বামী |
| অৰণ্যৰ সাধু (১) | : ৰাডয়াৰ্ড কিপ্‌লিং, অনুবাদ : আব্দুল লেইচ |
| অৰণ্যৰ সাধু (২) | : ৰাডয়াৰ্ড কিপ্‌লিং, অনুবাদ : আব্দুল লেইচ |
| ছুইজাৰলেণ্ডৰ ৰবিনছন পৰিয়াল | : জে. ডি. ৱিছ, অনুবাদ : ৰূপশ্ৰী গোস্বামী |
| কেপ্টেইন গ্ৰেণ্টৰ সন্তান | : জুল ভাৰ্ন, অনুবাদ : দীনেশ চন্দ্ৰ গোস্বামী |
| পৰম প্ৰত্যাশা | : চাৰ্লছ ডিকেন্স<br>অনুবাদ : নূপুৰ এইচ. শইকীয়া |
| ৰিপ ভেন উইংকল্ আৰু অন্য কেইটামান গল্প | : ৱাশ্বিংটন আৰভিং, অনুবাদ : শীলভদ্ৰ |
| ৰাজকুমাৰ আৰু ভিকহু | : মাৰ্ক টোৱেইন<br>অনুবাদ : অৱনী চন্দ্ৰ গোস্বামী |

| | |
|---|---|
| সময় যন্ত্ৰ | ঃ এইচ. জি. বেল্‌ছ, অনুবাদ ঃ ক্ষীৰধৰ বৰুৱা |
| [illegible] | ঃ গ্ৰেজিয়া ডেলেড্ডা, অনুবাদ ঃ লক্ষেশ্বৰ শৰ্মা |
| মিলন মন্দিৰ | ঃ চাৰ্লছ্‌ ৰিড, অনুবাদ ঃ শান্তিৰাম দাস |
| নিউ ফৰেষ্টৰ অকণিহঁত | ঃ কেপ্টেইন ফ্ৰেডেৰিক মেৰিয়েট<br>অনুবাদ ঃ অনুপমা দেৰী |
| বতাহে কোবোৱা ঘৰখন | ঃ এমিলি ব্ৰন্টি, অনুবাদ ঃ মীৰা গোস্বামী |
| কিম | ঃ ৰাডয়াৰ্ড কিপ্‌লিং<br>অনুবাদ ঃ বিনয় মোহন শইকীয়া |
| হ'ৱাইট ফেং | ঃ জেক লণ্ডন, অনুবাদ ঃ সমীক ভৰদ্বাজ |
| বৰদিনৰ প্ৰাৰ্থনা সংগীত | ঃ চাৰ্লছ ডিকেন্স, অনুবাদ ঃ ইলা শৰ্মা |
| পিকউইক নথি-পত্ৰ (১) | ঃ চাৰ্লছ ডিকেন্স, অনুবাদ ঃ মণ্টু ভূঞা |
| পিকউইক নথি-পত্ৰ (২) | ঃ চাৰ্লছ ডিকেন্স, অনুবাদ ঃ মণ্টু ভূঞা |
| টেছ | ঃ টমাছ হাৰ্ডি, অনুবাদ ঃ জয়কৃষ্ণ মহন্ত |
| লু ছুনৰ গল্প (১) | ঃ লু ছুন, অনুবাদ ঃ মীৰা গোস্বামী |
| ৰূপান্তৰ | ঃ ফ্ৰান্‌জ কাফকা, অনুবাদ ঃ শীলভদ্ৰ |
| গ্ৰিন গেবল্‌ছৰ এন | ঃ এল. এম. মণ্টগ'মেৰি<br>অনুবাদ ঃ প্ৰণালী গোস্বামী |
| কেষ্টাৰব্ৰিজৰ মেয়ৰ | ঃ টমাছ হাৰ্ডি<br>অনুবাদ ঃ বন্দিতা গোস্বামী শইকীয়া |
| ৰহস্যময় দ্বীপ | ঃ জুল ভাৰ্ন্‌, অনুবাদ ঃ অভিজিত শৰ্মা বৰুৱা |
| চেখভৰ পৃথিৱীত (১) | ঃ এণ্টন চেখভ, অনুবাদ ঃ দীপ্তি গোস্বামী |
| নাৱেৰে তিনিজন মানুহ | ঃ জেৰ'ম কে. জেৰ'ম<br>অনুবাদ ঃ বিনয় মোহন শইকীয়া |
| প্ৰৱাল দ্বীপ | ঃ ৰবাৰ্ট মাইকেল বেলেন্টাইন,<br>অনুবাদ ঃ বিনয় মোহন শইকীয়া |
| পৰম ক্ষুধা | ঃ জোহান বয়াৰ, অনুবাদ ঃ ৰোহিণী কান্ত বৰুৱা |
| লু ছুনৰ গল্প (২) | ঃ লু ছুন, অনুবাদ ঃ মীৰা গোস্বামী |
| প্ৰত্যাৱৰ্তন | ঃ গি দ্য মপাছাঁ, অনুবাদ ঃ অনুপমা দেৰী |
| অহমিকা আৰু ভ্ৰান্তি | ঃ জেন অষ্টেন, অনুবাদ ঃ মীৰা গোস্বামী |
| চেখভৰ পৃথিৱীত (২) | ঃ এণ্টন চেখভ, অনুবাদ ঃ দীপ্তি গোস্বামী |
| তিনি মাস্কেটিয়াৰ | ঃ আলেকজেণ্ডাৰ ডুমা<br>অনুবাদ ঃ মৃদুস্মিতা ফুকন |

| | |
|---|---|
| জেৰ'মৰ মনোৰম গল্প | : জেৰ'ম কে. জেৰ'ম<br>অনুবাদ : বিনয় মোহন শইকীয়া |
| ক'লা টিউলিপ | : আলেকজেণ্ডাৰ ডুমা<br>অনুবাদ : সমীক ভৰদ্বাজ |
| ৰজা ছল'মনৰ খনি | : এইচ. ৰাইডাৰ হেগার্ড<br>অনুবাদ : অনুশ্ৰী শৰ্মা বৰুৱা |
| চাবিৰ চহী | : আৰ্থাৰ কনান ডয়ল<br>অনুবাদ : ভুবন চন্দ্ৰ বৰা |
| নীলা লেগুন : এক ৰোমাঞ্চ | : হেনৰি দ্য ভেৰ ষ্টেকপুল<br>অনুবাদ : ছেৰিফউদ্দিন আহমেদ |
| শ্বাৰলক হ'মছৰ ৰহস্য কাহিনী (৪) | : আৰ্থাৰ কনান ডয়ল, অনুবাদ : বন্দিতা ফুকন |
| সাহসী কেপ্টেইনসকল | : ৰাডয়াৰ্ড কিপ্‌লিং<br>অনুবাদ : বিনয় মোহন শইকীয়া |
| পমিলিৰ পৰিয়াল | : নিন্‌কে ফান হিখটুম<br>অনুবাদ : ৰোহিণী কান্ত বৰুৱা |
| বসন্ত কালৰ অভিযান | : জন পাড্‌নি, অনুবাদ : সান্ত্বনা শৰ্মা |
| এমা | : জেন অষ্টেন, অনুবাদ : মীৰা গোস্বামী |
| ৰজা আৰ্থাৰৰ কাহিনী | : ফেলিছিটি ব্ৰুক্‌ছ<br>অনুবাদ : বিনয় মোহন শইকীয়া |
| বাস্কাৰভিল পৰিয়ালৰ চিকাৰী কুকুৰটো | : আৰ্থাৰ কনান ডয়ল<br>অনুবাদ : ভুবন চন্দ্ৰ বৰা |
| ৰজা আৰ্থাৰৰ ৰাজসভাত এজন আমেৰিকান | : মাৰ্ক টোৱেইন<br>অনুবাদ : বিনয় মোহন শইকীয়া |
| ছাইলাছ মাৰ্নাৰ | : জৰ্জ এলিয়ট, অনুবাদ : ৰূপশ্ৰী গোস্বামী |
| বননিত বসন্তৰ বা | : কেনেথ গ্ৰেহেম, অনুবাদ : হিৰণ্ময়ী দেৱী |
| ছদ্মবেশিনী | : হেনৰি উদ, অনুবাদ : শান্তিৰাম দাস |
| বেলআলিৰ কণমানিহঁত | : ই. নেছবিট, অনুবাদ : বৰ্ণালী শইকীয়া |
| এজন অজ্ঞাত লোকে কোৱা কাহিনী | : এন্টন চেখভ, অনুবাদ : দীপ্তি গোস্বামী |
| শ্বেইক্সপিয়েৰৰ নাটকৰ মনোৰম কাহিনী | : চাৰ্লছ আৰু মেৰি লেম্ব<br>অনুবাদ : তোষপ্ৰভা কলিতা |
| পিগ্‌মেলিয়ন | : জৰ্জ বাৰ্নাৰ্ড শ্ব, অনুবাদ : ইমৰান শ্বাহ |
| দুখন জগতৰ যুদ্ধ | : এইচ. জি. ৱেল্‌ছ<br>অনুবাদ : অভিজিত শৰ্মা বৰুৱা |

উনচল্লিছটা ঢাপৰ ছিৰি : জন বাকান, অনুবাদ : ভুবনেশ্বৰ চহৰীয়া

কপমানি ৰাজকুমাৰী : ফ্ৰান্সেজ হড্‌জছন বাৰ্ণেট,
অনুবাদ : হিৰণ্ময়ী দেৱী

ডক্টৰ মৰেৰ দ্বীপ : এইচ. জি. ৱেলছ
অনুবাদ : ৰমেশ চন্দ্ৰ গোস্বামী

চয়[illegible]জকুমাৰ : উইলিয়াম গ'ল্ডিং
অনুবাদ : বিনয় মোহন শইকীয়া

এইলানি পুথিৰ সম্পাদনা : দীনেশ চন্দ্ৰ গোস্বামীৰ

## শৰাইঘাট প্ৰকাশনৰ অন্যান্য গ্ৰন্থসমূহ

ৰঙা গোলাপৰ পাহি : মেৰি কৰেলি, অনুবাদ : দীপ্তি গোস্বামী

গাঁৱৰ সমাজ : শৰৎ চন্দ্ৰ চট্টোপাধ্যায়, অনুবাদ : মঞ্জুলা বৰা

দীন-দুখী : ভিক্টৰ হুগো, অনুবাদ : থানেশ্বৰ হাজৰিকা

মপাছাঁৰ গল্প : ফৰাচী মূলৰপৰা অজিৎ বৰুৱা অনূদিত
অজিৎ বৰুৱা

ভীমসেন বনাম দুৰ্যোধন : লিটল ৰ'ৰ্ড অব ডন কেমিল্ল',
ভাবানুবাদ : প্ৰফুল্ল চন্দ্ৰ বৰুৱা

নাইজাৰ নদীৰ সিপাৰে : চিনুৱা অচিবি, অনুবাদ : পুলিন কলিতা

স্নেক : অৰূপ কুমাৰ দত্ত, অনুবাদ : ইন্দিৰা দত্ত

প্ৰতিশোধ : অৰূপ কুমাৰ দত্ত, অনুবাদ : ইন্দিৰা দত্ত

ওমৰৰ সুৰ : ওমৰ খায়াম, অনূদিত : যামিনী শৰ্মা

নিৰ্বাচিত ফৰাচী কবিতা : অনুবাদ : অজিৎ বৰুৱা

সাহিত্য দৰ্পণ : বিশ্বনাথ কবিৰাজ
অনুবাদ : বিশ্বনাৰায়ণ শাস্ত্ৰী

কথাসৰিৎ সাগৰ (প্ৰথম খণ্ড) : সোমদেৱ ভট্ট, অনুবাদ : বিশ্বনাৰায়ণ শাস্ত্ৰী

মালতী মাধৱ : ভৱভূতি, অনুবাদ : নৰেন্দ্ৰ নাথ শৰ্মা

পুৰুষ পৰীক্ষা : বিদ্যাপতি, অনূদিত : উত্তম চন্দ্ৰ ভট্টাচাৰ্য

কাদম্বৰী : বাণভট্ট, অনূদিত : নৰেন্দ্ৰ নাথ শৰ্মা

গান্ধাৰী : অনুবাদ : লক্ষ্মী বৰঠাকুৰ

মহাভাৰতত লোক সাধু : থানেশ্বৰ শৰ্মা

| | | |
|---|---|---|
| বেতাল পঞ্চবিংশতি | ঃ | পণ্ডিত ভগবান চন্দ্ৰ গোস্বামী |
| বত্নকোষ (প্ৰথম খণ্ড ॥ খণ্ড বাক্য) | ঃ | সাহিত্যৰত্ন চন্দ্ৰধৰ বৰুৱা |
| বত্নকোষ (দ্বিতীয় খণ্ড ॥ যোজোনা) | ঃ | সাহিত্যৰত্ন চন্দ্ৰধৰ বৰুৱা |
| লক্ষ্মীনাথ বেজবৰুৱাৰ সাহিত্য প্ৰতিভা | ঃ | বিশ্বনাৰায়ণ শাস্ত্ৰী |
| বিভিন্ন প্ৰবন্ধ | ঃ | অজিৎ বৰুৱা |
| অসমীয়া ভাষাৰ ৰূপতত্ত্ব আৰু ব্যাকৰণ | ঃ | নবনাৰায়ণ শৰ্মা |
| শিক্ষাৰ নামত লুণ্ঠিত শৈশৱ | ঃ | নাৰায়ণ শৰ্মা |
| অথ অৰ্ধাঙ্গিনী সংবাদ | ঃ | বাসন্তী দেৱী |
| অবিস্মৰণীয় | ঃ | হেম শৰ্মা |
| ব'দে-ৱৰযুগে | ঃ | দীপালী ভট্টাচাৰ্য বৰুৱা |
| ইতিহাসৰ ছাঁ-পোহৰত পুৰণি গুৱাহাটী | ঃ | কুমুদেশ্বৰ হাজৰিকা |
| গণিতৰ ইতিহাস | ঃ | খগেশ্বৰ বেজ |
| এনেবোৰ কিয় হয়? | ঃ | চন্দ্ৰশেখৰ শৰ্মা |
| সাহিত্য সভাৰ অভিভাষণ | ঃ | সংকলন ঃ অমল ৰাজখোৱা |

---